1992 ( শক 1913 )



মূল্য : 38·00 টকা

Original Title : Nisarga ( Kannada )
Assamese Translation : Nisarga

সঞ্চালক নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, এ—5, গ্ৰীণ পাৰ্ক,
নতুন দিল্লী—110016 ৰ দ্বাৰা প্ৰকাশিত ।

# ভূমিকা

কানাড়া সাহিত্য হাজাৰ বছৰৰ পুৰণি। কিন্তু কানাড়া উপন্যাসৰ উদ্ভৱ কালৰ এশ বছৰো পূৰ হোৱা নাই। স্বাধীনতাৰ পিছৰ কালছোৱাৰত কানাড়া উপন্যাস সাহিত্যই কল্পনাতীত বিকাশ লাভ কৰিছে আৰু সি বছৰে বছৰে প্ৰগতিৰ পথত আগবাঢ়িছে। সম্প্ৰতি তাৰ এনে বিকাশ ঘটিছে যে যি কোনো সমালোচক এজনে, কানাড়া সাহিত্যৰ আটাইবোৰ উপন্যাসেই পঢ়ি শেষ কৰি তেওঁৰ আলোচনা প্ৰস্তুত কৰিবলৈ সক্ষম হৈছে বুলি দাবী কৰিব নোৱাৰে। কিন্তু সেই বুলি এনেদৰে কোৱাটোও উচিত নহয় যে মাত্ৰ বিপুলতা আৰু বিবিধতায়েই কোনো এটি সাহিত্যৰ গুণা-গুণ বিচাৰৰ জোখ মাৰি।

উপন্যাস বাৰু কি? সাহিত্যৰ এইবিধ মাধ্যমৰ জন্ম ক'ত হৈছিল? কেতিয়া হৈছিল? তাৰ বিকাশৰ ৰূপৰেখা, ৰীতি-নীতি ইত্যাদি বিলাক কি? কানাড়া ভাষাত তাৰ উদ্ভৱ কেনেকৈ হ'ল? কিয় হ'ল? উৎপত্তিকালৰপৰা তাৰ গতি প্ৰকৃতি কি দৰে আগবাঢ়িছে? তাৰ পৰিপুষ্টিত কোন কোন লিখকে সহযোগিতা আগবঢ়াইছে? কোনে কোনে অৰিহণা যোগাইছে? কোন কোন লিখক সফল হৈছে? সেই সফলতাক যদি আনৰ সৈতে তুলনামূলকভাবে বিচাৰ কৰা হয়, তেনেহলে সেই সফলতা কোন স্তৰৰ? এই প্ৰশ্নসমূহৰ থুলমূল উত্তৰ দিয়াটোৱেই এইখন সংক্ষেপ পাতনিৰ উদ্দেশ্য। কানাড়া সাহিত্যৰ সমস্ত প্ৰকাশিত উপন্যাসাৱলীৰ ৰচকসকলৰ কৃতিত্বৰ আলোচনাত্মক পৰিচয় ইয়াত দাঙি ধৰা নাই। উপন্যাস কি? এই প্ৰশ্নৰ পোনপোটীয়া উত্তৰ দিয়াটো সম্ভৱ নহয়। সাহিত্যৰ এই মাধ্যমটিৰ বিশেষত্বই এনে যে তাৰ কোনো সু-নিৰ্দ্দিষ্ট নিশ্চিত-ৰূপ নাই। উৎকৃষ্ট উপন্যাস-সাহিত্যৰ এটা বিশেষ লক্ষণ এই যে, সাধাৰণতে কোনো জাতি বিশেষৰ আশা-আকাংখ্যা, ৰুচি-অভিৰুচি আনকি সাংস্কৃতিক স্তৰৰ বিকাশৰ ধাৰাসমূহো তাৰ মাজেৰে প্ৰষ্ফুটিত হৈ উঠে। যেতিয়া কোনো জাতিৰ আশা-আকাংখ্যা, ৰুচি-অভিৰুচি দেশগত আৰু কালগত পৰিবৰ্ত্তনৰ লগে লগে সলনি হয় তেতিয়া সেই পৰিবৰ্ত্তনৰ লগে লগে উপন্যাস সাহিত্যৰ গতি প্ৰকৃতিৰো সাল-সলনি ঘটে। সি যি কি নহওক সাহিত্যৰ এই মাধ্যমবিধে জাতীয় জন-জীৱনৰ সৈতে সমান্তৰালভাবে বিকাশ লাভ কৰে। সেই কাৰণেই উপন্যাস সাহিত্য এবিধ অতি সৰবৰহী জনপ্ৰিয় সাহিত্য মাধ্যম।

কানাড়া উপন্যাস-সাহিত্যৰ সুত্ৰপাত হয় পাশ্চাত্য-সাহিত্যৰ অনুকৰণত, মুখ্যতঃ ইংৰাজী সাহিত্যৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত "কানাড়া ভাষা সাহিত্যৰ" নৱ-জাগৰণৰ

কাল-ছোৱাত। যি সময়ত কানাড়া ভাষাত উপন্যাস-সাহিত্যৰ আৰম্ভ হয়, সেই সময়ত ইতিমধ্যে সমগ্ৰ ইউৰোপীয় ভাষা সমূহৰ উপন্যাস-সাহিত্যই তিনিশ বছৰীয়া জীৱন-কাল অতিবাহিত কৰি এক মহত্বপূৰ্ণ নিজস্ব স্থিতি লাভ কৰিছিল। ইউৰোপৰ পাঁচ-ছয়খন দেশৰ হেজাৰ বিজাৰ সাহিত্যিকৰ সাধনাৰ ফলস্বৰূপে উপন্যাস সাহিত্যই সৰ্ব্বতোমুখী বিকাশ লাভ কৰিছে। বিভিন্ন ঔপন্যাসিকে নিজ নিজ ভংগীৰে উপন্যাস ৰচনা কৰি, উপন্যাসৰ ৰচনা কৌশলত বিচিত্ৰতা সম্পাদন কৰিছে। এনেদৰে বিভিন্ন ধাৰাৰে বিকশিত উপন্যাস-সাহিত্যই কানাড়া ভাষাত এই শতিকাৰ তৃতীয় দশকত জন্ম লাভ কৰে।

এই কথাৰ অৰ্থ এনে নহয় যে, ইং 1920চনৰ আগতে কানাড়া ভাষাত উপন্যাস ৰচনা হোৱাই নাছিল। ৰচিত হৈছিল কিন্তু, ভাল উপন্যাস অতি কম সংখ্যক আছিল। আলোচক সকলৰ মত এয়ে যে "মুদ্দন্না" নামৰ লিখক এজনে "গোদাবৰী" নামৰ উপন্যাস এখন আধৰুৱাকৈ লিখি এৰে। "কেংপু নাৰায়ণে" ৰচনা কৰা "মুদ্ৰা-মঞ্জুস" নামৰ পুথিখনত উপন্যাস সুলভ কথন-ভংগী আৰু ভাষাৰ সৰলতা দেখা যায়। গুলৱাডী অন্নাৰায়ে ইং 1899 চনত এখন সামাজিক উপন্যাস লিখিছিল। এই যুগৰ আৰম্ভনীতে প্ৰকাশিত হোৱা মৌলিক উপন্যাসৰ ভিতৰত বোলাৰ বাবুৰামৰ "বাগ্‌দেৱী", এচ. এচ পট্টন্নাৰ "মাডিদ্দুন্নো মহাৰায়া" কেৰুৰ বাসুদেৱাচাৰ্যৰ "ইন্দিৰে" আৰু শ্ৰীমতী তিৰুমলাম্বাৰ ৰচনা সমূহ উল্লেখনীয়। ইয়াৰ ভিতৰৰ প্ৰথম উপন্যাসখনৰ মাজেৰে "বৈদিক-সমাজ"ৰ অৱনতিৰ চিত্ৰৰূপ ফুটাই তোলা হৈছে। দ্বিতীয়খনত মহীশূৰৰ জন-জীৱনৰ বাস্তৱৰূপ দাঙি ধৰা হৈছে। "ইন্দিৰে" উপন্যাসখনত সুশিক্ষিত সমাজৰ কাল্পনিক চিত্ৰৰূপ পোৱা যায়। তদুপৰি নিৰূপলাম্বাৰ ৰচনাৰ মাজেৰে সমাজ-জীৱনক সমালোচনা কৰা হৈছে। ইয়াৰ পৰাই স্পষ্টৰূপে বুজিব পাৰি যে, এই ৰচনা সমূহৰ ওপৰত পাশ্চাত্য সাহিত্যৰ প্ৰভাৱ পৰিছে।

বাস্তৱতে কানাড়া উপন্যাসত পৰা পাশ্চাত্য উপন্যাসৰ প্ৰভাৱ বঙলা আৰু মাৰাঠী উপন্যাসৰ মাজেৰে আহিছে। চাৰ ৱাল্টাৰ স্কটৰ ৰচনা ৰীতিৰ অনুসৰণত লিখা বঙ্কিমচন্দ্ৰৰ বঙলা উপন্যাস কেবাখনো ভী, বেঙ্কটাচাৰ্যই কানাড়া ভাষালৈ অনুবাদ কৰিছে। তাৰ ভিতৰত প্ৰধান উপন্যাস কেইখন হ'ল—বিষ-বৃক্ষ, আনন্দমঠ আৰু দেৱী চৌধুৰাণী। এই উপন্যাস কেইখন আজিও জনপ্ৰিয়। আপ্টেৰ মাৰাঠী উপন্যাস—ঈশ্বৰী-সূত্ৰ, মাৰাঠাৰ অভ্যুদয়, কুমুদিনী আদি উপন্যাস গলগনাথে কানাড়া ভাষালৈ অনুবাদ কৰিছে। এই উপন্যাস সমূহৰ ৰসাস্বাদন কৰোঁতা কানাড়া পাঠক আজিও বিদ্যমান। গংগানাথে "মাধৱ কৰুণ বিলাস" নামে এখন উপন্যাসো লিখিছিল। কিন্তু উপন্যাসখন তেওঁৰ দ্বাৰা অনূদিত উপন্যাস কেইখনৰ সমকক্ষ হোৱা নাছিল। এই দুয়োজনা অনুবাদকে কানাড়া উপন্যাস সাহিত্যৰ ৰিক্ত ভাণ্ডাৰ তেওঁবিলাকৰ নিজস্ব কৃতিত্বৰে পূৰ্ণ কৰিবলৈ প্ৰয়াস কৰিছিল। ইয়াৰ ফলত কানাড়া পাঠক-

সকলে উপন্যাসৰ ৰসাস্বাদননো কি সেই কথা উপলব্ধি কৰিবলৈ সক্ষম হৈছিল। এইসকল লিখকে নিজৰ সৃষ্ট উপন্যাসবোৰৰ জৰিয়তে জন-সাধাৰণক সাহিত্যৰ প্ৰতি আকৰ্ষিত কৰাৰ লগতে কানাড়া গদ্যক এটি নতুন ৰূপ দান কৰিলে।

কানাড়া ভাষা সাহিত্যৰ নৱজাগৰণৰ গুৰি ধৰোঁতাজন হৈছে আচাৰ্য বী, এম, শ্ৰীকণ্ঠয়্যা। তেওঁ দেখুৱাই দিয়া বাটেৰে আজিও কানাড়ী সকলে নিজক আগুৱাই লৈ গৈ আছে। পাশ্চাত্য সাহিত্যৰ অনুবাদৰ অনুকৰণত সৃষ্ট সাহিত্যৰ উপৰিও এই প্ৰভাৱৰ দ্বাৰা অনুপ্ৰাণিত হৈ নিজৰ মৌলিক দৃষ্টি কোণৰ পৰা মৌলিক সাহিত্য ৰচনা কৰাটোও তেওঁৰ প্ৰেৰণাতেই সম্ভৱপৰ হৈছে। এই তথ্য কানাড়া সাহিত্যৰ প্ৰতিটো স্তৰতেই দেখিবলৈ পোৱা যায় যদিও, মই সেই সকলো কথাৰ পাতনি নেমেলি কেৱল উপন্যাস সাহিত্যৰ কথাই ইয়াত আলোচনা কৰিম।

ইং 1920 চনৰ পৰা ইং 1947 চনলৈকে উপন্যাস সাহিত্য ৰচিত হোৱা এই কাল-ছোৱাক "সংক্ৰান্তি কাল" আৰু তাৰ পিছৰ কালছোৱাক "উৎকৰ্ষ-কাল" বুলি কব পাৰি। এই সময়ছোৱাত ৰচিত হোৱা সাহিত্যৰাজিক প্ৰধানতঃ এই দৰে ভাগ কৰিব পাৰি পৌৰাণিক, ঐতিহাসিক, সামাজিক, আঞ্চলিক, কৌটুম্বিক বা পৰিয়াল সম্বন্ধীয়, ব্যংগাত্মক, বিচাৰাত্মক, মনোবৈজ্ঞানিক আৰু ৰাজনৈতিক ইত্যাদি। এইদৰে বেলেগ বেলেগ বিষয়ত ভাগ কৰা হৈছে যদিও, ইয়াৰ অভিপ্ৰায় এনে নহয় যে প্ৰত্যেক বিভাগৰ ওপৰত সুকীয়াকৈ উপন্যাস ৰচিত হৈছে। সেইটো সম্ভৱপৰ নহয়। এনে বহুত উৎকৃষ্ট উপন্যাস আছে, য'ত এই সকলো বিষয়ৰে প্ৰতিফলন দেখা যায় অথবা এই বিভাগ সমূহৰ কোনো কোনো বিষয়ৰ লক্ষণ একেখন উপন্যাসতে সানমিহলি হৈ আছে।

নৱ-জাগৰণৰ কালছোৱাৰ আগতে ঐতিহাসিক (অনুবাদ মূলক) উপন্যাসৰ সংখ্যা সৰহ আছিল। সংক্ৰান্তি কালছোৱাত এই বিষয়ত অতি কম সংখ্যক উপন্যাস লিখা হৈছিল। ইয়াৰ ভিতৰত উল্লেখযোগ্য মাত্ৰ তিনিখনহে—দেৱুডু নৰসিংহ শাস্ত্ৰীৰ "ময়ূৰ" আৰু আনন্দকন্দৰ "ৰাজযোগী" আৰু "অশান্তি পৰ্ব"। "ময়ূৰ" উপন্যাসখনত কল্পনাৰ প্ৰাধান্য অধিক যদিও, উপন্যাসখন এখন অদ্ভুত আৰু ৰম্যাত্মক কৃতি। আনন্দকন্দৰ উপন্যাসবিলাকত বিজয়নগৰৰ ৰাজনৈতিক আৰু সামাজিক জীৱনৰ চিত্ৰ যথোপযুক্ত ৰচনা-শৈলীৰ জৰিয়তে ফুটাই তোলা হৈছে। ব্যংগাত্মক উপন্যাসো মাত্ৰ তিনিখনহে পোৱা যায়। যেনে,—শিৱৰাম কাৰন্তৰ প্ৰথম উপন্যাস "দেৱদূত", শ্ৰীৰঙ্গৰ "বিশ্বামিত্ৰৰ সৃষ্টি" আৰু না কস্তুৰীৰ "গালিগো-পুৰা"। প্ৰথম উপন্যাসখনত সমাজ-জীৱনৰ তীক্ষ্ণ বিশ্লেষণ কৰা হৈছে। কিন্তু লগতে এই উপন্যাসখন পৌৰাণিক কথাৰ এখন উৎকৃষ্ট নৱ-সংস্কৰণৰ নিদৰ্শন। দ্বিতীয়খন উপন্যাসৰ বিষয়-বস্তুৰ কথন-ভংগী আৰু চৰিত্ৰ বিশ্লেষণ অতি সুন্দৰ। তাৰ ফলত উপন্যাসখনে ঠায়ে ঠায়ে অফুৰন্ত হাঁহিৰ খোৰাক যোগায়। তৃতীয়খন উপন্যাসত সাধাৰণ ঘাত-প্ৰতিঘাতৰ বিকৃত ৰূপ আৰু সমাজ তথা ব্যক্তিৰ মাজত ঘটা

সংঘাতৰ চিত্ৰ দেখা যায়। হাস্যৰসেই উপন্যাসখনৰ মূল উপাদান। হাস্য-ৰসাত্মক আন এখন উপন্যাস হৈছে কস্তুৰীৰ "চক্ৰ-দৃষ্টি"। এই উপন্যাসখন ব্যক্তি-প্ৰধান উপন্যাস। ইয়াত নতুন কলা-কৌশল প্ৰয়োগ কৰা হৈছে। নতুন কলা-কৌশল সম্বন্ধ আন এখন উপন্যাস হৈছে—"অন্তৰংগ"। য'ত দেৱুডুৱে প্ৰথমবাৰৰ কাৰণে মনোবিজ্ঞানক সাহিত্যৰ মাজেৰে কলা-সুলভ ৰূপ দান কৰিছে। এনে ধৰণৰ বিষয়-বস্তুক লৈ—এই খনৰ আগতে "উদয়ৰাগ" নামে আন এখন উপন্যাসত তেওঁ এজন চিত্ৰকৰৰ জীৱনৰ চিত্ৰ অংকন কৰিছিল। তাৰ পাচত "সাহিত্যৰত্ন" নামৰ উপন্যাসত তেওঁ এজন সাহিত্যিকৰ আৰু "নটসাৰ্ব্বভৌম" নামৰ উপন্যাসত এজন নৃত্যশিল্পীৰ জীৱনৰ ছবি দাঙি ধৰে। এই উপন্যাসকেইখনত ৰচকে দেখুৱাবলৈ যত্ন কৰিছে যে,—চিত্ৰকৰ, সাহিত্যিক আৰু নৃত্যশিল্পী আদিয়ে তেওঁৰ নিজস্ব কলাক প্ৰতিষ্ঠিত কৰাৰ কাৰণে সমাজৰ সৈতে কেনেকৈ সংঘৰ্ষত লিপ্ত হবলগীয়াত পৰে। কিন্তু, ক্ৰোধ আৰু বাস্তৱৰ নগ্নতা প্ৰকাশৰ নামত লিখকে উপন্যাস কেইখনত যৌন-জীৱনৰ বিকৃত-চিত্ৰ অংকন কৰিছে।

কানাড়া উপন্যাস সাহিত্যত আৰম্ভনিৰে পৰা বৰ্তমানলৈকে একেৰাহে ৰচনাৰ মানদণ্ড উন্নত ৰাখি লিখি থকা ঔপন্যাসিক সকলৰ ভিতৰত শিৱৰাম কাৰন্তৰ নাম উল্লেখযোগ্য। 45 বছৰ কালৰ ভিতৰত মাত্ৰ 30—35 খন উপন্যাস লিখাটো তেওঁৰ সংযমৰ চানেকি। ইং 1947 চনৰ আগতে তেওঁ মাত্ৰ সাত-আঠখন উপন্যাস লিখিছিল। তেওঁৰ ৰচিত আন এখন উপন্যাসৰ কথা ইয়াত উল্লেখ কৰিব পৰা যায়। কাৰন্তৰ "সুলেয় সংসাৰ" এখন অতি উৎকৃষ্ট উপন্যাস। তেওঁৰ ৰচিত আন এখন উপন্যাস "বেট্টদ জীৱ"ও এখন আঞ্চলিক উপন্যাস। শ্ৰীৰঙ্গৰ "ভৰমণ্পৰ ভূত" এখন ৰহস্য উপন্যাস। ৰসিক-ৰঙ্গৰ "বালুৰি আৰু কাৰণ পুৰুষ"—সমস্যামূলক তথা বিচাৰ মূলক উপন্যাস। "সুদৰ্শন" পৰিয়াল সম্বন্ধীয় এখন সুন্দৰ উপন্যাস। "বিভুগদেয় বেলে" ৰাজনৈতিক উপন্যাস। মাস্তি-ভেঙ্কটেশ আয়েঙ্গাৰৰ "সুবন্না" এখন লঘু উপন্যাস যদিও, এই উপন্যাসখনৰ মাজেৰে চিৰন্তন মানৱতাবোধৰ লগতে জীৱনৰ পূৰ্ণ অভিব্যক্তিয়ে প্ৰকাশ লাভ কৰিছে। উপন্যাসখনত এজন গায়কৰ জীৱন-কাহিনী মৰ্ম্মস্পৰ্শীভাবে প্ৰকাশ কৰা হৈছে।

গায়ক জীৱনৰ কথা উল্লেখ কৰাৰ লগে লগে "সন্ধ্যাৰাগ" নামৰ উপন্যাসখনৰ বিষয়ে উনুকিয়াব লাগিব। বোধহয়, এ. এন্. কৃষ্ণৰাওৰ সেইখনেই সৰ্ব্বশ্ৰেষ্ঠ উপন্যাস। তেওঁৰ প্ৰথম উপন্যাস "সুলেয় সংসাৰত" বৈধব্য-যন্ত্ৰণা, "নৱ-সম্মান সমাধিত" নীৰস দাম্পত্য জীৱনৰ ছবি আৰু "চোমন দুভিত" দৰিদ্ৰতা তথা অস্পৃশ্যতাৰ সমস্যাৰ চিত্ৰ অংকন কৰা হৈছে। "বেট্টদ জীৱ" উপন্যাসখন আকাৰত সৰু হলেও সেইখন সুন্দৰ আঞ্চলিক উপন্যাস। সহজভাবেই কৌতূহলৰ সৃষ্টি কৰি চৰিত্ৰ সমূহৰ প্ৰতি পাঠকৰ মন আকৰ্ষিত কৰিব পৰাৰ ধৰণেৰে স্বাভাৱিক-চিত্ৰ অংকন কৰাটোৱেই তেওঁৰ বিশেষত্ব। ইং 1942 চনত প্ৰকাশিত তেওঁৰ "মৰলি মন্নিগে"

নামৰ উপন্যাসখন আজিও এখন শ্ৰেষ্ঠ উপন্যাস বুলি স্বীকৃত। এইখন উপন্যাসক তেওঁৰ প্ৰতিভাৰ পৰিপক্ক পৰিণতি বুলি কোৱা হয়। তিনি পুৰুষজোৰা জীৱন-ধাৰাৰ সুসংবদ্ধ নিৰূপণ, সাৰ্থক প্ৰকৃতি-চিত্ৰন, সংযত বৰ্ণনা, বলিষ্ঠ চৰিত্ৰাংকন তথা আঞ্চলিক ভাষণ-ভংগীৰ প্ৰাধান্য ইত্যাদি গুণৰ কাৰণে "মৰলি মন্নিগে" নামৰ উপন্যাসখন কানাড়া সাহিত্যৰ প্ৰথম শ্ৰেণীৰ উপন্যাস সমূহৰ ভিতৰত এখন বুলি পৰিগণিত হয়। এই উপন্যাসখনৰ উল্লেখ কৰিবলগীয়া গুণ এয়ে যে, এইখন উপন্যাসত প্ৰকৃতিৰ সৃষ্টি আৰু ধ্বংস উভয় শক্তিৰ প্ৰভাৱ মানৱ জীৱনৰ মাজেৰে অভিব্যক্ত হৈছে।

প্ৰায় একেধৰণৰ আৰু একে ভংগিমাৰ আন এখন উপন্যাস হ'ল "কুৱেম্পুঁ" (কে, ভী, পটন্না)ৰ "কানুৰ হেগ্‌গডতী" নামৰ উপন্যাসখন। এইখন উপন্যাসত "স্থানীয়-জীৱনৰ সুৰৰ" প্ৰাধান্য আছে। হাৰ্ডীৰ "ৰিটাৰ্ণ অৱ দা নেটিভ" লৈ মনত পেলোৱা এই উপন্যাসখনে "আঞ্চলিকতাৰ মাজেৰেই "সাৰ্বজনীন সাৰ্বভৌমতাৰ" স্তৰত উত্তীৰ্ণ হৈছে। তাত এগডন নাইধা হীথে যেনেকৈ মাথোন বিষয়-বস্তুৰ ওপৰ ভাগতে বিচৰণ নকৰি চৰিত্ৰৰ জীৱন-চিত্ৰ অংকনৰ সহায়ক হিচাপে ভূমিকা গ্ৰহণ কৰিছে সেইদৰে ইয়াতো মলেনাড়ুই মাত্ৰ কাহিনীৰ পৰিৱেশ মাত্ৰ ৰচনা কৰাতে আবদ্ধ নাথাকি চৰিত্ৰৰ জীৱনৰ-অংশঃস্বৰূপ হৈ প্ৰকাশ পাইছে। এনেদৰে কোৱাটো ভুল নহয় যে কবি "কুৱে পুঁৱে তেওঁৰ সমসাময়িক সমাজৰ জীৱন-দৰ্শনকেই তেওঁৰ এই গদ্য-মহাকাব্যত প্ৰকাশ কৰিছে।

কানাড়া ভাষাৰ আৰু এখন বৃহৎকায় উপন্যাস হ'ল—"সমৰ-সৰে জীৱন," যিখনৰ প্ৰথম ভাগ "ইঙ্জোড্ড" শিতানেৰে প্ৰাক-স্বাধীনতা কালতে পোণ প্ৰথমে প্ৰকাশিত হৈছিল। যি ধৰণেৰে "কাৰন্ত"ই পশ্চিম-কাৰাৱলীৰ আৰু কুৱেম্পুঁই মলেনাড়ুৰ চিত্ৰ অংকন কৰিছে সেইদৰে বিনায়কে (ৱী, কে, গোকাক) উত্তৰ কৰ্ণাটকৰ পট-ভূমিত এই উপন্যাসখনৰ কাহিনী আৰম্ভ কৰিছে। কানুৰুৰ হুৱয়্যাৰ দৰেই ধাৰৱাড়ৰ নৰহৰিও আদৰ্শ চৰিত্ৰ। পৰিয়ালগত বিদ্বেষে কেনেকৈ মানুহৰ পাৰিবাৰিক জীৱনক বিষাক্ত কৰি তোলে, তাৰ বাস্তৱ-চৰিত্ৰ এই উপন্যাসখনত বিশেষভাবে অংকন কৰা হৈছে। এই উপন্যাসখন সম্পূৰ্ণ কৰি তোলোতে লিখকক কুৰি বছৰ কালৰ প্ৰয়োজন হৈছিল। এই কথাৰ পৰাই বুজিব পাৰি যে বিনায়কৰ জীৱন-অনুভূতি প্ৰতিভা দৃষ্টি-কোণ তথা জীৱন-দৰ্শনে কেনেকৈ বিকাশ লাভ কৰিছে।

সাৰ মৰ্ম্ম এয়ে যে, কানাড়া উপন্যাসৰ বিকাশৰ কালছোৱাতে দুখন বৃহৎ আকাৰৰ উপন্যাস আৰু উন্নত মানৰ ভালেমান উপন্যাস কানাড়া ভাষাত ৰচিত হয়। আম সবাৰ দৰে—এই কালডোখৰত সকলো ধৰণৰ বিষয়বস্তু সম্পৰ্কে উপন্যাস লিখা হৈছিল। কথাবস্তুৰ বিবিধতাৰ লগে লগে উপন্যাসৰ ৰচনা কৌশলতো বিচিত্ৰতাই দেখা দিছিল। আলোচক সকলৰ মতানুসাৰে এই সময়ছোৱাত মাত্ৰ-আশী নব্বৈখন উপন্যাস ৰচিত হৈছিল। এইখিনি উপন্যাস সংখ্যাৰ ফালৰপৰা বৰ বেছি নহ'ব

পাৰে, কিন্তু মহত্ব আৰু প্ৰভাৱৰ গুণগত দৃষ্টিকোণৰপৰা অন্যান্য ভাৰতীয় ভাষাৰ তুলনাত পিছ পৰি থকা বিধৰ নহয়। পশ্চিমীয়া বতাহৰ প্ৰভাৱত উৎপন্ন হোৱা উপন্যাস সাহিত্য এইদৰে কানাড়া-ভাষী ৰাজ্যখণ্ডত ঠন-ধৰি উঠি ফলে ফুলে জাতিষ্কাৰ হৈ পৰিল। ·

দেশ স্বাধীন হ'ল। কৰ্ণাটকৰ পুনৰ্গঠন হ'ল। কানাড়া ভাষা-ভাষী ৰাইজ জাগ্ৰত হৈ উঠিল। কবি কণ্ঠই আহ্বান জনালে—কানাড়াৰ হকে হাত তুলি লোৱা। লগে লগে আন কোনো কথা নাই। বীৰ কানাড়া সকল একমুঠ হ'ল। সমান গতিৰে অনুপ্ৰাণিত লেখনি চলিবলৈ ধৰিলে। অজস্ৰ উপন্যাস ৰচিত হ'ল। কানাড়া সাহিত্যৰ সম্বৃদ্ধিৰ এই সময় ছোৱাত ৰচিত সাহিত্যৰ মূল্যাংকন একমাত্ৰ সময়েহে কৰিব পাৰিব।

বিনায়কে আগৰ পৰাই লিখি আছিল। ইং 1934 চনত লিখিবলৈ আৰম্ভ কৰা "ইঙ্গোড্ড" নামৰ উপন্যাস খনৰ ৰচনা—ইং 1954 চনত শেষ হয়। তাৰ পিছত সেইখনৰ নাম সলাই "সমৰ সৰে জীৱন" নামেৰে প্ৰকাশ কৰা হয়।

উপন্যাসখনৰ আৰম্ভনি বিয়োগাত্মক পৰিস্থিতিৰ মাজেৰে হলেও পৰিশেষত—মিলনাত্মক পৰিণতিৰে কাহিনী শেষ কৰা হৈছে। এই উপন্যাসখনৰ মাজেৰে কানাড়া উপন্যাস সাহিত্যৰ বিকাশৰ পৰিচয় পোৱা যায়। ইয়াৰ বাহিৰেও কুৱেপুৰে তেওঁৰ দ্বিতীয় উপন্যাস "মলেয়ল্লি মদুমগলু" খনো সেই সময়ৰ ভিতৰতে প্ৰকাশ কৰে।

এই চব্বিশ বছৰৰ ভিতৰত মুঠতে "কাৰন্ত"ই সিমানখনেই উপন্যাস ৰচনা কৰে। তেওঁ কোনো "গোষ্ঠী"ৰেই অন্তৰ্ভুক্ত নহয়। নাইবা তেওঁ নিজেও কোনো গোষ্ঠীৰ সৃষ্টি কৰা নাই। তেওঁৰ প্ৰত্যেকখন উপন্যাসেই বিষয়-বস্তু আৰু শিল্প-কৰ্ম্মৰ বিচাৰত বেলেগ ভংগীৰ। তেওঁ বৈজ্ঞানিক বিশ্লেষনাত্মক দৃষ্টিৰে জীৱনৰ প্ৰতিটো অংশৰ পৰ্যালোচনা কৰি চাইছে। তেওঁৰ ধাৰণা এয়েই যে- "নিজস্ব অনুভৱৰ" ভেটিতহে সাহিত্য গঢ়ি তুলিব লাগে। সেই কাৰণেই তেওঁ দেশৰ এচুকৰপৰা আন চুকলৈ ভ্ৰমণ কৰি ফুৰিছিল। তেওঁৰ হাতৰ মুঠিত "অনুভৱ আৰু বিচাৰ"ৰ সম্পত্তি বিদ্যমান। আদৰ্শবাদী হৈও তেওঁ যথাৰ্থ বাস্তৱৰ প্ৰতি নিষ্ঠাৱান। তেওঁৰ উপন্যাস সমূহ যেনে—"কুডিয়ৰ কুমু", "মুগিয়দয়ুদ্ধ," "হেওলাতাৰি," "সন্যাসীয় বদুকু," "মোগপডেদ মন." "চিগুৰিদ কনসু," "কৰুলিন কৰে," সমীক্ষে," মুকজ্জিয়, কনসুগলু, "আননিৰাল," অলিদ মেলে" আদি আজিও বিদ্যান তথা সৰ্ব্ব-সাধাৰণ পাঠক-বৃন্দৰ মাজত জনপ্ৰিয়। অকল এয়ে নহয়,—এজন শীৰ্ষ স্থানীয় আলোচকৰ মত এই যে,—তেওঁ (কাৰন্ত) কানাড়া সাহিত্যৰ এনে এজন মহান ঔপন্যাসিক—যাৰ বাবে সমগ্ৰ ভাৰতবৰ্ষয়েই গৌৰৱ কৰিব পাৰে।

এই উৎকৰ্ষৰ কালছোৱাত বহুতো লিখকে বহুতো পুথি ৰচনা কৰে। তাৰ ভিতৰত- "মংগল-সূত্ৰ," "গৃহলক্ষ্মী" আদি কেইখনমান উপন্যাস আদৰ্শমূলক

উপন্যাস। "শিৱ সন্তান," "নগ্ন সত্য," সংজেগতুলু" আদি কেইখনমান উপন্যাসত আকৌ মানুহৰ অধঃপতনৰ স্বৰূপ দাঙি ধৰা হৈছে। এই উপন্যাস কেইখনত এটি আন্তৰিকতাৰ অনুভূতি চাৰিওফালে ব্যাপ্ত হৈ আছে। একেধৰণৰ ৰচনাৰ পদাংক-অনুসৰণকাৰী ত, ৰা, সুব্বৰাওই তেওঁৰ সৰু সৰু উপন্যাসত বেশ্যা-জীৱন, স্ত্ৰী-স্বাধীনতা, পাৰিৱাৰিক সম্পৰ্কযুক্ত জীৱনৰ শিথিলতা আদি বিষয়ক সমস্যাবিলাকৰ উত্থাপন কৰিছে। তেওঁৰ ঐতিহাসিক উপন্যাস "হংসগীতে," "কম্বনিয়-কুয়িলু," "ৰক্ত-ৰাত্ৰি", "তিৰুগুবান" আদি অতি লোকপ্ৰিয় উপন্যাস। কথা বস্তু নিৰ্মাণ আৰু চৰিত্ৰ সৃষ্টিৰ মাজেৰে অতীতক আনি বৰ্তমানৰ বুকুত প্ৰতিষ্ঠা কৰাৰ জৰিয়তে তেওঁ অদ্ভূত কল্পনা-শক্তিৰ পৰিচয় দিছে। কোনো কোনো পৰিস্থিতি নাটকীয় ভংগীৰে প্ৰকাশ কৰা হৈছে। ঐতিহাসিক উপন্যাসত থাকিব লগীয়া সময়ানুসাৰিক সাজ-পাৰ আদিৰ চিত্ৰ-অংকনৰ বিষয়ত লিখকে সজাগতা আৰু প্ৰামাণিকতা ৰক্ষাৰ পৰিচয় দিছে। মুঠতে ক'ব লাগিব যে "চিত্ৰদুৰ্গ"ৰ নায়কৰ যুগটোক সফলতাৰে মূৰ্ত্তিমান কৰি তোলাত তেওঁ অসাধাৰণ দক্ষতাৰ পৰিচয় দিছে।

ঐতিহাসিক উপন্যাস লিখাৰ চেষ্টা ভালেমান লিখকেই কৰিছে। কৰ্ণাটকৰ অতীত বৈভৱৰ কথা প্ৰকাশ কৰাটোৱেই তেওঁলোকৰ উদ্দেশ্য। কিন্তু সেইবুলি কোৱাতো সম্ভৱ নহয় যে যিসকলে তেনে চেষ্টা কৰিছে সেই সকলৰ সকলোৰে মাজত সেই কাৰ্য সমাপন কৰিব পৰাৰ জোখাৰে প্ৰয়োজনীয় ক্ষমতা তথা কল্পনা শক্তি সমান-ভাৱে আছে। ইয়াত মাত্ৰ প্ৰধান লিখক সকলৰ কথাহে উল্লেখ কৰা হৈছে। সেই সকলোৰে ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ লিখকজন হৈছে—"মাস্তী-জী"। তেওঁৰ দুখন উপন্যাস আছে। যেনে—"চেন্নবসৱ নায়ক" আৰু "চিৰকবীৰ ৰাজেন্দ্ৰ"। পুথি-দুখন পঢ়িলেই স্পষ্টৰূপে বুজিব পাৰি যে, তেওঁৰ স্বীয়-কাৰ্য সম্পাদনৰ ক্ষমতা আছে। আপোন সংস্কৃতিৰ প্ৰতি তেওঁৰ যি মোহ আছে, তেনে মোহ আন লিখকৰ মাজত দুৰ্লভ। অতীত জীৱন আৰু সংস্কৃতিক প্ৰাণবন্ত ৰূপে প্ৰকাশ কৰাত "মাস্তীজী" অদ্বিতীয়। সম্ভৱতঃ এই একে স্তৰৰে আৰু এখন উপন্যাস হৈছে কে, ৱী, আয়াৰৰ "শান্তলা" (এইখিনিতে সমেতনহল্লি ৰাম ৰায়ৰ "সৰতি গন্ধাৰৱণে" খনৰ কথাও স্মৰণ কৰিব পাৰি) "ৰূপদৰ্শী" নামে আয়াৰৰ ৰচনাখন আৰু পুৰাণৰ মাজৰ পৰ্য্যায়ৰ সাহিত্য-কৃতি পৌৰাণিক উপন্যাস লিখোঁতা একমাত্ৰ লিখক হৈছে নৰ-সিংহ শাস্ত্ৰী। তেওঁৰ উপন্যাস তিনিখন যেনে—মহাব্ৰাহ্মন, মহাক্ষত্ৰিয় আৰু মহাদৰ্শন। এই ৰচনা সমূহত তেওঁ প্ৰাক-ঐতিহাসিক বিষয়-বস্তু প্ৰকাশ কৰিছে। যথাৰ্থতে ক'বলৈ গলে, তেওঁ হৈছে অতীত আৰু বৰ্তমানৰ মাজত যোগসূত্ৰ স্থাপন কৰোঁতা শিল্পী।

অতীত আৰু বৰ্তমানৰ মাজত সন্ধি স্থাপন কৰোঁতা আৰু কেইজনমান ঔপন্যাসিকৰ ভিতৰত শ্ৰীনিৱাস ৰায় প্ৰধান, যিজনে বুৰঞ্জীক বুৰঞ্জীৰ গাঁথনিৰ মাজত ৰাখিও তাৰ সততা ৰক্ষা কৰাৰ উপৰিও পাঠকৰ অভিৰুচিলৈ চকু দি আকৰ্ষণীয় কাহিনীক উপন্যাসৰ ৰূপত সজাই তুলিছে। টিপু-চুলতানক কেন্দ্ৰ

কৰি তেওঁ এলানি-কাহিনীৰ সুন্দৰ বৃত্তান্ত ৰচনা কৰিছে। সেই একে বিষয়কে লৈ ৰচিত বীৰ কেশৰীৰ "দৌলত" নামৰ উপন্যাস তথা এম, এন্, মূৰ্ত্তিয়ে লিখা তিনিখন উপন্যাস—"সন্ধান", "সংবিধান" তথা "সংহাৰৰ" নাম এইখিনিতে উল্লেখনীয়।

ৱী, পুট্টস্বাময়্যাৰ "ক্রান্তি কল্যাণ" উপন্যাসখনৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। এইখন উপন্যাস ছয়-খণ্ডত প্রকাশিত হৈছে আৰু তাত ১২শ শতিকাৰ কৰ্ণাটক ৰাজ্যৰ জন-জীৱনৰ ব্যাপক চিত্র অংকিত হৈছে। সাহিত্যৰ মাজেৰে সংস্কৃতি, ৰাজনীতি, ধৰ্ম, সমাজ তথা শাসন-ব্যৱস্থাৰ চিত্র কি ধৰণে অংকন কৰিব পাৰি, এই উপন্যাসখন তাৰ এটি উৎকৃষ্ট নিদৰ্শন।

তাৰ বিপৰীতে আৰু কিছুসংখ্যক উপন্যাস ৰচিত হৈছে, যাৰ বিষয়বস্তু নিতান্ত সংকীৰ্ণ পৰিৱেশৰ মাজতে আবদ্ধ। "কাৰন্তৰ" "কুডিয়ৰ কুসুত" পশ্চিম-কাৰাৱলীৰ মাত্র কুডিয়ৰ সকলৰ জীৱন চিত্রহে অংকন কৰা হৈছে। গণপতিৰ দ্বাৰা ৰচিত "কন্নিকাৱেৰী"ত কোডণ্ড সকলৰ জীৱনৰ ছবি চিত্রিত হৈছে। সেইদৰেই ভাৰতী-সুতৰ "ইলিয়বাণু" "চিগুৰু হাসিনে" নামে উপন্যাসত কেৰেলাৰ সীমান্তৱৰ্তী এটি বিশিষ্ট সম্প্রদায়ৰ জীৱনৰ ছবি অঁকা হৈছে। বিন্দুমাধৱে—বলিপীঠত অঘৰী মানুহৰ জীৱনৰ আলেখ্য ফুটাই তুলিছে। সেইদৰেই মিৰ্জি অন্নাৰায়ে "নিসৰ্গ" নামৰ উপন্যাসখনত উত্তৰ কৰ্ণাটকৰ সীমাৱৰ্ত্তী গ্রাম্য জীৱনৰ চিত্র প্রকট কৰি তুলিছে। ৱী, এম. ইনামদাৰে "কনসিন মনে", "কদিউ মনে", আৰু "বাডিদহুৱুত" সু-শিক্ষিত পাঠকৰ উপযোগীকৈ সু-শিক্ষিত সমাজৰ সমস্যাৱলী উত্থাপন কৰিছে। গোৰুৰ ৰামস্বামী আয়েংগাৰে "মম্মুৰিণ ৰসিকৰু"ত এখন গাৱঁৰ বহুত মানুহৰ জীৱন-চিত্র অতি মনোৰঞ্জক ৰূপেৰে প্রকাশ কৰিছে। পুথিখনে "পিকউইক পেপাৰ্চৰ" কথা মনত পেলায়! এইখন উপন্যাস এখন ৰম্য-উপন্যাস হিচাপে অগ্রগণ্য পুথি।

গোৰুৰৰ সমানেই পুৰণি চামৰ আৰু এজন প্রসিদ্ধ লিখক হৈছে শ্রীৰঙ্গ (আদ্য ৰঙ্গাচাৰ্য্য) তেওঁৰ হাস্যৰসে পোনে পোনে অন্তৰ স্পৰ্শ নকৰি পাঠকৰ বুদ্ধি-জগত-কহে আলোড়িত কৰে। তেওঁৰ সকলো ৰচনাই প্রাচীন কথাক সমকালীন জীৱনৰ সৈতে মিলাই চাবলৈ যত্ন কৰিছে। তাৰ ফলতেই "বিশ্বামিত্রৰ" সৃষ্টি হৈছে। শ্রীৰঙ্গই পাশ্চাত্য সাহিত্য আৰু সংস্কৃতিৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰিছিল। কানাড়া-সাহিত্যত তেওঁৰ উপন্যাসৰাজিৰ বিশেষ স্থান আছে। তেওঁৰ ৰচনাত মনোবিশ্লেষণৰ নতুনত্ব আছে। তেওঁৰ "পুৰুষাৰ্থ" "অনাদি" "প্রকৃতি" "পুৰুষ" "কুমাৰসম্ভৱ" আদি ৰচনাত সেই কথা পৰিলক্ষিত হয়। প্রকৃতিৰ গতিবিধি মানুহে বুজিব নোৱাৰে। প্রকৃতি চিৰন্তন। সেই চিৰন্তন প্রকৃতিৰ সমুখত মানুহৰ জ্ঞানৰ সীমাৱদ্ধতাৰ কথা উদঙাই দেখুৱাটোৱেই তেওঁৰ উপন্যাসসমূহৰ উদ্দেশ্য।

প্রকৃতিৰ নিত্যতা, মানুহৰ ক্ষণিকতা আৰু এই দুটিৰ মাজৰ সংঘৰ্ষত মানুহৰ

পৰাজয়ৰ পৰিণতিক বিষয়-বস্তু হিচাপে লৈ ৰায়বাহাদুৰে তেওঁৰ "গ্ৰামায়ণ"ত যেন এখন ৰামায়ণকেই ৰচনা কৰিছে।

একে পৰ্যায়ৰ লিখকৰ ভিতৰত এচ, এল, ভৈৰপ্পাৰ "বংশ বৃক্ষ" জীৱনৰ এটি বিশাল দিশ সামৰি লোৱা বিষয়-বস্তুৰে ৰচিত উপন্যাস। জীৱনৰ প্ৰতি শ্ৰদ্ধা তথা মূল্যৰ সংঘৰ্ষৰ মাজত সাঙোৰ খাই পৰি মানুহে কেনেকৈ চট্‌ফটাই থাকিব লগাত পৰে সেই কথা অতি সহজ আৰু সুন্দৰ ভংগীৰে ইয়াত প্ৰকাশ কৰা হৈছে। নদী, গুৰু আৰু ঋষিৰ উৎপত্তি-মূলৰ বিষয়ে অনুসন্ধান নকৰাটোৱেই বিধেয়। শান্তিৰ মূল—উৎসও কেনে সাৰ-শূন্য সেই দুঃখদায়ক সত্যৰ উপলব্ধিকেই এইখন উপন্যাসত প্ৰকাশ কৰা হৈছে। একেজন লিখকৰে অন্যান্য উৎকৃষ্ট উপন্যাসসমূহ হ'ল—"গৃহভংগ," "মতদান," "জলপাত," "দুৰসৰিদৰু" আৰু "নায়িৰনেৰলু"। তেওঁৰ অনুসন্ধান কায চলোৱাৰ পটভূমিত—যদি কোনো মানুহৰ মনত পূৰ্বজন্ম-বিষয়ক কিবা স্মৃতি থাকি যায় তেন্তে সমাজ জীৱনৰ ওপৰত তাৰ প্ৰভাৱ কেনেদৰে থাকিব পাৰে সেই কথা সফলতাপূৰ্ণভাৱে দেখুৱাবলৈ যত্ন কৰিছে।

মনঃস্তত্ত্বমূলক উপন্যাস ৰচনাৰ ভেটি বান্ধোতা সকলৰ ভিতৰত শ্ৰীমতী অনুসূয়া "ত্ৰিৱেনী" অগ্ৰগণ্যা। তেওঁৰ "বেৰিকন কন্নু," "দূৰদবেট্ট," মুচ্চিদবাগিলু," "শৰ পঞ্জৰ" আদি উপন্যাস তাৰেই উদাহৰণ। তেওঁৰ আন উপন্যাস "হৃদয়-গীত," তাৰে "কোল," "হন্নুলৌচিস্তৰিদাস," বেলিমোড আদিও অতি জনপ্ৰিয় উপন্যাস। এটি বিশেষত্বপূৰ্ণ ৰচনা শৈলী আৰু দৃষ্টিকোণেই তেওঁৰ জনপ্ৰিয়তাৰ কাৰণ। কৌতূহলতাপূৰ্ণ দৃষ্টিৰে জীৱনটোক নিৰীক্ষণ কৰি তেওঁ সূক্ষ্মতা, লালিত্য আৰু হাস্যৰসাত্মকতাৰ মাজেৰে তাৰ চিত্ৰ অংকন কৰে। তেওঁৰ উপন্যাসৰ মাজেৰে সমাগত পাৰিৱাৰিক সম্পৰ্ক বিষয়ক যিবিলাক চিত্ৰ অংকিত হৈছে, সেই চিত্ৰ আমাৰ ওচৰে-পাঁজৰে থকা যি কোনো মধ্যবিত্ত পৰিয়ালৰ ঘৰৰ ছবি হ'ব পাৰে। এইদৰে মহিলাৰ দৃষ্টিৰে পাৰিৱাৰিক সম্পৰ্ক সমূহৰ বিষয়ে নিৰীক্ষণ কৰি উপন্যাস ৰচনা কৰা—ঔপন্যাসিক সকলৰ ভিতৰত "ৱানী," এম, কে, জয়লক্ষ্মী আৰু অনুপমা নিৰঞ্জনৰ নাম উল্লেখনীয়।

নিৰঞ্জন, কৃষ্ণ-মূৰ্ত্তি পুৰাণিক আৰু বসৱৰাজ কট্টীমনী এই তিনিওজন শক্তিমান লিখক। তেওঁলোকে যথেষ্ট পৰিমানৰ সাহিত্য ৰচনা কৰিছে। পাশ্চাত্যৰ "ক্ৰুদ্ধ—যুৱক" ( Angry youngman ) সকলৰ দৰে তেওঁলোকেও সমাজ সমালোচনা কৰিছে। তেওঁলোকৰ ৰচনাত সমাজত দেখা যোৱা অন্যায়, অসত্য, অনীতি আদিৰ বিৰুদ্ধে সাহেৰে থিয় দিয়াটো চকুত পৰে, লগতে কিছু পৰিমানৰ বলিয়ালিয়েও প্ৰকাশ লাভ কৰা দেখা যায়। তেওঁলোকৰ এনে সমাজ-মোহে কলাৰ-দিশটোত তেওঁ-লোকৰ ৰচনাক কিছু ক্ষতি কৰিছে। এওঁলোকৰ উৎকৃষ্ট ৰচনা সমূহ হ'ল কট্টীমনীৰ "জালামুখীৰ মেলে" আৰু "মন্নুমণ্ডু হেন্নে," নিৰঞ্জনৰ "বন-শংকৰি" "ৰংগম্মন ৱঠাৰ," পুৰাণিকৰ "মুক্তৈদে" আৰু বেৰৱিন বেলে"। আশ্বৰ্থই তেওঁৰ

"বৰদসিৰী" নামৰ উপন্যাসৰ কলা-সুলভ ভংগীৰে অন্যায় আৰু অনীতিৰ দুষ্পৰিনাম উদঙাই দেখুৱাইছে আৰু "হম্বল" নামৰ উপন্যাসত আদর্শ—অনুশীলনৰ পথ কেনে কঠোৰ তাক সুন্দৰ ৰূপেৰে প্ৰকাশ কৰিছে।

বৰ্ত্তমানকালৰ আন কেইজনমান প্ৰসিদ্ধ উপন্যাস লিখক হ'ল—"ভগ্ন-মন্দিৰ"ৰ লিখক হেমন্ত, "হেমন্ত-গান"ৰ গায়ক ৰৎসৰায়-বন্সাল, "মুক্তি"ৰ লিখক শান্তিনাথ দেশাই, "মুৰুদাৰী গলু" (তিনিটা পথ)-ৰ লিখক যশবন্ত-চিণ্ডাল, "গংগৱৰা গংগামাই"ৰ ৰচয়িতা শংকৰ মোকাশী আৰু "সংস্কাৰ"ৰ প্ৰণেতা য়ু, আৰ অনন্তমূৰ্তি। এইসকল লিখকৰ মূল্যাংকন এতিয়াই কৰাটো সম্ভৱ নহয়।

মুঠতে কানাড়া উপন্যাস সাহিত্য পৰ্য্যপ্ত পৰিমাণে সম্বৃদ্ধ। সম্ভৱতঃ এনে দৰে কোৱাটো ভুল নহ'ব যে ভাৰতীয় যি কোনো ভাষাৰ উপন্যাসৰ তুলনাত ই কোনো পক্ষে কম নহয়।

"নিসৰ্গ" উপন্যাসখন মিৰ্জ্জি অন্নাৰায়ৰ প্ৰথম উপন্যাস হলেও, এইখনেই তেওঁৰ সৰ্ব্বশ্ৰেষ্ঠ উপন্যাস। বেলগাওঁ জিলাৰ উত্তৰ ভাগৰ এখন গাৱঁৰ জীৱন আৰু সেই গাৱঁত বসবাস কৰা "জৈনধৰ্ম্মী" সমাজ এখনৰ চিত্ৰ এইখন উপন্যাসত প্ৰথমবাৰৰ বাবে ফুটাই তোলা হৈছে। আঞ্চলিক ভাষা শৈলীৰ প্ৰয়োগৰ কাৰণে সম্পূৰ্ণ জীৱন-চিত্ৰৰ যথাৰ্থ সহজ আৰু স্বাভাৱিক প্ৰতিফলন ঘটোৱাত লিখক সফল হৈছে। দৈনন্দিন জীৱনত ব্যৱহৃত ভাষাৰ প্ৰয়োগেৰে তেওঁ এটি সৰু পৰিৱেশৰ মাজতো এখন বিশিষ্ট জগতৰ সৃষ্টি কৰিছে। সেই জগতৰ আধাৰত প্ৰকাশ পোৱা উপলব্ধ সত্য এয়েই যে সমাজৰ—কৃত্ৰিম-বন্ধন আৰু প্ৰকৃতিজাত সহজ প্ৰবৃত্তিৰ মাজত উদ্ভৱ হোৱা টনাটনিত অৱশেষত প্ৰকৃতিয়েই জয়লাভ কৰে। এই উপন্যাসখনৰ কোনো কোনো ঠাইত ইংগিতেৰে আৰু কোনো কোনো ঠাইত সুস্পষ্টৰূপত সেই কথা প্ৰকাশ কৰা হৈছে। প্ৰকৃতিৰ প্ৰৱল প্ৰভাৱত পৰি "বিবাহ-ধৰ্ম্ম"ৰ দেওনা চেৰাই গৈও অনন্ত আৰু তাৰাৰ মাজত ঘটা মিলনৰ ঘটনা, তাৰ এটি উদাহৰণ। সেই কথা, যিমানখিনি ইংগিতময়তাৰ মাজেদি প্ৰকাশ কৰা হৈছে, ঠিক সিমানখিনি স্পষ্টতাৰ মাজেৰেও লিখকে অন্তিমত মুকলি ভাষাৰে কৈছেঃ

'নিজ নিয়ম অনুসাৰে প্ৰকৃতিৰ-চক্ৰ আপোন পথেৰে আগুৱাই গুচি যায়।'

এই আঞ্চলিক উপন্যাসখনত সেই অঞ্চলৰ ৰীতি-নীতি, মেলা-উছৱ, জীৱনৰ সম্পৰ্কীয় বিকাশ আৰু জীৱনৰ বিষয়সমূহৰ ক্ষেত্ৰত গ্ৰহণ কৰা সিদ্ধান্ত আদিৰ বিষয়ে অতি বিস্তৃতভাৱে উপন্যাসৰ কথা-বস্তুৰ জৰিয়তে প্ৰকাশ কৰা হৈছে। এই পৰিৱেশৰ সৈতে সাঙোৰ খাই থাকি দুখ-যন্ত্ৰনাক মাৰোগত কৰি লোৱা অনন্ত আৰু তাৰকা দুয়ো এই উপন্যাসখনৰ বিষয়-বস্তুৰ কেন্দ্ৰ। সিহঁত দুয়োৰে মাজৰ প্ৰকৃতিজাত প্ৰেৰণা আৰু গভীৰ প্ৰেমাণুৰাগ সমাজৰ সমষ্টিগত আৰু ৰাষ্ট্ৰীয় দুৰ্গুণৰ সৈতে খুন্দা-খুন্দলি খাই চূৰমাৰ হৈ গৈছে। এই উপন্যাসখনৰ মুখ্য বক্তব্য হৈছে এয়ে যে সিহঁতৰ ল'ৰালি-কালৰ স্নেহৰ সম্পৰ্কই অন্ততঃ মৃত্যুৰ মাজেৰে পৰিণতি লাভ কৰিছে।

উপন্যাসখনে এই প্ৰমাণ দাঙি ধৰিছে যে জীৱনৰ মূলভূত—শক্তি "কামৰ" প্ৰতি যদি কোনো প্ৰকাৰৰ অন্যায় কৰা হয় তেন্তে, বিনাশ নিশ্চিত। ইয়াৰ নায়ক অনন্ত আদৰ্শবাদী মানুহ নহয়। সি প্ৰণয়ত বিফল হৈ বিকৃত জীৱনধাৰা আকোৱালি লোৱা এজন মানুহ।

অন্নাৰায়ৰ অন্যান্য উপন্যাসতো গ্ৰাম্য জীৱনৰ চিত্ৰ আৰু পৰিবেশৰ ছবি দেখা যায়। কিন্তু তাৰ মাজতো ৰাজনৈতিক, সামাজিক, আদি সমস্যাৰ প্ৰাধান্য লক্ষণীয়। "ৰাষ্ট্ৰ-পুৰুষ," "প্ৰতি—চৰকাৰ," "অশোক চক্ৰ," "ভস্মাসুৰ," "ৰামান্ন মাষ্টৰ," আদি এখনো "নিসৰ্গ"ৰ পৰ্য্যায়ৰ উপন্যাস নহয়।

—চি. ডি. গোৱিন্দ দাস

# 1

জহকালিৰ দিন। চত মাহৰ চাৰিভাগৰ তিনি ভাগ দিন পাৰ হৈ গৈছে। সাঁজ লাগিবৰ হৈছিল বাবে ৰ'দ কমি আহিছিল। কিন্তু গৰম কমা নাছিল। অনবৰত ঘাম ওলাই থকাটো চলিয়েই আছিল।

এনে এদিনৰে আবেলি মগদুম পৰিয়ালৰ চোতালত কিছুমান ল'ৰা-ছোৱালীয়ে খেলি আছিল। খেল পূৰাদমে চলিছিল। ল'ৰা-ছোৱালীবোৰে ঘূৰণীয়াকৈ ঘেৰ সাজি থিয় হৈছিল। সিহঁতৰ মাজৰপৰা তাৰক্কাই ল'ৰা-ছোৱালীহঁতক ওখৰপৰা চাপৰলৈ অনুক্রমে সজাই সজাই থিয় কৰাই লৈছিল। ঘেৰটোৰ বাহিৰৰ ফালে সখীয়েক সুমতিয়ে খেল আৰম্ভ কৰাৰ ক্ষণলৈ বাট চাই আছিল।

তাৰক্কাৰ কাম শেষ হ'ল। তাই কলে "সকলোৱে হাতে হাতে ধৰাহঁক, খেল আৰম্ভ কৰোঁ।" ইজনে সিজনে হাতে হাতে ধৰি ললে। ইহঁত দুজনীৰ এজনীয়ে ঘেৰটোৰ ভিতৰৰ পৰা আৰু আনজনীয়ে ঘেৰটোৰ বাহিৰৰ পৰা গাবলৈ আৰম্ভ কৰিলে। "উৰি গ'ল পাৰ চৰাই, লাগি ৰ'ল তেল। মেকুৰাৰ নাই গাখীৰ, কুকুৰৰ নাই ৰুটিৰ টুকুৰা, উৰি গ'ল পাৰ চৰাই, উৰি গল! উৰি গ'ল পাৰ চৰাই,—উৰি গ'ল' এনেকৈ গাই গাই দুয়ো ঘেৰটোৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। মাজে মাজে কোনো কোনো ল'ৰা-ছোৱালীৰ মূৰত হাত থৈ দি,—"মুকুতাৰ দৰে মা-জনীক আনি দিস,—বহি যা; সোণৰ নিচিনা কইনা আনি দিস,—বহি যা; "গাইজনীৰ নিচিনা ভনী দিস,—বহি যা" বুলি একোজনক একো একোটা ভিন্ ভিন্ বস্তু দিয়াৰ কথা কৈ কৈ বহুৱাই থৈ যাবলৈ ধৰিলে।

বিয়া-ঘৰীয়া ধুমধাম কালিয়েই শেষ হৈ গৈছে। ৰভাৰ অধিকাংশ খুলি পেলোৱা হৈছিল, কিন্তু তথাপিও বিয়া-ঘৰত অ'ত-ত'ত থকা সৰু বৰ ইটো সিটো কাম-কাজৰ অন্ত নাছিল। বিয়াৰ বাবে গোটাই অনা বয়-বস্তুবোৰ আকৌ ওভটাই দিয়াৰ ব্যস্ততাত "মগদুম পৰিয়াল"ৰ মল্লহঁতৰ ঘৰখন ব্যস্ত হৈ আছিল। আজি সকলোৱে মল্লহঁতৰ ঘৰতে খোৱাৰ কথা। ভিতৰত তেতিয়া গধূলিৰ সাজৰ বাবে ৰন্ধা-বঢ়াৰ যা-যতন চলিছে। মণ্ডপৰ একোণত পাৰি থোৱা খাট এখনৰ ওপৰত পাঁচ-ছয়জন মান মানুহ খাবলৈ মতাৰ অপেক্ষাত বহি মেল মাৰি আছিল। হৈ যোৱা বিয়াখনৰ বিষয়েই সিহঁতে নিজৰ মাজত আলোচনা কৰিছিল।

এজনে কলে—"যি কি নহওক তাৰক্কা ভাল মানুহ এঘৰতেই পৰিছে, সেয়েই যথেষ্ট।" এআনজনে মাত দিলে—"সেই বুলি দৰাজন ছোৱালীৰ যোগ্য নহ'ল।

ঘোঁৰাত উঠাৰ সময়ত মন কৰিছিলানে? ঘোঁৰাৰ পিঠিত দগধাকৈ গাদী এখন পাৰি আনিছিল, যাতে তাত বহিলে দৰাক বেচ ওখ-পাখ যেন দেখি।"

"তাৰক্কা কেনে বুদ্ধিমতী ছোৱালী নেদেখিলা? তাই কথাবোৰ তৎক্ষণাত বুজি লয়? বেচেৰীয়ে ঘোঁৰাত উঠাই দিয়াৰে পৰা ঘৰ পোৱালৈকে এবাৰো মূৰ তুলি নাচালে। গুণৱতী মাকৰ ছোৱালীহে তেও?" এজন বুঢ়া মানুহে তাৰক্কাৰ আচৰণৰ প্ৰশংসা কৰিলে।

"হেৰ'! সকলো সেই নিজৰ মাজৰ তেজ-মঙহৰ সম্পৰ্কৰহে কথা? মল্লই নিজৰ জীয়েকজনীক দিলে আৰু ভনীয়েকৰ ঘৰখনক আপোন কৰি ললে। এয়েহে আৰু।"

"সিহঁততো আগৰ পৰাই আপোন। সৰু ভনীয়েকৰ ঘৰখন জানো কাৰোবাৰ কাৰণে পৰৰ ঘৰ?"

"যাব দে ভাই। যদি সিহঁতে বিচাৰিলেহেঁতেন, বাহিৰৰ আন মানুহে চাৰিশ টকা বৰ-দক্ষিণা দিয়াৰ উপৰিও কাকুতি-মিনতি কৰি সিহঁতক ছোৱালী যাচিলে-হেঁতেন, সেই ল'ৰাটোক……।"

"এওঁনো বাৰু কিটো দিয়া নাই? নগদ ধন অৱশ্যে দিয়া নাই, কিন্তু জোৱাঁয়েকক সোণ দিছে। কথাটোতো একেই! জীয়েকৰ বিয়াত মল্লই বলে পৰাতকৈও বেছি খৰচ কৰিছে। অযথা কাৰো বিষয়ে এনেকৈ কোৱা উচিত নহয়।" মল্লৰ পক্ষ সমৰ্থন কৰি ডেকা ল'ৰা এজনে মাত দিলে।

"নাই, নাই—সেইটো মোৰ উদ্দেশ্য নহয়। খৰচৰ কথাটোনো কি কথা? সকলোৱে কৰে। তদুপৰি জীয়ৰীৰ বিয়াত খৰচতো কৰিবই লাগিব। কিন্তু কথাটো হৈছে যে,—সিহঁতৰ ঘৰত ছোৱালী দিবলৈ ঘৰৰ তিৰোতাজনীৰ মন নাছিল। "মোৰ একেজনী মাথোন ছোৱালী।" আপুনি নিজৰ ভনীয়েকৰ মৰমত আগ-পিচ একো নুশুনাকৈ সিহঁতৰ ঘৰতে দিবলৈ ওলাইছে। কিন্তু কাইলৈ যদি তাই সুখী হ'ব নোৱাৰে, চাব! এই একেখন গাৱঁতেই ঘৰৰ ওচৰতে থাকিব, যদি সদায় পুৱা উঠিয়েই বাচাটোৱে কন্দাকটা কৰি থকাটো দেখি থাকিব লগাত পৰো, তেনে হলে মই সহি থাকিব নোৱাৰিম। ছোৱালীৰ দায়-দোষ কিবা এটা দেখিলে তাক সহিব পৰা তিৰোতা হব লাগে। চিম্মৰ্বা যেনেহে মুখ চোকা তিৰোতা! আপোনাৰ ভনীয়েক বুলিয়েই কথা লুকুৱাই নাৰাখিব।" ৰত্নাই কৈছিল গিৰিয়েকক। কিন্তু সেইবোৰ কোনোটো কথাতে কান নিদিলে মল্লই আৰু মনেৰে যিটো ভাবিলে তাকে কৰি গ'ল।"

এই কথাবোৰ তাত উপস্থিত থকা কোনো কোনো জনৰ বোধহয় ভাল নালাগিল। তেওঁলোকে ল'ৰা-ছোৱালীহঁতৰ খেলৰ ফালে মনোনিবেশ কৰিলে। এটি ল'ৰাই কোৱা শুনা গ'ল। "মুকুতাটোৰ নিচিনা কইনা আনি দিম…?" এনেকৈ কৈয়েই সি দেখিলে যে ডাঙৰ আৰু বুঢ়া মানুহবোৰে তাৰ ফালে চাই

আছে। থত্মত্ খাই সি বহি গ'ল। সকলোৱে খিলখিলাই হাঁহি দিলে, সৰু সৰু লৰা-ছোৱালীবোৰেও সেই হাঁহিত যোগ দিলে। লৰাটোৱে লাজতে মূৰ তলকৈ থাকিল। খেল আকৌ চলিবলৈ ধৰিলে। তাৰক্কা আৰু সুমতিয়ে গাই গাই আৰু এপাক দুপাক মান মাৰিলে। আৰু আন এটা লৰাৰ মূৰত হাত থলে।

এনেতে এটা ঘটনা ঘটিল। তাৰক্কাৰ বিয়ালৈ অহা সম্বন্ধীয় লোক সকলৰ ভিতৰত অনন্ত নামেৰে আঠ বছৰীয়া ল'ৰা এটিও আছিল। সি তাৰক্কাৰ আপোন মোমায়েকৰ একমাত্ৰ পুতেক। সি এটা বৰ ধুনীয়া গুনাৰ বনকৰা টুপী পিন্ধি আছিল। টুপীটো সি বৰ যতনেৰে ৰাখিছিল। গাঁৱৰ ল'ৰাহতঁৰতো কথাই নাই, বয়সীয়াল তিৰোতাবিলাকৰ মাজতো, অনন্তৰ টুপীটো এটা আকৰ্ষণৰ বস্তু হৈ পৰিছিল। বিয়ালৈ অহা সকালো তিৰোতাৰ মুখতে টুপীটো যে কেনে ধুনীয়া!" এইযাৰ কথা উচ্চাৰিত হৈছিল। সেই কাৰণে তাৰক্কাৰ মনতো তাকে লৈ এটা গৰ্বৰ ভাৱ উপজিল —"আমাৰ অনন্তৰ এনে সুন্দৰ টুপী এটা আছে।"

সুমতিয়ে গৈ অনন্তৰ মূৰত হাত থোৱাৰ লগে লগে তাৰক্কা জক্জকাই উঠিল - "চাওঁ আতঁৰা - মোৰ হাত এৰি দিয়া। তুমি, অনন্তৰ টুপীটো মোহাৰি পেলালা।" ইয়াকে কৈ তাই সুমতিৰ হাতৰপৰা নিজৰ হাত এৰুৱাই আনি টুপীটোৰ ভাঁজ খোৱা অংশটো ঠিক কৰিবলৈ ধৰিলে।

তেতিয়া সুমতিয়ে কলে - "অকণমান মাত্ৰ ভাঁজ লাগিছে, তাতেনো কি হ'ল হে?"

"থৈ দিয়া, মোৰ মোমাইদেৱে বিয়ালৈ অহাৰ কাৰণেই যে দহোটা টকাৰে টুপীটো কিনি দিছে সেইটো তুমি কেনেকৈ বুজিবা?"

অনন্তই, তাৰক্কাই হাতত লৈ থকা টুপীটোৰ ফালেই চাই আছিল। তাৰ মুখখন এন্ধাৰ-মুন্ধাৰ হৈ পৰিছিল। চকুৰ কোন দুটিও সেমেকি আহিছিল। তাৰক্কাই যেতিয়া তাৰ ফালে চালে তেতিয়া সি লাহেকৈ উচুপিবলৈ আৰম্ভ কৰি দিলে।

"কোনো কথা নাই। আহ মোৰ ভাইটি'—বুলি কৈ তাক নিচুকাবৰ কাৰণে কোলাত তুলি লৈ তাৰক্কাই নাচিবলৈ ধৰিলে আৰু "মোৰ মৰমৰ সোনটি, মৰমৰ ৰাজকোঁৱৰটি" বুলি গুণ-গুণাই গাই গাই তাৰ চকুপানী মচি দিবলৈ ধৰিলে।

খেল তাতেই বৈ গ'ল। ল'ৰাহতে সজা ঘৰটো ভাঙি গ'ল। কোনো কোনো ল'ৰাৰ সুমতিৰ ওপৰত খং উঠিল ইয়াকে ভাবি যে, তাইহে খেলখন মাজতে নষ্ট কৰি পেলালে। কোনো কোনোৱে "খেল পালেগৈ কোল্হাপুৰ" বুলি ভোৰ-ভোৰালে। সুমতি নিৰুৎসাহিত হৈ খাটত বহি থকা মানুহকেইজনৰ ফাললৈ আগ বাঢ়িল।

"ল'ৰাটোক কোলাত লৈ এতিয়া পৰি যাবি" ভিতৰৰপৰা অনন্তৰ মাক সুন্দৰ-বায়ে চিঁঞৰি কলে।

এনেতে এফালৰ পৰা আহি সেইখিনি পোৱা ৰত্নাবায়ে কলে—"নমাই দেচোন

আই। ভালে-কুশলে যেনেকৈ আহিছে তেনেকৈয়ে উভতি গৈ ঘৰ পাওক গৈ। পেলাবি, পৰিব—ক'ৰবাত। জোনটিয়ে দুখ পাই যাব”—এই বুলি ভিতৰ ফাললৈ গৈ থাকোঁতে হাঁহি হাঁহি কৈ গ'ল—“বুজিছা সুন্দৰা, তাৰক্কাৰ অনন্তৰ প্ৰতি বৰ মৰম।” ইয়াত যদি তাই কাৰোবাৰ কেচুৱাকে কোলাত লব খোজে আৰু পেলোৱাৰ ভয়ত তাইক ল'ৰালৈ নিদিয়ে তেনেহলে তাই উচাৎমাৰি কৈ দিয়ে—“তোমালোকৰ কেচুৱাক ল'ৰালৈ, খুৱাবলৈ নিদিলে কি হব? এনাপুৰমত আমাৰো ল'ৰা এটি আছে- মোৰ আপোন মোমাইদেউৰ ল'ৰা। মই তাকেই কোলাত লৈ খুৱাম।”

সিমানতে খাটত বহি থকা বুঢ়া মানুহ এজনে মাত লগালে—“ৰত্না, তোৰ জীয়েৰাই সৌ ল'ৰাটোক কোলাত লৈ এতিয়া বাগৰি পৰেহে! তাইৰ নিজৰতো ততেই নাই!” আকৌ তাৰক্কাৰ ফালে মুখ ঘূৰাই কলে—“চা, কেনেকৈ নাচিব লাগিছে······। তালৈকেও চাচোন! ইমানটো উটটোৰ মান ডাঙৰ হৈছে; তথাপি কোলাত উঠি বহি আছে। “নাম্” বুলি এটা হুকি দিলে বুঢ়াই।

তাৰক্কাই ল'ৰাটোক কোলাৰপৰা নমাই দিলে! দুয়ো খাটখনৰ ফাললৈ যাবলৈ ধৰিলে। তেতিয়া তাত বহি থকা মানুহবোৰৰ এজনে কলে—

“এনেকৈ যদি বকাবকিখন কৰ কাইলৈনো ভৰমাই কি বুলি মনে মনে থাকিব···? ব'ল, নাচি ল যিমান নাচিবৰ মন যায়। এই চাৰিদিনমানহে! তাৰ পাছত গিৰিয়েকৰ ঘৰলৈ পঠিয়াই দি কৰি থাকিবি বকাবকি যিমান পাৰ।”

“কিয়? তাইনো কি কৰি থাকিব? এতিয়াও সৰুই আছে। সেই কাৰণে হাই উৰুমি কৰে। যেতিয়ালৈকে তাই পিচবিয়াৰ উপযোগী হৈ নুঠে তেতিয়ালৈকে তেওঁলোকৰ ভেমটো নচলিব।” ভিতৰৰপৰা ৰত্নাব্বায়ে মাত দিলে।

“হেৰা, তোমাৰ ছোৱালীজনী এতিয়াও সৰু হৈয়ে আছে, নহয়নে?”

“যিমানেই সি ডাঙৰ নহওক, আমাৰ কাৰণেতো সৰুৱেই, তাইৰ এটা কেচুৱা নোহোৱালৈকে।” সুন্দৰাই উত্তৰ দিলে।

“তাৰ কাৰণে কিমান দিন আছে! দুই বছৰ সময়। এতিয়াৰপৰাই সোণ জমা কৰ, ৰত্না।” অলপ অধিকাৰ সম্পন্নতাৰ সুৰত কলে ভীমপ্পাই।

“সোণ সি কাৰণে?” সুন্দৰাবায়ে প্ৰশ্ন কৰিলে। “জোৱাঁয়েৰাৰ বাবে, তাৰক্কাৰ পিচ বিয়াত দিবলৈ, পাঁচতোলাৰ সমান নহয়গৈ মানে ভৰমা বেদীৰপৰা উঠি যাব ক'ত? এইখিনি মনত ৰাখিবা, আপোন মানুহ আৰু দুখীয়া মানুহ বুলি।

“বাপৰে! ভীমপ্পাও চোগুলেৰ নিচিনা। সি যি কি নহওক, তুমিতো সিহঁতৰ পক্ষ লৈয়েই কথা কবা। আমাৰ ঘৰখন তেনেই উদং কৰি পেলালে। তোমালোক আটায়ে লগ লাগি এইখন কৰিছা। বহি বহি মুখ চলাই থাকিলে তোমালোকৰ কাৰণে কি হানি হব!”

“পাচ বিয়াৰ সময় আহিবলৈ দিয়ক। আমি যি দিব লাগে, দিম নহয়

আপোনালোকে কোৱাৰ প্ৰয়োজন কি? মাজৰ মানুহৰ কি সকাম?" অলপ বিদ্ৰূপ আৰু অলপ খং মিহলি সুৰত কলে ৰত্নব্বাই।

"হেৰা ৰত্নব্বা যাবলৈ দিয়া, এই কথাত খং কৰিছা কিয়? চাওঁ তাৰা, আহ্। বিয়াৰ হৈ—হুলস্থুলত আমি শুনাই নাপালোঁ! তোৰ দৰাৰ নামটো কি কচোন!" এজন বুঢ়া মানুহে হাতত ধৰি তাৰাক ওচৰ চপাই আনিলে।

"এৰা আমিও শুনা নাপালোঁ"—এইবুলি এজন ডেকা ল'ৰাইও সেই কথাত হয়ভৰ দিলে।

"এতিয়া তাইৰ পিচত লাগিছে কিয়? উঠক, খাবলৈ ব'লক। ভাত-তাতবোৰ তেনেই চেঁচা পৰি যাব এতিয়া" বুলি কৈ ৰত্নব্বাই সকলোকে খাবলৈ মাতিলে।

এজন এজনকৈ সকলো মানুহ উঠিল আৰু হাত ভৰি ধুই ভিতৰলৈ গ'ল। সেই খালী হোৱা খাটখনৰ ওপৰত আহি সৰু সৰু ল'ৰা-ছোৱালীহঁত গোট খালেহি। পাঁচ ছয়টা ল'ৰা-ছোৱালী আহি বহোঁতেই খাটখন ভৰি গ'ল। অনন্ত তেতিয়াও মাটিত থিয় হৈ আছিল। তাৰ বাবে খাটখনত ঠাই নাছিল। দুই এজন ল'ৰাক ঠেলি দি "চাও অলপ সিফালে যোৱাচোন, আমাৰ অনন্তক বহিবলৈ দিয়া" বুলি তাৰক্কাই অলপ আদেশৰ সুৰত ক'লে।

"বাচ, থাকক দিয়া! আমি নবহোঁ। খাটখন তোমালোকৰ, সেই কাৰণে ইমান বাহাদুৰী।" সুস্মিতিয়ে মুখখন ওফন্দাই তাৰক্কাক ক'লে। তাৰ পাচত তাই আন আন ল'ৰা-ছোৱালীবোৰক ক'লে—"ব'ল এনেখন দেখুৱাইছে যেতিয়া আমি ইয়াত কিয় থাকিব লাগিছে? গোৰ্‌'ৰ চোতালখন বহুত ডাঙৰ, আমি তাতে খেলিম।"

এনেতে ভিতৰৰপৰা অনন্তৰ মাক সুন্দৰাবাইয়ে চিঞৰি মাতিলে—"তাৰা, খাবলৈ আহ আই। অনন্তকো লৈ আহ। আটাইবোৰ ল'ৰা-ছোৱালীয়ে খাই বৈ উঠিলে আমাৰো কাম শেষ হয়।"

বিয়ালৈ অহা সম্পৰ্কীয় মানুহৰ ল'ৰা-ছোৱালী পাঁচ ছয়টা, তাৰক্কা, অনন্ত আদি কেইজনমান খাবৰ কাৰণে ভিতৰলৈ গ'ল।

"ব'ল আমিও আমাৰ নিজ নিজ ঘৰলৈ যাওঁ" বুলি কৈ সুস্মিতিও যাবলৈ ধৰিলে। আনবোৰ ল'ৰা-ছোৱালীয়েও তাইৰ পিচ ললে। গৈ থাকোতে সিহঁতে ইজনে সিজনে নানাপ্ৰকাৰ কথা কৈ গ'ল—

এজনে ক'লে—"সুমি বেচেৰী বৰ চাধা-চিধা।" তাতকৈ বয়সত সৰু আন এটি ল'ৰাই ক'লে—"তাইৰ ঘৰতো গতিকে তাই—এইক এৰি থৈ গ'ল।"

"বাপৰে, সেই টুপীটোত অলপ হাত লাগোতেই কেনে খং কৰিলে!" তাৰক্কাক নিন্দা কৰি আৰু এজনী ছোৱালীয়ে ক'লে।

"ল'ৰাটো ইমান ডাঙৰ হৈছে তথাপিও কোলাত লৈ ফুৰে। চাৰিদিন মান যাবলৈ দিয়া তেতিয়াও লৈ ফুৰিলে গমটো পাব!" সুস্মিতিয়ে হাতেৰে ভংগী দি তাৰক্কাৰ দোষটো কোনখিনিত, তাকে বুজাবলৈ ক'লে।

"লৈনো ফুৰিব কিমান দিন? বাদ দে, অহা বুধবাৰে তাইক শহুৰেকৰ ঘৰৰ-পৰা নিবলৈ আহিবই।"

শহুৰেকৰ ঘৰলৈ গ'লে গম পাব তাই, শাহুৰেক চিম্মৰ্বাক সুখী কৰাটো নিচেই উজু কাম নহয়।" হাতেৰে ভাও-ভংগী দি এজনী ডাঙৰ ছোৱালীয়ে ক'লে।

"সিমান দূৰলৈ যাবই বা লাগিছে কেলেই? আজি গোধূলিতে গম পাই যাব। কানৰ ফুলযোৰ তাই হেৰুৱাইছে। মই তেতিয়াই সিহঁতৰ ঘৰত কথাটো জনাই দিব খুজিছিলোঁ। কিন্তু কাজিয়া এখন লগাৰ ভয়ত হে মনে মনে থাকিলোঁ।" সুমতিয়ে বুজাব বিচাৰিলে যে, তাই কিমান ভাল ছোৱালী।

এনেতে মৰমন্না আহি আগতে ওলাল। হাঁহি হাঁহি সকলো ল'ৰা-ছোৱালীয়ে তাক বেঢ়ি ধৰিলে।

"তাৰাক কেতিয়া নিবলৈ আহিব?" জুমৰ মাজৰ পৰা এজনী ছোৱালীয়ে সুধিলে।"

"কেলেই?"

"মিছাতে তাই আমাৰ লগত কাজিয়াখন কৰি থাকে। আপোনালোকে তাইক ঢিলাই নেৰিব।"

"তহঁতৰ কাজিয়া লাগিছে?" বুলি কৈ হাঁহি মাৰি মৰমন্না আগবাঢ়িল। ল'ৰা-ছোৱালীহঁতে বাট এৰি দিলে। সিহঁতে মৰমন্নাৰ কথাৰ তৎ ধৰিব নোৱাৰিলে। মৰমন্নাৰ পিতাকৰ নাম আছিল হুৱন্না চৌগুলে। তেওঁলোক আন এটা মহল্লাত থাকে। চৌগুলে পৰিয়ালৰ লগত মগদুম-পৰিয়ালৰ সম্পৰ্ক আগৰ পৰাই আছিল। তেওঁলোক বৰ চহকী নাছিল যদিও, খাই-বৈ থাকিব পৰাৰ জোখেৰে তেওঁলোকৰ যথেষ্ট মাটি আৰু ঘৰ-বাৰী আছিল। চৌগুলেহঁতে আছিল ধনী মানুহ। আঠ দহখন হালেৰে চহাবলগীয়া খেতি-বাতি আছিল। গাঁৱত দুই এটা ঘৰো আছিল। গাঁৱত তেওঁলোকৰ প্ৰতিষ্ঠা আছিল ইমানখিনিয়ে, তেওঁলোকৰ বিয়া-বাৰুৰ সময়ত নগ'লেও গাঁৱৰ মানুহে পাণ-তামোল আৰু মিঠাই আদি তেওঁলোকৰ ঘৰলৈ ভাৰে ভাৰে পঠিয়াই দিছিল।

নিশা শোৱাৰ সময়ত চোতালতে এখন বিচনা পাৰি আঠ দহোটা মান ল'ৰা-ছোৱালী বাগৰি আছিল। সকলো ল'ৰা-ছোৱালীয়ে নিজৰ মাজত কথা কৈ আছিল। সিহঁতৰ তেতিয়াও টোপনি ধৰা নাছিল। নানা তৰহৰ কথা চলিছিল। অনন্তই অতি গম্ভীৰভাৱে উৎসাহেৰে সৈতে নিজৰ পঢ়া-শালী আৰু গাঁৱৰ বিষয়ে কথা কৈ গৈ আছিল। তাৰক্কাৰ সেইবোৰ কথাৰ প্ৰতি কোনো ধাউতি নাছিল। অনন্তৰ সিটো কাষে শোৱা নিজতকৈ ডাঙৰ ছোৱালীৰ পৰা শহুৰেকৰ ঘৰ বোলা বস্তুটোনো কেনে, সেই বিষয়ে জানিবৰ কাৰণে তাই ইচ্ছা কৰিছিল। ওপজাৰে পৰা আজিলৈকে তাই কেতিয়াও কলৈকেও বাহিৰলৈ যোৱা নাছিল। একেখন ঘৰত থাকিয়েই ডাঙৰ হৈছিল। নেতুন ঘৰলৈ যোৱাৰ কথাটো তাইৰ কাৰণে এটা ৰহস্যজনক কথাৰ নিচিনা হৈ

পৰিছিল। সেই বিষয়ে জানিবৰ বাবে তাইৰ বৰকৈ মন গৈছিল। এনেতে তাই কথাৰ মাজতে অনন্তক ৰখাই দি ক'লে—"চাওঁ অনন্ত, অলপ সোঁ সিফালে গৈ শোৱাচোন! মই বাইদেউৰ লগত অলপ কথা পাতোঁ।" অনন্তই কৈ থকা কথাত বাধা পাই উচাৎ মাৰি ক'লে—"নাযাওঁ তুমিয়ে যোৱা।"

"অনন্ত তুমিতো বেচ বুজা ল'ৰা, নহয় জানো? অলপ পৰ যোৱাচোন! পিছত আকৌ আহিবা। মোৰ কথা নশুনা?"

"উঃ হুঃ, তুমি মোৰ কথা কিয় নুশুনা?" চকু ঘূৰাই চাই অনন্তই সুধিলে।

তাৰকাই নানা ধৰণে বুজালে বঢ়ালে। কাকুতি কৰিলে। তথাপিও অনন্ত নুঠিল। অৱশেষত, হাৰ মানি তাই নিজে তাৰপৰা যাও বুলি উঠি বহিল। অনন্তই কিন্তু তাইক যাবলৈ নিদিলে। আঁচলত ধৰি টানিলে, হাতত ধৰি ৰখালে। কিন্তু তাই এটাও নুশুনিলে, হাত এৰুৱাই গুচি গ'ল। অনন্ত আকৌ উচাৎ মাৰি উঠিল। সি ঠিক কৰিলে যে তাইক কথা পাতিব নিদিয়ে। সি চিঞৰি চিঞৰি তাৰ পাঠ্য-পুথিৰ কবিতা আওৰাবলৈ ধৰিলে। তাৰকাৰ ওচৰলৈ গৈ কথাবাৰ্তত তাইক বাধা দিবৰ কাৰণেও যত্ন কৰিলে। সেই হাই-উৰুমি শুনি ভিতৰৰপৰা তাৰ মাকে কোৱা শুনা গ'ল—"মনে মনে শুই থাক অনন্ত।" কিন্তু অনন্ত নিমাত নহ'ল। তেতিয়া তাৰকাই সহি থাকিব নোৱাৰিলে। "ইয়াৰ পৰা আঁতৰ" বুলি কৈ তাক থেলা মাৰি দিলে। তাইৰ কথাৰ সুৰ চোকা আছিল।

"মই নাযাওঁ···।"

"কিয়?"

"মোৰ ইচ্ছা। তুমি সুধিছা কিয়?"

খঙতে তাৰকাই তাক বাহুত ধৰি টানি লৈ গ'ল আৰু ঠেলা মাৰি দি ক'লে "অলপ কথা-বাৰ্তা পাতিব খুজিছিলোঁ, নাজানো ক'ৰপৰা আহিল এই নষ্ট পোৱাটো!"

অনন্তই কোনো মাত নেমাতিলে। খঙতে মুখ ওফন্দাই বিচনাৰ ওপৰত বহি থাকিল। "তাতে বহি থাক।" তাৰকাই ক'লে।

"যি ইচ্ছা যায় কৰা। মই তোমাক কথা পাতিবলৈ নিদিওঁ।" খাটাংকৈ জনাই অনন্তই গুজৰিলে।

"যি কৰ কৰি থাক।" বুলি কৈ তাৰকাই গৈ নিজৰ ঠাইত শুই থাকিল।

অনন্ত কিছুপৰ তাতে বহি ৰ'ল। মনে মনে সি খঙতে তিহবিহাই আছিল। বয়সত সি সৰু আছিল ঠিকেই—কিন্তু তাৰ আঁকোৰগোঁজ মনোভাৱটো আছিল বিৰাট। সি তাতে মাটিত বাগৰি পৰি হুৰাওৱাৰে কান্দিবলৈ ধৰিলে।

"কি অ' অনন্ত, ভিতৰলৈ আহ।" ৰত্নবাই ভিতৰপৰা মাত দিলে। অনন্তই ভাবিলে তাৰ কান্দোন সফল হৈছে। তাৰ কান্দোনৰ স্বৰ আৰু উৰ্দ্ধলৈ গ'ল।

ৰত্নব্বা বাহিৰলৈ আহিল আৰু তাক কোলাত তুলি লৈ সুধিলে—"কি হৈছে অনন্ত, কান্দিছ কিয় ?"

উচুপি উচুপি সি ক'লে "তাৰিয়ে মাৰিছে।"

ৰত্নব্বাই কপট খং দেখুৱাই ক'লে—"কেলেই মাৰিছ মোৰ বাচাটোক ? বৰ বাহাদুৰী হৈছে এইৰ।"

সি অলপ আনন্দিত হৈ কান্দোন বন্ধ কৰি ক'লে—"তাই, তাইৰ কাণফুলযোৰ হেৰুৱাইছে। মই ক'লোঁ যে কথাটো তোমাক কৈ দিম, সেই কাৰণে মাৰিছে।"

"অ' হয়নে? কাণফুলযোৰ হেৰুৱাইছে?" বুলি তাৰক্কাৰ ফালে ঘূৰি চাই ৰত্নব্বাই সুধিলে—"সঁচানে? ক'ত হেৰুৱালি?" তাৰক্কাই একো নামাতিলে। লোতকেৰে তাইৰ চকু উপচি আহিল। "কালিহে মাত্র গঢ়াই দিছিলোঁ।" ইয়াকে ধৰি তিনি যোৰ হেৰাল। ইযোৰৰ পিছত পিছত সিযোৰ কৈ হেৰুৱাই আছ। তোৰ নিজৰ দোষ হয়নে নহয়? এনেয়ে সৰু বস্তু এটা হেৰুৱাইছে, গঢ়াই দিব পাৰি। কিন্তু সেই বুলি যদি আকৌ হেৰুৱাব, ক'ৰপৰা পাবি? ইমানটো ডাঙৰ হ'লিহি; তথাপি বুদ্ধি নুখুলিল? ক'ত হেৰুৱালি—কথাটো তেতিয়াই কব লাগিছিল, বিচাৰিতো চাব পৰা গ'লহেতেন!" অনন্তই ৰত্নব্বাৰ কথাত সমৰ্থন সাঁচি মাত দিলে—"ম'হ বন্ধা ঠাইত।" "মই যেতিয়া কলোঁ যে মই কৈ দিম, মোক মাৰিবলৈ খেদি আহিল।"

"অপদাৰ্থ ক'ৰবাৰ......" বুলি ৰত্নব্বায়ে তাৰক্কাক মাৰোঁ বুলি হাত দাঙি তাইৰ ফাললৈ আগবাঢ়িল। এনেতে ভিতৰৰপৰা সুন্দৰব্বাই ল'ৰমাৰি ওলাই আহি—"বাচ্ বাচ্ বহুত হৈছে। কিয় বাকিব ধৰিছা? ঘৰলৈ কিমানবোৰ ল'ৰা-ছোৱালী আহিছে? বস্তুনো কোনে নেহেৰুৱায়···? তুমি কিবা বলিয়া হৈছা নেকি?" বুলি কৈ ৰত্নব্বাক বুজালে।

"এইটোও কিবা ধেমালিৰ কথা হ'লনে? ডাঙৰ হৈছ, বিয়া হৈ গ'ল, কাইলৈ গিৰিয়েকৰ ঘৰলৈ যাবগৈ লাগিব, এতিয়াও ধেমালি? অলপতো বুজা উচিত তাই। জা-জলপান তৈয়াৰ কৰিবলৈ শিকিব লাগে, ৰন্ধা-বঢ়াত থাকিব লাগে, সকলো এৰি ৰাতিয়ে দিনে কেৱল ল'ৰা-ছোৱালীবোৰৰ লগত লাগি থাকিব। আজি এটা হেৰুৱাইছে, কাইলৈ আন এটা হেৰুৱাব। এনেকৈ যে হেৰুৱাই থাকে, তাই ভাৱিছে নেকি যে গঢ়াই দিওতা জন বৰ ধনী মানুহ?"

"বাচ্ এতিয়া থাকিবলৈ দিয়া। ল'ৰা-ছোৱালীয়ে বস্তু হেৰুৱায়েই। কিনো কৰিবা আৰু? তুমি তাইক ইমানখিনি কথা কৈছা? অকণমান কাণফুল এযোৰ হেৰাইছে, তাতেই ইমান বিতুষ্ট হৈছা তুমি। যোৱা বছৰ আমাৰ অনন্তৰ বিয়াৰ সময়ত "গৌড়"ৰ ঘৰৰপৰা ধাৰ কৰি আনি আঙঠি পিন্ধাবলগীয়া হৈছিল। এৰাতিৰহে কথা। দহখন কুৰিখন বিয়াৰ বাবেতো লোৱা নাছিলোঁ। ৰাতিটোৰ ভিতৰতে ল'ৰাটোৰ বিয়াখনৰ বন্দোৱস্ত হৈ গ'ল। সেই সময়ত আঙঠি আনো ক'ৰপৰা?

গতিকে, খুজি আনি পিন্ধাইছিলোঁ। সি তাক হেৰাই পেলালে। ৰাতিৰ কথা, সৰু ল'ৰাটোৰ হাতৰ পৰা নাজানো—ক'ত খুলি পৰিল। গেচ্ লাইট ৰাতি-পুৱালৈকে বিচাৰি বিচাৰি ভাগৰি গ'ল, কিন্তু বিচাৰি নেপালে। শেষত তেখেতে আঙঠি গঢ়াই দিবলগাত পৰিল। তাৰ কাৰণে কিমান কিনো গ'ল আৰু?" সুন্দৰম্বায়ে ক'লে।

ঠিক আছে সি সৰু ল'ৰা। সি হেৰুৱাব পাৰে! কিন্তু এইজনীতো ডাঙৰ হৈছে? এযাৰ কথা ক'লে তাই উলটি আন এযাৰ কথা কয়। তায়ো যদি সোণ হেৰুৱায়, কাণৰ কৰিয়া হেৰুৱায়; তেনেহলে কোনেনো তাইক নথ পৰিয়াব?" কঠোৰ স্বৰে ৰত্নাই ক'লে।

তাৰক্কাই তাতে বিচনাত বাগৰি থাকি ফোঁপাই ফোঁপাই কান্দিবলৈ ধৰিলে। এই দুখতকৈও অধিক তাইৰ মনত আছিল, অনন্তৰ প্ৰতি খঙৰ জ্বালা।

## 2

পিছদিনা পুৱা বহুপৰলৈকে তাৰক্কা বিচনাৰপৰা নুঠিল। তাই গায়ে মূৰে চাদৰ মেৰিয়াই লৈ শুই থাকিল। মাকে তাইক দুই এবাৰ জগাই দিছিল। কিন্তু তাই নুঠিল। সুন্দৰম্বায়ে ক'লে—"তাই যেতিয়াই মন যায় উঠিব দিয়া।" সকলোৱে নিজৰ নিজৰ কামত লাগি গ'ল।

বেলা আৰু অলপ বাঢ়িল। সুমতিয়ে আহি তাৰক্কাক গেৰিয়াই মাতিবলৈ ধৰিলে।

"তাইতো বিচনাতে পৰি আছে ' বুলি ৰত্নম্বা মনে মনে থাকিল। কিছুপৰৰ পিচত দৈ মথিবলৈ এৰি আহি সুধিলে—"বাৰু সুমি তাৰাৰ কানফুল যোৰ কেনেকৈ হেৰাল ক'ব পাৰনে? তহঁতেও এনেধৰণৰ বস্তু কেতিয়াবা হেৰুৱাইছ জানো?"

সুমতি অলপ সময় সেই ঠাইতে নিমাতে থিয় হৈ ৰ'ল। তাই বুজিলে যে কাণফুলযোৰৰ কাৰণেই মাকে তাৰক্কাক বকিছে। আন সময়ত হোৱা হলে তাই এষাৰি দুষাৰি কথা অধিককৈ লগাই দি তাৰাক গালি খুৱালেহেঁতেন। কিন্তু তেনে কৰিবলৈ আজি তাইৰ মন নগ'ল। তাই কিছু সময় খুটা এটাৰ দৰে নিশ্চল হৈ থিয় দি ৰ'ল। তাৰ পাছত হাততসাৰে ভৰিতসাৰে খোজ পেলাই তাৰক্কাৰ বিচনাৰ ওচৰলৈ গ'ল আৰু চাদৰখন আঁতৰাই দিলে। তাৰক্কাই নুঠো বুলি দৃঢ়তাৰে মূৰটো গোজা মাৰি ধৰি পৰি ৰ'ল।

সুমতিয়ে ইচ্ছা কৰিয়েই চিঞৰি মাতিলে— তাৰকা।” নিৰুপায় হৈ তাৰকা উঠি থিয় হ’ল। তেতিয়া সুমতিয়ে সৰু মাতেৰে কলে—“মই “গুলি” আৰু “ভঙা চুড়িৰ টুকুৰা” লৈ আহিছোঁ। পিচফালে ঘৰ সজা-সাজি খেলিম। ইন্দ্ৰয়ে আজি আহিবলৈ কৈছে, তয়ো ব’ল।”

পিচফালে এডাল সৰু নিম গছ আছিল। তলৰপৰা আবৰ্জনাবোৰ আঁতৰাই চাফা কৰি তাৰ ছাঁতে ঘৰ সজা-সাজি খেলথন পাতিবলৈ বন্দোবস্ত কৰা হৈছিল। মহল্লাৰ অন্যান্য ভালে কেইজনী ছোৱালী আঁহি খেলোঁ বুলি গোট খাইছিল।

এনেতে ঘৰৰ পৰা আহি অনন্ত তাত ওলাল। তাৰকাই এবাৰ তাৰফালে চকু তুলি চালে আৰু আনফালে মুখ ঘূৰাই ভোৰ ভোৰালে—“বদমাচ ক’ৰবাৰ! কালি কথা লগাই মোক গালি খুৱাইছে আৰু এতিয়া আহিছে ইয়ালৈ। চাওচোন কাৰ লগত খেল খেলে।” এইবুলি তাই চকুৰ ঠাঁৰেৰে সুমতিক মাতিলে আৰু কানে কানে কিবা কলে।

অনন্তই সুধিলে—“বাইদেউ, অ’ বাইদেউ, ময়ো খেলোঁগৈ নে?”

তাৰকাই কোনো উত্তৰ নিদিলে। সুমতিয়ে ক’লে—“ছোৱালীৰ লগত খেলিবলৈ আহিছা কিয়? ইয়াত তোমাৰ কি সকাম?” সুৰটো তাইৰ অলপ কঠোৰ আছিল।

“কিয়? মই নাহিম কিয়?”

“আমি তোমাক খেলিবলৈ নিদিওঁ।”

“হয়নে, মোক খেলিবলৈ নিদিয়া……?” চকু পোন্দাই অনন্তই সুধিলে।

“নিদিওঁ” তাৰকাই দৃঢ়ভাৱে ক’লে।

“মই খেলিমেই” বুলি অনন্তই গৈ তাত বহিল।

“ইয়াৰ পৰা যোৱাগৈ।” সুমতিয়ে কঠোৰ স্বৰেৰে ক’লে।

“মই নাযাওঁ। তোমালোক যোৱাগৈ মোৰ এই পিচ-চোতালৰ পৰা।”

সুমতি মনে মনে থাকিল আৰু তাৰকাৰ মুখৰ ফালে চাবলৈ ধৰিলে।

“কাৰ পিচ-চোতাল? আমাৰ হে।” তাৰকাই গৰ্বেৰে কোৱাৰ দৰে ক’লে।

কিছু পৰ কোনোৱে একো নামাতিলে। ওচৰৰে ভঙা ইটাবোৰৰ দমৰ মাজৰপৰা এটা কেকে’টুৱা বাহিৰ ওলাই আহিল আৰু ল’ৰ মাৰি গুচি গ’ল। বতাহ বলা নাছিল। সকলো গছ-পাত স্থিৰ হৈ আছিল। লাহে লাহে সূৰ্য্য ওপৰলৈ উঠি গৈ আছিল। যিটো ঘৰত ছোৱালীহঁতে খেলিছিল তাৰ চালৰ খাপৰিবোৰৰ ফাঁকেৰে ধোঁৱা বাহিৰ ওলাই ওপৰলৈ উঠি গৈ আছিল।

উঠা, ইয়াৰপৰা যোৱা।” তাৰকাই কলে।

“মই ইয়াতে বহি থাকিম, যাব লাগিলে তোমালোক যোৱা।” প্ৰতিবাদৰ সুৰত অনন্তই কলে।

কিছুপৰ তাৰকা নিৰুত্তৰে ৰ'ল। তাৰ পাছত অলপ ভাবি ক'লে—"সুমী, ব'লা আমি সৌ দেৱালখনৰ ওচৰত ঘৰ সাজিম।" লগে লগে তাই সেইফাললৈ আগ বাঢ়িল।

"এৰা, তাত এফালে দেৱালখনো আছে, বঢ়িয়াকৈ ঘৰ সাজিব পাৰিম। বুলি সুমতিয়েও খেলৰ সা-সামগ্ৰী কেইটামান বুটলি লৈ যাবলৈ ওলাল।

আন আন ছোৱালীবোৰেও খৰিৰ টুকুৰা, খালি টেমা, গুলিবোৰ চুড়িৰ টুকুৰা-বোৰ আৰু পুতলা আদি বস্তুবোৰ এটা এটাকৈ লৈ যাবলৈ ধৰিলে। অলপ পৰৰ পিছতে তাত সিহঁতে খেল আৰম্ভ কৰিলে।

অনন্তই বৰ গহীনভাৱে এবাৰ আকৌ সেই ফাললৈ চালে। তালৈ যাবলৈ তাৰ মনটো উচপিচাবলৈ ধৰিলে। কিন্তু সি বুজিলে যে তালৈ গলেও কোনোৱেই তাক খেলত ভাগ লবলৈ নিদিয়ে। অথচ নেখেলাকৈ থাকেনো কেনেকৈ? সি উঠি থিয় হ'ল। এটা হাসি কাঢ়িলে আৰু এঙামুৰি মাৰিলে। তাৰ পাছত সি ছোৱালী জাকৰ ফালে আগবাঢ়িল। আটাইকে সম্বোধন কৰি উদ্ধত সুৰত সি গৈ ক'লে "এয়া, মই ইয়ালৈকেও আহিছোঁ।"

শান্ত অথচ গম্ভীৰ স্বৰে তাৰকাই ক'লে- "তুমি ইয়ালৈ নাহিবা।"

অনন্তই সেই কথালৈ আওকান কৰি গৈ তাইৰ ওচৰ পালে। সুমতিয়ে উচাৎ মাৰি উঠিল "দেখিছা!·····অনন্ত, কাজিয়া লাগি যাব কিন্তু।"

"লাগক কাজিয়া। কিটোনো হব?" সুমতিৰ প্ৰতি অপমানসূচকভাৱে অনন্তই ক'লে।

সুমতিৰ খং উঠিল। তাই অনন্তক বাধা দিবলৈ গ'ল। অনন্তই তাইৰ হাতত চিকুটি চাল এৰুৱাই পেলালে। খঙতে তাই তাক থেলা মাৰি দিলে। তাৰ মূৰটো গৈ দেৱালত খুন্দা লাগিল আৰু লগতে মূৰত সি অলপ দুখো পালে। খঙত অনন্ত জ্বলি উঠিল। লগতে কিন্তু তাৰ চকু পানীৰে ভৰি আহিল। মুখেৰে এষাৰ কথাও নকৈ সি পৰাৰপৰা উঠিল আৰু ঘৰলৈ বুলি খোজ ললে। কিছুদূৰ গৈ সি এবাৰ পিচলৈ উভতি চালে আৰু চিঞৰি চিঞৰি কান্দি কান্দি যাবলৈ ধৰিলে।

তাৰকাই তাক গোৰিয়াই গোৰিয়াই মাতিলে—"অনন্ত! অনন্ত!" কিন্তু শুনিও নুশুনাৰ ভাও ধৰি অনন্ত গৈয়েই থাকিল। তাৰকাই আকৌ মাতিলে "অনন্ত, আহ খেলিবি আহ!" অনন্তই কোনো উত্তৰ নিদিলে। তাৰকাৰ অলপ ভয় লাগিল আৰু সুমতিৰ ফালে উভতি চাই ক'লে—"তুমি ভাই' এটা নহ'লে এটা জঞ্জাল লগাবাই। সিফালে ঘৰত মইহে গালি খাব লগাত পৰোঁ।"

"মইনো কি কৰিলোঁ? তুমিয়ে প্ৰথমে কৈছিলা······।"

"মই কি কৈছিলোঁ? কৈছিলোঁ যে, তাক খেলিবলৈ নামাতিবা—এয়েতো? এনেকৈ ঠেলা মাৰি দিবতো কোৱা নাছিলোঁ।"

"বাদ দিয়া, তোমাৰ সদায় সেই একেটা কথা! কালি টুপীটো ভাঙ্গি লগোৰা কথাত লাগি খেলখন নষ্ট কৰিছিলা, আজি আকৌ এইটো।" সুমতিয়ে কলে।

তাৰক্কাৰ চকুপানী ওলাই আহিল আৰু ক'লে—"বাদ দিয়া।" তাইৰ মনটোও বেয়া লাগি গ'ল।" অনন্তই কান্দি কান্দি ঘৰ পালেগৈ।

ৰত্নৰ্বাই তাক দেখি সুধিলে "কি হ'ল অ?"

"বাইদেৱে মোক খেলিবলৈ নিদিয়ে।" অনন্তই ক'লে।

আচলতে সেই কাৰণে সি কন্দা নাছিল। কিন্তু সি বুজিছিল যে, সুমতিয়ে ঠেলা মাৰি দিয়া বুলি ক'লে তাৰক্কাইহে গালি খাব। ৰত্নবাই সান্ত্বনা দি ক'লে —"ব'ল তোক খাবলৈ দিওঁ। ওই সিহঁতৰ লগত খেলিবলৈ নেযাবি। সিহঁতক লৈ উপায় নাই! সিহঁতজাকেই বলিয়া ছোৱালী।" এই বুলি কৈ ৰত্নম্বাই তাক ভিতৰলৈ লৈ গ'ল। ভিতৰত এখন থালত লাৰু আৰু মিঠাই আনি তাৰ আগত থ'লে। তাৰ সন্তুষ্টিৰ কাৰণে সি খাব পৰাতকৈও অলপ বেছিকৈয়ে বস্তু তাক দিলে ৰত্নৰ্বাই। এনেতে কিবা কামত সেইফালে অহা সুন্দৰৰ্বাই তাকে দেখি' ক'লে—"ইমান বেছি দিছা কিয়? সি খাব নোৱাৰে। মিছাতে পেলাই নষ্ট কৰিব।'

"খাওক দিয়া, খাব পাৰিব। পুৱাৰে পৰা একো খোৱা নাই।" ৰত্নাই ক'লে আৰু বাহিৰলৈ ওলাই গ'ল।

"আটাইবোৰ নাখাবি বাচা, সকলো তেলেৰে বনোৱা বস্তু। কেতিয়াবা বনাইছে তাতো ঠিক নাই তোৰ কাহো আছে নহয়?" এইবুলি সুন্দৰবায়ে তলা খুলি নিজৰ বাকচৰপৰা, আহোঁতে ঘৰৰপৰা লগত লৈ অহা ঘিউৰে তৈয়াৰ কৰা লাৰু উলিয়াই দিলে।

অনন্ত কিছুপৰ তাতে বহি থাকিল। থালৰ বস্তু অলপ সি খাইছিল। সুন্দৰম্বাই বাহিৰলৈ যোৱাৰ লগে লগে, বাকীখিনি—থালখন একাতীয়াকৈ দি চোলাৰ জেপত ভৰাই ল'লে। ইফালে সিফালে লক্ষ্য কৰি সি দুৱাৰৰ ফাঁকেৰে ঘৰৰ আন কোঠাবোৰৰ ফালেও চালে। ঘৰৰ কেনিও কোনো নাই। লাহে লাহে সি দুৱাৰমুখলৈ আগুৱাই আহিল। এবাৰ ভুমুকিয়াই চালে আৰু একেলৰে বাহিৰ ওলাই ঘৰৰ পিছ-চোতাল পালেগৈ। "এয়া চোৱা, মই খোৱা বস্তু লৈ আহিছোঁ।" গৰ্বেৰে সি ক'লে আৰু জেপ খুলি দেখুৱালে।

অনন্তক দেখি তাৰক্কাৰ ভাল লাগিল। তেতিয়ালৈকে ছোৱালীহঁতে ইফাল সিফালকৈ ঘূৰি ফুৰি আছিল। পাঁচ-ছয়জনী মানে খেলাঘৰ সজাত লাগিছিলগৈ।

তাৰক্কাৰ ফালৈ চাই সুমতিয়ে সুধিলে "অনন্তই খোৱা বস্তু আনিছে নেকি? ভালেই হৈছে দিয়া। আমি এতিয়া দৰা-কইনা—দৰা-কইনা খেলিব পাৰিম। নহয় নে তাৰক্কা।"

তাৰক্কাই একো নক'লে। মাথোন তাইৰ মুখৰ ভাৱত সন্মতিসূচক ইংগিত এটি

ফুটি উঠিল। তেতিয়া অনন্তই মিঠাই এটি একামোৰ দুকামোৰ কৈ খাই আছিল। আন ছোৱালীবোৰে ক'লে—"কালি তাৰক্কাৰ বিয়া হৈ গৈছে নহয়, আমিও তেনে খেলকে খেলিম।"

সুমতিয়ে ক'লে "এৰা তাৰক্কাৰ গাত এতিয়াও হালধিৰ ৰং লাগিয়েই আছে নহয়।" সুমতিয়ে ক'লে। তেৱেঁই কইনা হ'ব। তাৰ পিছতে অনন্তৰ ফালে ঘূৰি চাই সুধিলে—"অনন্ত তুমি কোৱা, তুমি তাৰক্কাৰ দৰা হ'বা নহয়।"

তাৰক্কাই আৰু মনে মনে থাকিব নোৱাৰিলে। লাজতে অসম্মতি প্ৰকাশ কৰি তাই ক'লে—"নাই নহব, মই নোৱাৰোঁ। কিয়? মোৰ বিয়া হৈ যোৱা নাই জানো? তেনেহলে ই মোৰ দৰা হ'ব কেনেকৈ? কি বাজে কথা কোৱা।" বিয়া হৈ গ'ল বুলিনো কিটো হ'ল? খেলৰ সময়ত যদি সি তোমাৰ দৰা হয়, হ'ব। কোনোৱেতো আৰু তোমালোকক আচল দৰা-কইনা বুলি নাভাবে!"

"নাই মই নহওঁ। লাগে যদি সি আৰু ইন্দ্ৰী দুয়ো হওক।"

"ওঁহো, সিহঁত দুটা নিমিলিব।" বুলি সুমতিয়ে অনন্তৰ ফালে চাই চিঞৰি মাতিলে--"আহ্ অনন্ত।

হঠাতে অনন্তৰ মনত জেদ্ চাপিল। তাৰ মনত খেলালে যে সম্ভৱ সি খোৱা বস্তু অনা কাৰণেহে তাক খেলিবলৈ মতা হৈছে। গতিকে মুখেৰে একো নামাতি সি বহি থাকিল। সি যোৱাৰ আশা বাদ দি সুমতি খেলত লাগিল। অন্যান্য ছোৱালীবোৰেও খেলিবলৈ ধৰিলে। অনন্তই ঠিক কৰিলে যে দ্বিতীয়বাৰ মাতিলেই সি খেলত ভাগ লোৱাটো উচিত হ'ব। খেলত ভাগ ল'বলৈ তাৰ মনটোৱে উচ্ পিচাইছিল। অৱশেষত সি মাত লগালে "খাবলৈ দিম আহা।" ছোৱালীবোৰে মাথোন মুখ ঘূৰাই তাৰ ফালে এবাৰ চালে। এজনী সৰু-ছোৱালীয়ে খাবলৈ পোৱাৰ আশাত আহি তাৰ ওচৰ পালে। অনন্তৰ উদ্দেশ্য সফল নহ'ল। তথাপিও সি ছোৱালীজনীক ওচৰতে বহিবলৈ ক'লে। তাইক খাবলৈ দি সি ক'লে—"ৰ'বা মই তোমাক এটা সাধু ক'ম।" ছোৱালীজনীয়ে ক'লে—"বাৰু"।

অনন্তই পঢ়াশালিত শিক্ষকৰপৰা শুনা বিভিন্ন সাধুকথা এফালৰ পৰা এটা এটাকৈ, কৈ যাবলৈ ধৰিলে। সাধু কোৱাত সি বৰ পাকৈত আছিল। পঢ়াশালিলৈ পৰিদৰ্শক আহিলে শিক্ষকে তাকেই সাধু ক'বলৈ থিয় কৰাই দিছিল। স্বাভাৱিকতে তাৰ মাতটো আছিল মিঠা। হাঁহো হাঁহো যেন মুখখনিৰে ভাও-ভংগী দেখুৱাই সি যেতিয়া সাধুকথা কয়, তেতিয়া যি কোনো মানুহেই মোহিত নোহোৱাকৈ নেথাকে। গাৱঁৰ ল'ৰা-ছোৱালীবোৰে এনেকৈ কোৱা সাধু শুনিবলৈ বৰ ভাল পায়। কিন্তু সেই ধৰণে সাধুকথা শুনিবলৈ সিহঁতৰ অৱসৰেই নাথাকে। অনন্তই মাজে মাজে তাৰ গাৱঁৰ ল'ৰাবোৰক সাধু কৈ শুনায় আৰু সিহঁতেও মুগ্ধ হৈ শুনে। এতিয়াও অনন্তই ভাও-ভংগী দি বান্দৰৰ সাধুকথা ক'বলৈ আৰম্ভ কৰিলে। খেলি থকা

ছোৱালীবোৰৰ মনো সেই ফাললৈ আকৰ্ষিত হ'ল। এটি সাধু শেষ কৰি সি আন এটি সাধু ক'বলৈ আৰম্ভ কৰিলে! এজনী এজনীকৈ আটাইখিনি ছোৱালী সাধুকথা শুনিবলৈ অনন্তৰ ওচৰলৈ অহাত লাগিল। অনৰ্গল ভাৱে সাধুকথা চলিবলৈ ধৰিলে।

এনেতে ৰত্নব্বাৰ আহ্বান আহিল—খাবলৈ যাব লাগে। অনন্ত উঠিল আৰু ভিতৰলৈ গুচি গ'ল। আন ছোৱালীবোৰেও এজনী এজনীকৈ নিজৰ ঘৰৰ ফাললৈ খোজ ল'লে। অনন্তই খোৱা বস্তু বাহিৰলৈ লৈ অহা কাৰণে, পুৱাৰপৰা তাৰ মাক সুন্দৰব্বাৰ খং উঠি আছিল। তেওঁ ভাবি আছিল—"তাক ভিতৰলৈ আহিবলৈ দিয়াচোন, এসেকা দিম ভালকৈ।" অনন্তই আহি খাব বহাৰ লগে লগে তেওঁ বকিবলৈ ধৰিলে—"পেহীয়েকৰ ঘৰলৈ অহাৰ পিছৰেপৰা এটি এটিকৈ যতমানে বেয়া অভ্যাসবোৰ শিকিব ধৰিছ নহয় নে? ব'লচোন বাৰু, গাঁৱলৈ যাওঁ, তোক যি কৰিব লাগে কৰিম।" অনন্তই নিমাতে তলমূৰকৈ খাই থাকিল। সুন্দৰাবাইয়ে বকি গ'ল—"অহাৰ সময়তো কৈছিলি ঘৰতে পঢ়ি থাকিম। কিতাপো আনিছিলি। ইয়ালৈ অহাৰ পিছত এদিনো কিতাপ মেলি ল'লি নে? দিনৰ দিনটো মাত্ৰ হুলস্থুল আৰু হুলস্থুল! এইবাৰ যদি ফেল কৰ তেন্তে লিখা-পঢ়া এৰুৱাই দি গৰু-ম'হ চৰাবলৈ পঠিয়াই দিম।" তাৰক্কাইও মূৰ তল কৰি খাই আছিল। তাইৰ মুখখনো এন্ধাৰ-মুন্ধাৰ হৈ পৰিছিল আৰু চকু চলচলীয়া হৈ উঠিছিল। তাইৰ এনে লাগিছিল যেন খোৱা বস্তুৰ গৰাহ গলেৰে নামি নাযাব!

অনন্তৰ মনটো কিন্তু তেনে সুকোমল নাছিল। সি গম্ভীৰ হৈ খাই গৈ আছিল।

"সকলোৱে লিখা-পঢ়াকে কৰেনে? গৰু চৰালেনো কি বেয়া?" ৰত্নব্বাই ক'লে।

"তাকে কৰ। মোৰ অন্ততঃ টকা চাৰিটা ৰাহি হব। গৰখীয়াৰ ঠাইত......।"

সুন্দৰব্বাৰ এই কথা শুনি অনন্তৰ বুকুখন চিৰিং কৈ উঠিল। হয়তো সিহঁতৰ ঘৰত থকা গৰু চৰোৱা চাকৰ-বাকৰৰ কথা তাৰ মনত পৰিল। সিহঁতৰ ফটা-চিতা চোলা, গোন্ধোৱা-গা আদিৰ কথা মনলৈ আহি তাৰ অসহ্য লাগি গ'ল। "ওহোঁ সি তেনে হ'ব নোৱাৰে।" ইয়াকে ভাবি সি, খাবলৈ থকাখিনি খৰ-ধৰকৈ খাই শেষ কৰি পেলালে। বাহিৰলৈ যোৱাৰ সময়ত সি ঘৰৰ মাজৰ কোঠাটোত থকা তাৰ কিতাপখিনি হাতত লৈ ওলাই গ'ল।

খাই উঠি তাৰক্কা বাহিৰলৈ আহিল। অনন্ত তাত নাছিল। তাই ইফালে-সিফালে চালে। ঘৰৰ পিছ চোতালৰ ফালে গৈও চাই আহিল। অনন্ত তাতো নাই। গোটেইটো ঘৰ ঘূৰি ঘূৰি তাই তাক বিচাৰিলে। কিন্তু নেদেখিলে। তেতিয়া তাই খুটা এটাত আউজি নীৰৱে বহি থাকিল। অনন্ত ক'ত থাকিব পাৰে তাকে ভাৱোঁতে কিছু সময় গ'ল। তাৰ পাছত উঠি তাই ভিতৰৰ কোঠালৈ গ'ল। তাত ঘৰৰ তিৰোতা সকলে খাবলৈ বহিছিল। সুন্দৰাব্বাইয়ে তাইক দেখি ক'লে—"আহ, অ' তাৰা, তই আৰু অলপ খাই ল।"

"নাখাওঁ" বুলি তাৰক্কা বাহিৰলৈ ওলাই গুচি গ'ল।

"এতিয়া খাব……তাই? অনন্তক বিচাৰি ফুৰিছে!" ৰত্নবায়ে ক'লে।

তাৰক্কা আকৌ চোতাললৈ ওলাই আহিল। তাই যে কি কৰিব বুজিব নোৱাৰিলে। এখন কম্বল আনি চোতালত থোৱা জোৱাৰৰ বস্তাটোৰ কাষতে তাই পাৰি ললে আৰু তাতে শুই ইকাটি-সিকাটি কৰিবলৈ ধৰিলে। এনেতে বস্তাবোৰৰ আনটো ফালে কাৰোবাৰ গুণ-গুণনি তাইৰ কাণত পৰিল। তাৰক্কাই ৰঙতে জাপ মাৰি উঠি থিয় হ'ল। সেয়া, অনন্তই বহি বহি কিতাপ পঢ়ি আছে।

"অনন্ত!" তাই আনন্দতে চিঞৰি মাতিলে।

অনন্তই তাৰক্কাৰ ফালে চাই মিচিককৈ হাঁহি মাৰি সুধিলে –"কেলেই?"

"খেলিবলৈ যাওঁগৈ আহা।"

"নাযাওঁ। মায়ে বকিব।"

"তুমিনো তেওঁৰ আগত এনেখন কিয় কৰা? খাবলৈ দিয়া বস্তু লৈ যোৱা কাৰণেহে গালি খাইছা!"

"তুমি মোক তোমাৰ লগত খেলিবলৈ দিয়া নাছিলা। খোৰা-বস্তু লৈ গ'লে খেলিবলৈ দিবা বুলি ভাবিহে লৈ গৈছিলোঁ!" দীঘলকৈ উশাহ এটা লৈ অনন্তই ক'লে।

তাৰক্কাৰ চকুৰপৰাও পানী ওলাই আহিল। মৰমেৰে অনন্তৰ হাতত ধৰি ক'লে—"এতিয়াৰ পৰা তোমাক এৰি কেতিয়াও নেখেলোঁ।"

অনন্তই মূৰ দুপিয়ালে।

# 3

এইদৰে দুই-তিনি দিন পাৰ হৈ গ'ল। বিয়ালৈ অহা ভালেমান সম্বন্ধীয়-লোক উভতি গৈছে। সুন্দৰাবাই অহাৰো এমাহ হৈ গ'ল। তেৰো যাওঁ যাওঁ লগাইছে। সিদিনা পুৰা ৰত্নাই গিৰিয়েকক ক'লে—"সুন্দৰায়ো যাওঁ যাওঁ খন লগাইছে। মই আৰু চাৰিদিন মান থাকি, তাৰক্কাক বিদায় দি যোৱাৰ কথা কৈছোঁ। তেওঁ আকৌ কৈছে,—ল'ৰাৰ স্কুল আছে, তাৰ পঢ়া-শুনা পিচুৱাই যাব. ঘৰৰো কাম পৰি আছে। গতিকে, যাবহে খোজে। যদি যায়েই তেনেহলে

কালিয়েই যাওক। দিনবাৰো ভালে আছে। এখন শাৰী আনিব লাগিছিল, সেই কাৰণে বজাৰলৈ যাব লাগিব।"

মল্লই ক'লে—"মই পথাৰলৈ গৈ গাড়োৱানৰ হাতত গাড়ী পঠিয়াই দিম, বজাৰলৈ গৈ যি লাগে আনিবা। শাৰী তাইৰ পচন্দমতে কিনি দিবা।"

মাজৰ কোঠাৰ পৰা সুন্দৰাবায়ে মাত লগালে—"বজাৰ-সমাৰ একো নালাগে, মই কাইলৈ পুৰা ফাট্ মেলিলেই গুচি যাম। এনে কি কথাটো আছে যে, এতিয়াই কিবা দিব লাগিব? পিছত কেতিয়াবা আহিলে ল'ম। এতিয়া খৰচৰ ওপৰতে আকৌ খৰছ বঢ়াব লাগে কিয়?" সুন্দৰাই জানে যে এওঁলোকে তাইক এনেয়ে যাবলৈ নিদিয়ে।

"অ, দেখিছা? বিয়ালৈ আহি সদাহাতে গুচি যাবা নহয়নে? মানুহে নাহাঁহিব? তাৰকাৰ কাপোৰ-কানি কিনাৰ সময়তে আমি তোমাৰ বাবেও শাৰী কিনিব খুজিছিলোঁ। কিন্তু তোমাৰ পচন্দ হয় বা নহয়! ইয়াকে ভাবি তুমি আহিলেই কিনিম বুলি ঠিক কৰিলোঁ। ভাবিলোঁ তুমি বিয়াৰ পিছততো কিছুদিন থাকিবাই! ঘৰৰে গাড়ী আছে, বঁলা গৈ লৈ আহোঁ।" ৰত্নাই অগ্ৰহেৰে ক'লে।

সুন্দৰাবাই মনে মনে ৰ'ল। বাৰান্দাত থিয় হৈ থকা অনন্ত লৰ মাৰি ভিতৰলৈ আহিল আৰু আব্দাৰৰ সুৰত ক'লে—'ময়ো বজাৰলৈ যাম দেই, গৰুৰ গাড়ীত উঠি? গৰুৰ ডিঙিত ঘুগুৰা আছে. বাজিলে বৰ ধুনীয়া শব্দ হয়, বৰ ভাল লাগিব।"

"ৰ'দখনত তুমি কিয় যাবলৈ ওলাইছা? ঘৰতে তুমি আৰু তাৰকা খেলি থাকা।"

ৰত্নাই ক'লে—"গাড়ী আছে নহয়, যাওক দিয়া। কিয়নো নালাগে যাব? আমাৰ ওপৰততো তাৰ বোজা নপৰে।" কবলৈহে পালে, অনন্তই "মই গাড়ীত বজাৰলৈ যাম" বুলি কৈ কৈ আনন্দতে জপিয়াই জপিয়াই বাহিৰলৈ ওলাই গ'ল।

চোতালত তাৰকাই সুধিলে—"কোন কোন যাব?"

"মই......"

"তুমি কাৰ লগত যাবা?"

"এতিয়াই পথাৰৰপৰা গাড়ী আহি পাব। মই. পেহীদেউ আৰু মা আটায়ে যাম।"

"কোনে কৈছে?"

"মায়ে কৈছে।"

"তুমি নাযাবা।"

অনন্ত মনে মনে ৰ'ল।

"আমি দুপৰীয়া ঘৰ সাজি, বঢ়িয়া বঢ়িয়া খেল খেলিম।"

"নালাগে। তুমি যদি যাব খোজা,—বলানা, বজাৰলৈ যাওঁ।"

"মই যাব নোৱাৰোঁ। মোৰ গাত হালধিৰ ৰং লাগিয়েই আছে।"

অনন্তই কাৰণটোৰ বিষয়ে বৰ ভালকৈ বুজি নাপালে। "নহলে, তুমি থাকা। মই কিন্তু যাম।" পোন পটিয়াকৈ কৈ দিলে অনন্তই।

"তুমিতো কাইলৈ যাবাই। অতি কমেও আজিৰ দিনটোতো একেলগে মিলি-জুলি খেলি লওঁ,—আহা।" তাৰক্কাই এনে কৰুণ সুৰত ক'লে যে কথাষাৰে আন যি কোনো লোককে বজাৰলৈ যোৱাৰ পৰা বিৰত কৰাব পাৰিলেহেঁতেন। কিন্তু সেই কথাৰ প্ৰতি অনন্তৰ কোনো মনযোগেই নহ'ল। সি এখনি সৰু চহৰত জন্ম আৰু তাতেই লালিত-পালিত হোৱা ল'ৰা। চহৰীয়া ল'ৰা-ছোৱালীৰ অস্থায়ী বন্ধুত্ব গঢ়াৰ প্ৰকৃতি, তাৰ স্বভাৱতো আছিল। গাৱঁৰ ল'ৰা-ছোৱালীৰ মনৰ চেনেহ-কোমল মিত্ৰতাৰ কল্পনাই তাৰ মন নুচুইছিল। এনেতে সি ক'লে—"মই যামেই। মই এতিয়াও এই গাঁওখন দেখাই নাই।"

"যোৱা তেনেহলে।" তাৰক্কাই ক'লে। তথাপি তাই মনতে পাঙিলে যে মাকক কৈ অনন্তক ঘৰতে ৰাখি থ'ব লাগিব। সেইমতে তাই যত্নও কৰিলে। কিন্তু তাইৰ ইচ্ছা পূৰণ নহ'ল। তেওঁলোক আটায়েই খাই-বৈ উঠি সাজু হৈ বজাৰলৈ ওলাল। দুৱাৰমুখতে গাড়ী সাজু হৈ আছিল। সকলোৰে আগতে গৈ অনন্ত গাড়ীত উঠি বহিল। তাৰক্কাই মুখ ওফোন্দাই ঘৰৰ খট-খটিত থিয় হৈ তালৈ চাই ৰ'ল। অনিবাৰ্য্য কাৰণতে তাই ঘৰত বৈ যাব লগা হৈছিল। সুন্দৰাবায়ে গাড়ীত উঠি গৈ বহাৰ সময়ত তাৰক্কাৰ মুখখন দেখি ক'লে—

"অকলে সময়নো কেনেকৈ কটাবি? সুমিও কালি গাৱঁলৈ গুচি গৈছে……। অনন্ত তই ঘৰত বৈ নাযাৱ কিয়?"

তাৰক্কাই ভাৱিছিল যে অনন্ত ঘৰত থাকি যোৱাটো প্ৰয়োজনীয়। কিন্তু তাই নিজৰ অভিমানবশতঃ একো নক'লে। গাড়ী যাবলৈ ধৰিলে। চকুৰে নেদেখা হৈ পৰালৈকে একেদৰে থিয় হৈ তাই সেই ফাললৈ চাই থাকিল। পিছত অসহায় যেন হৈ ভিতৰলৈ গুচি গ'ল। ঘৰত কোনোৱেই নাই। বিয়াৰ হাই-হুলস্থুলৰ মাজেৰে পাঁচ-ছয়দিন সময় কেনেকৈ পাৰ হৈ গ'ল বুজিবই পৰা নাছিল। কোনোৱেই নোহোৱা ঘৰখনত লাহে লাহে তাইৰ অসহ্য লাগি আহিল। চকু চল-চলীয়া হৈ উঠিল। লাহে লাহে তাইৰ চিন্তাই বাট-সলাই তাইৰ গিৰিয়েকৰ ঘৰখনৰ বিষয়ে ভাবিবলৈ আৰম্ভ কৰিলে।

"অহা বুধবাৰে শহুৰৰ ঘৰলৈ যাব লাগিব। বিদায় ল'বৰ হৈ আহিছে। নিচেই সৰুকালতে সেইখন ঘৰলৈ গৈছিলোঁ। এতিয়া বাৰু তালৈ গৈ কেনেকৈ থাকিম, আই-বোপাইক এৰি? ছোৱালী জীৱনটোৱেই বেয়া। ওপজা ঘৰখন এৰি থৈ গৈ আন এখন ঘৰত কাল কটাব লাগে।" এই চিন্তাবোৰ তাইৰ মূৰৰ বোজা যেন হৈ পৰিল। উদ্দেশ্যবিহীন ভাৱে তাই ঘৰৰ ইফালে-সিফালে ঘূৰি-ফুৰিবলৈ ধৰিলে।

কৰিবলৈ একো কাম নাই। আকৌ লগৰীয়াবোৰো আজি অহা নাই। সুমিতি কালিতেই তাইৰ শহুৰেকৰ ঘৰলৈ গুচি গৈছে। তাই তাৰক্কাৰ সমবয়স্কা যদিও তাইৰ বিয়া আগতেই হৈ গৈছিল। ইতিমধ্যে তাই এবাৰ নে দুবাৰ শহুৰেকৰ ঘৰৰপৰা অহা-যোৱা কৰিছেই। কালি বিদায় লোৱাৰ আগে আগে তাই তাৰক্কাক লগ ধৰি মনৰ সকলো কথা উজাৰি কৈ গৈছে। শাহুৱেকে কেনেকৈ শাসন কৰে আৰু কেনেকৈ তাইক কষ্ট দিয়ে সেই কথাও তাই কৈছে।......এই সকলো কথা সুৰঁৰি, নিজৰ বা কেনে গতি হয় তাকে ভাবি তাৰক্কাৰ কান্দোন ওলাই আহিল। কিছুপৰ এনেকৈয়ে গ'ল। খেলিবলৈ কোনো লগ নাই, কৰিবলৈও একো কাম নাই। ইফালে-সিফালে চাই তাৰক্কাই পৰহি ফটা অনন্তৰ মখমলৰ চোলাটো হাতত তুলি ল'লে আৰু ভিতৰৰপৰা বেজি-বতিয়া বিচাৰি আনি দুৱাৰ মুখত বহি তাকেই সীবলৈ ধৰিলে। তাইৰ কোনো ভাই-ককাই নাছিল। গতিকে অনন্তৰ কাম কৰি দি তাইৰ মনত আনন্দ লাগিছিল।

দুপৰীয়া চুবুৰীৰে বুঢ়ী এগৰাকী বহোঁ বুলি ওলাল আহি। বুঢ়ীয়ে সুধিলে—"কি কৰি আছ অ' তাৰা ?"

তাৰক্কাই মুখ তুলি চালে আৰু ক'লে—"চাগলশ্বা আইতা দেখোন, আহা। সিদিনা খেলোঁতে অনন্তৰ চোলাটো ফালিছিল তাকে সী আছোঁ।"

"অ' মোৰ আইজনী, তই কেতিয়া সীবলৈ শিকিলি ?" বুলি বুঢ়ীয়ে বহিবলৈ চাপৰি গৈ থাকোঁতে ইফালে-সিফালে চকু ফুৰাই সুধিলে—"এইখিনিত কোনোৱেতো পেচাব-চেচাব কৰা নাই ?"

তাৰক্কাই মনতে গৰ্-গৰালে "ওলালহি এনে চাফ-চিকুনজনী!" ফুটাই ক'লে—কোন আহিবহে, এই দুৱাৰ মুখখনলৈ ?" এইবুলি তাই মনে মনে ৰ'ল।

বেৰৰ ছাঁত বুঢ়ী আৰামেৰে বহিল। তাৰ পাছত ঘৰৰ ভিতৰলৈ ভুমুকিয়াই চাই সুধিলে—"ঘৰত দেখোন কাকো দেখা নাই ?"

"আটায়ে বজাৰলৈ গৈছে।"

"এতিয়া আকৌ বজাৰলৈ কিয় ?" "কাইলৈ মামীদেউ যাবগৈ।"

"সুন্দৰা কাইলৈ যাব? আৰু চাৰিদিনমান থাকি যাব পাৰিলেহেঁতেন। তোক পঠিয়াই দিয়ালৈকে।"

অনন্তৰ পঢ়াশালি বহুদিন ক্ষতি হ'ল, সেইবাবে যাব খুজিছে।" বুঢ়ীৰ কথাৰ সমিধান নিদি তাৰক্কাই ক'লে।

"ল'ৰা এতিয়াও সৰুই আছে। তাৰনো পঢ়া-শুনা কিমানখিনি? কেতিয়াবা কেতিয়াবাহে আহে। চাৰিদিন পাছত যাব নোৱাৰিবনে ? এইদৰে জানো সদায়েই আহিব ?"

কথাবোৰ তাৰাৰ ভাল নালাগিল। "তুমি ঠিকেই কৈছা......আমাৰ অনন্তৰ কিন্তু

স্কুললৈ বৰ ধাউতি। এতিয়াও সৰুই আছে, তথাপি তৃতীয় শ্ৰেণীত পঢ়ে। তুমি আমাৰ ল'ৰাবোৰৰ কথাহে জানা। বুঢ়া-খুমুৰা হৈ গৈ থাকিলেও সিহঁত প্ৰথম-মানতে পৰি থাকে।" অনন্তক আনতকৈ উচ্চ-স্তৰৰ বুলি বুজাবৰ কাৰণে, তাই ক'লে "ইয়াৰ পঢ়া-শালিৰ কথা কোৱা কিয় ? সিহঁতৰ, চহৰহে। তাত এজন ল'ৰাক দেখি আনজনে শিকি লয়।"

"আমাৰ অনন্তই বহুত পঢ়িব। তহচিলদাৰ হ'বগৈ।" তহচিলদাৰ কি বস্তু নজনাকৈয়ে তাৰকাই গৰবেৰে ক'লে।

"হওঁক দে বাচা, সুন্দৰাৰ কপালখনেই ভাল হ'ব। একেটি মাথোন ল'ৰা নহয় তাইৰ? ল'ৰাটিৰ পিছততো আৰু একো হোৱা নাই?" গাৱঁলীয়া বুঢ়ীগৰাকীয়ে ছোৱালীজনীৰ কথাকে সঁচা-সঁচি বিশ্বাস কৰিছিল।

"ওহোঁ। তাৰ পিছত ছোৱালী এজনী জন্মিছিল, কিন্তু মৰিল। তেতিয়াৰে-পৰা পাঁচ-ছয় বছৰমান হ'ল আৰু একো হোৱা নাই।" তাইৰ কথাৰ সুৰ কৰুণ হৈ বাজিল।

"ষাবলৈ দে। আৰু হ'ব নহয়? গিৰিয়েক-ঘৈনীয়েক হালতো বুঢ়া হৈ যোৱা নাই।" বুঢ়ী ৰ'ল আৰু সুধিলে—"সুন্দৰা "ৰম্নী" (মন্দিৰ) লৈ যায় নহয়?" বুঢ়ী চাগলম্বাই বিশ্বাস কৰিছিল যে ধৰ্ম্ম আচৰণত থাকিলে মানুহে বিচৰা সকলো বস্তুকে পায়। সেইবাবেই তাই তেনেকৈ সুধিছিল।

এইদৰে কিছুপৰ কথা-বাৰ্ত্তা পাতি থাকি বুঢ়ী গুচি গ'ল। তাৰকাইও গৈ আবেলিৰ জা-জলপান তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিলে। কোনো প্ৰকাৰে সময়খিনি পাৰ হৈ গ'ল। অৱশেষত, আটায়ে বজাৰৰপৰা আহিল। তাৰকা বাৰান্ডালৈ লৰি আহিল। 'নুচুঁবি, নুচুঁবি, দূৰত থাক। হাট-বজাৰ ভৰমি আহিছোঁ। তাইৰ মাকে ক'লে। তাৰকাই ভিতৰৰপৰা আন ধোৱা সাজ-পাৰ উলিয়াই দিলে আৰু সকলোৰে সলালে। অনন্তইয়ো চোলা খুলিলে। গৰ্ৱিত ভংগীৰে তাৰকাই তাক দুপৰীয়া সী থোৱা চোলাটো আনি দিলে। সি চোলাটোৰ ফালে চালে। চোলাটোৰ চিলাই সি আগতে মন কৰা নাছিল। মেচিনৰ চিলাইতকৈ, খহটা, হাতেৰে কৰা চিলাই দেখি সি বোধহয় আচৰিত হৈছিল। তাকে মাকক দেখুৱাই হাঁহি হাঁহি সি ক'লে—'কেনেকৈ সীছে চোৱা।"

"হাতেৰে চিলালে এনেকুৱাই হয়······কোনেনো সীলে?" বুলি তাৰাৰ ফালে উভতি চাই আনন্দেৰে সুধিলে সুন্দৰবায়ে—"তই সীছ নেকি, তাৰা?" এই বুলি তাইক তেওঁ মৰমেৰে আকোৱালি ধৰিলে।

"ওঁ!" বুলি সমিধান দিলে তাৰকাই অন্যমনস্কভাৱে।

তাৰকাৰ মুৰটো পিহি পিহি আনখন হাতেৰে চোলাটো হাতত লৈ সুন্দৰবায়ে চিলাইটো আকৌ নিৰীখি চালে। মৰমৰ চাৱনিৰে আঙুলি বুলালে আৰু ৰত্নাৰ ফালে চাই ক'লে—"তুমি চিন্তা কৰিছিলা নহয়, ধাচাই শাহুৱেকৰ ঘৰলৈ গৈ

কেনেকৈ সময় কটাব বুলি? তাইৰ নিজৰ কোনো ততেই নাই, নোকোৱাকৈ একোকে কৰিব নোৱাৰে. মূতিটোৰ দৰে থিয় হৈ থাকে''—পিছে. এতিয়া কোৱা. —তাইকনো সী থবলৈ কোনে কৈছিল? তাই নিজে নিজেই কৰিছেনে নাই? মইতো সপোনতো ভৱা নাছিলোঁ যে চোলাটো সীব লাগে। তাইতো বেজি-বতিয়া নিজেই বিচাৰি আনি সীলে। ডাঙৰ হৈ আহিলে আপোনা আপুনি তত্ চাপি আহে।'' এই বুলি সুন্দৰবায়ে অনন্তক চোলাটো পিন্ধাই দিব খুজিলে।

অনন্তই তাৰ বাহুৰপৰা মাকৰ হাতখন এৰুৱাই দি পিচুৱাই গৈ ক'লে--এনেকৈ চিলোৱা চোলা পিন্ধি গ'লে স্কুলত সকলোৱে হাঁহিব--

হি—হি—হি—হি—হি—হি।''

তাৰক্কাৰ মুখখন মোলান পৰি গ'ল। সুন্দৰাবায়ে কথাটো লক্ষ্য নকৰাকৈ নাথাকিল। অলপ ধমকিৰ সুৰত ক'লে—"বাদ দে, স্কুলৰ ল'ৰাই হাঁহিব, ইয়াত হাঁহিবলৈ কিটো আছে? এনে চোলা সিহঁতে পিন্ধিবলৈ জানিবনে?'' এইবুলি সান্ত্বনা দিয়াৰ মানসেৰে তাৰক্কাৰ পিঠিত হাত বুলাই ক'লে—"আৰু চাৰি বছৰ পিছত জন্মিলে অনন্তলৈ তোকেই নিলোঁহেতেন।''

ৰত্নাই মাত দিলে—"অনন্তলৈকেনো নিলাহেঁতেন কেনেকৈ? নিঙৰ মোমায়েৰৰ ছোৱালীজনীক এৰি ৰাতিটোৰ ভিতৰতে কাকো একো খা-খবৰ নিদিয়াকৈ লৰা-লৰিকৈ অনন্তৰ বিয়াখন পাতি দিলা। সেইখন বিয়া আছিলনে খেল?''

সুন্দৰা অলপ দমি গ'ল। ক'লে—"মোমাইদেউৰ ফালৰপৰা আনিবলৈ মোৰ কোনো হাত নাছিল ভাই! সম্বন্ধ কৰিব খুজিলেই "এইটোহে নিমিলে, সেইটোহে নিমিলে'' বুলি কৈ মোক প্ৰাণান্ত নকৰিলেহেঁতেন নে? তেনেকুৱাই তো হয়! ক'ৰ, বাহিৰৰ পৰা আনিলোঁহেঁতেন? ছোৱালী ঘৰতেই আছিল। কিন্তু নিজে নিজে আহি ওলাল আৰু খৰ-খেদা লগাই দিলে। এই কথাত মোৰ হাত নাছিল।''

সন্ধ্যা-ভোজন হৈ গ'ল। ক'ব নোৱাৰি কিয় অনন্তই লৰা-লৰিকৈ খোৱা শেষ কৰি আহি দুৱাৰ মুখত থিয় হৈ ৰ'ল। তাৰক্কাই খোৱা শেষ কৰি আহোঁতে তাইক বাট এৰি নিদি দুণ্টোমানীৰে বাধা দি থিয় হৈ থাকিল। তাৰক্কাই কলে—"চাওঁ বাট এৰি দিয়া।''

অনন্ত একেদৰে থিয় দি ৰ'ল, আৰু হি—হি—হি কৈ হাঁহিবলৈ ধৰিলে। তাৰক্কাই তাৰ মনোভাব বুজিব পাৰি হাতত ধৰি তাক আঁতৰাই দি ক'লে—"গুচা, বাট এৰা।'' "নিদিওঁ, আগতে তোমাৰ দৰাৰ নাম কোৱা, পিছত দিম।''

"তাইৰ দৰাৰ নাম সুধিছ? আগতে তোৰ কইনাজনীৰ নামটো ক-চোন।'' জীয়েকৰ হৈ ৰত্নাবাই মাত লগালে।

"হয়তো, অনন্ত! তয়ো তোৰ কইনাজনীৰ নামটো কৈ দে বাচা। বহুতদিন

হ'ল, ময়ো শুনা নাই।" সুন্দৰখুবায়েও পুতেকৰ মুখত তাৰ ঘৈণীয়েকৰ নামটো শুনিবলৈ উৎসাহ প্ৰকাশ কৰিলে।

"মোৰ কিয়? মোৰ বিয়া বহুদিন আগতে হৈ গৈছে। পোনতে তাইক ক'বলৈ দিয়া, মই পিছত কম।" অনন্তৰ কথাৰ ধৰণতে তাৰক্কাই বুজিব পাৰিলে যে সি পিছতো নকয়। তথাপি মাক আৰু মামীয়েকৰ আগ্ৰহৰ কাৰণে লাজ-লাজকৈ তাই ক'লে।

দু-দলীয়া মুকুতাৰ মালা।
আঠ-শৰীয়া মুকুতাৰ গলপতা
উটত উঠি বহি থকা পিৰোৱে
হাতীত উঠি বহি কৰে দান
দোলাত উঠি বহি খেলে পাশা
পালেঙত বহি থকা পুতেকক খুৱায়—
চাউলৰ বস্তাৰ ওপৰত বহি বহি
হিচাপ মিলায়।
হিচাপ নিমিলে যদি ভনীয়েকক মাতে
'ভৰম'ত পৰি।

"তয়ো এটা সাঁথৰ ক-চোন। এইটোতকৈও ভাল হ'ব লাগিব দেই!" সুন্দৰখুবায়ে পুতেকক বুজালে।

"মই নাজানোঁ। সাঁথৰতো এইটোৱেই যে "সেই কলী ছোৱালীজনীক মই বিয়া কৰোৱা নাই।" হাঃ হাঃ হাঃ কৈ হাঁহি হাঁহি অনন্ত বাহিৰলৈ ওলাই গুচি গ'ল।

অবোধ ল'ৰাৰ কথা হলেও সুন্দৰখুবাৰ এনে লাগিবলৈ ধৰিলে যে, যেন তাৰ বুকুৰ কোনোবাখিনিত কিহবাই আঘাত দিছে।

## 4

সিদিনা ওৰে নিশাটো—পুৱালৈকে অনন্তই নিজ ঘৰলৈ উভতি যোৱাৰ সপোনকে দেখিলে। শুই থাকোতে তাৰ মনত এনে লাগি থাকিল,—যেনিবা সি এনাম পুৰতেই শুই আছে। অথবা লগ-সমনীয়াৰে সৈতে পঢ়াশালীলৈকেহে যেন গৈ আছে। এই ঘোকোটত সোমাই থাকি থাকি তাৰ আমনি লাগিছিল। আৰম্ভনিতে কেইদিনমান গাওঁ তাৰ এইবাবেই ভাল লাগিছিল যে আটায়ে তাৰ লগত মৰমেৰে

কথা-বাৰ্তা কৈছিল। তেতিয়া তাৰ ভাব হৈছিল যে, যেন থকাৰ কাৰণে সিহঁতৰ চহৰখনতকৈ গাওঁখনেই বেছি ভাল। কিন্তু লাহে লাহে তাৰ মনটোক নিজৰ ঠাইখনেইহে বেছিকৈ আকৰ্ষণ কৰিবলৈ ধৰিলে। ইয়াত খেলিবলৈ তাৰ কোনো বন্ধু-বান্ধৱ নাই, ডাঙৰ পঢ়া-শালী নাই। কিবা আদান-প্ৰদান, খেলা-ধূলা কৰিব লাগিলেও হয় ঘৰতে তাৰকাৰ লগত নহয় চুবুৰীৰ ল'ৰাখিনিৰ লগতেইহে কৰিব লাগে।

পিছদিনা পুৱা সাৰ পাই বিচনাত উঠি বহি সি চাৰিওফালে চাবলৈ ধৰিলে। ঘৰলৈ যোৱাৰ কোনো আয়োজন তাৰ চকুত নপৰিল। মনত তাৰ সন্দেহ উপজিল আৰু চিঞৰি মাকক মাতিলে—"মা"!

মাজৰ কোঠাটোৰ পৰা মাকে মাত দিলে—"কি হ'ল? আজি ইমান পুৱাই উঠিলি যে!"

"ঘৰলৈ কেতিয়া যাবা?"

সুন্দৰম্বায়ে কোনো উত্তৰ নিদিলে। ঘৰলৈ যোৱাৰ বাবে পুতেকৰ ব্যগ্ৰতা দেখি তাইৰ জোৰেৰে হাঁহি উঠি গ'ল। অনন্তই আচৰিত হৈ একো বুজিব নোৱাৰি চিঞৰ মাৰি দিলে—"মা!"

এতিয়া আৰু ঘৰ-চৰলৈ যাব নোৱাৰা। আমাৰ ঘৰতে গৰু চাৰি থাকিবা।" ৰত্নম্বায়ে হাঁহি হাঁহি ক'লে।

অনন্তৰ মুখখন শুকাই গ'ল। শবাল এখন গাত মেৰিয়াই লৈ সি আকৌ শুই পৰিল। ঘৰলৈ যোৱাটো স্থগিত হোৱা বাবে সি চট্‌ফটাবলৈ ধৰিলে। নোযোৱাৰ কাৰণে তাৰ মাকৰ ওপৰতেই খং উঠিল। খঙৰ আধিক্যত তাৰ কান্দোনেই আহিল। তাৰ এনে ভাব হ'ল, যেন সিহঁতৰ চহৰখন আৰু তাৰ পিতাকৰ ওচৰৰপৰা সি পাঁচ-ছয় বছৰমান আঁতৰি আছে। ইপিনে অনন্তৰ যোৱাটো বন্ধ হোৱা কাৰণে তাৰকাৰ কিন্তু বৰ ভাল লাগিল।

বাৰাণ্ডাত কোনো নথকাৰ সময়ত তাৰকাই হাঁহি মাৰি সুধিলে—"অনন্ত, তোমালোকৰ যোৱাটো বন্ধ হ'ল নহয়?"

অনন্তই আকুল সুৰত সুধিলে—"কিয়? কিয় বাৰু মাই পলম কৰিছে?"

"‥ বুধবাৰে যাব‥‥। মোক বিদায় দিয়াৰ পিছত।"

"নহয়। আজি আমি যামেই।" মাক নিশ্চয় কেতিয়াও নাথাকে বুলি বিশ্বাস কৰি অনন্তই ক'লে।

—"কাৰ লগত যাবা?"

—"মাৰ লগত।"

—তেওঁতো এমাহৰ পিছতহে যাব, বুদ্ধু! বুলি কৈ তাৰকাই মুখতুলি চাই থাকিল।

অনন্তৰ মুখ ক'লা পৰি গ'ল। সি এতিয়াহে বুজিলে মাকে পুৰা কিয় হাঁহি পেলাই মনে মনে আছিল। তথাপিও তাৰক্কাৰ কথা তাৰ বিশ্বাস নহ'ল। বিচনাৰপৰা উঠি লাহেকৈ সি মাজৰ কোঠালৈ গ'ল। এচুকত সুন্দৰাবাই বহি আছিল। সংশয়ৰ দৃষ্টিৰে তাইলৈ সি চালে। এনেতে মাকে ক'লে—"সোঁ তাত হাত নিদিবা, এখন শাৰী থৈছোঁ।" তেতিয়াহে সি তাৰক্কাৰ কথা সঁচা বুলি বুজিলে। নিষ্প্ৰভ স্বৰেৰে সি—"নুচুও" বুলি কৈ ভিতৰলৈ গুচি গ'ল। পিছত আমনি লাগি হাত মুখ ধুই খেলিবৰ কাৰণে সি বাহিৰলৈ ওলাই গ'ল।

অনন্তই, চাৰিটা দিননো কেতিয়া পাৰ হয় তালৈকে চাই দিন গণিবলৈ ধৰিলে। তাৰক্কা আৰু অনন্ত দুয়োয়েই মাথোন দুয়োৰে লগৰীয়া হৈ থাকি গ'ল। তাতে তাৰক্কাৰ বিয়া হৈ যোৱাৰ কাৰণে তাই বাহিৰলৈ ওলাব নোৱাৰা হৈছিল। ঘৰৰ বাৰাণ্ডা, নহলে পিছ চোতাল। এয়ে, তাইৰ খেলাৰ ঠাই হৈ পৰিছিল। ঘৰ-সজা, গাড়ী-বনোৱা আদি খেল তাই খেলে। অনন্তই কেতিয়াবা কেতিয়াবা তাৰ পঢ়া-শালীত শিকা খেল আৰু সাঁথৰ আদি শিকাই তাইক বুজাই কয়। সেইবোৰ কিন্তু তাৰক্কাই একো বুজি নাপায় যদিও, আগ্ৰহেৰে শুনে। খেলি থাকি আমনি লাগিলে, অনন্তই মাজে মাজে তাৰক্কাক তাৰ পাঠ্য-পুথিকে পঢ়ি শুনায়। সি কয় এই কিতাপত কবিতাও আছে। অনন্তৰ কাৰ্য্য-কুশলতা দেখি তাৰক্কাৰ মনে মনে বৰ ভাল লাগে। সি মাজে মাজে কবিতা আবৃত্তি কৰিও শুনায়। তাই কেতিয়াবা আচৰিত হৈ সোধে—"অনন্ত, ইমান সৰু সৰু আখৰবোৰ তুমি কেনেকৈ পঢ়া? উত্তৰত অনন্তই গৰবেৰে কয়—"এইবোৰনো কি সৰু, ষষ্ঠমান শ্ৰেণীৰ কিতাপৰ আখৰ ইয়াতকৈও সৰু। সেইবোৰ দেখিলে যে তুমি কি কোৱা ঠিক নাই।" সেইবাবে, স্কুলৰ পঢ়া-শুনা যে, বৰ টান কাম বুলি বুজিব পাৰি তাই মনে মনে থাকে। অনন্তৰ কুশলতাক তাই লৌহবৎ জ্ঞান কৰে আৰু আনন্দিত হয়। তাৰক্কাই অনন্তৰ পঢ়া-শুনা, কথা-বাৰ্ত্তা, খেল আদিৰ বিষয়ে যিমান-খিনি কোৱা উচিত তাতকৈও বঢ়াই বঢ়াই পিতাকৰ আগত কয়। সন্ধিয়া মল্ল যেতিয়া পথাৰৰপৰা আহি ঘৰ পায়, তেতিয়া ঘৰত সি সেইবোৰ কথা-কাহিনীকে শুনে।

এদিন দুপৰীয়া তাৰক্কাক ওচৰত বহুৱাই লৈ ৰত্নম্বা আৰু সুন্দৰম্বায়ে, শাহুৱেকৰ ঘৰত কেনেকৈ থাকিব লাগে, শহুৰেকৰ লগত কেনে ব্যৱহাৰ কৰিব লাগে আদি বিষয়ে দুই এঘণ্টামান সময় উপদেশ দিলে। সেইবোৰ শুনাৰ পিছত শাহুৱেকৰ ঘৰখন তাইৰ মনত এখন "ভূতৰ ঘৰ"ৰ দৰে বস্তু বুলি ধাৰণা হ'বলৈ ধৰিলে। কিয়নো সকলো কথাকে চিন্তা কৰি বাচি-বিচাৰি চাব পৰাৰ জোখাৰে মনটো তাইৰ তেতিয়াও পুৰঠ হৈ উঠা নাছিল। যি কি নহওক, সমুখত বহি দুয়ো গৰাকীয়ে তাইক যিমানবোৰ কথা কৈ গ'ল সেই সকলো কথাতে মুখেৰে তাই হুঁ হুঁ কৈ হুকাৰ ধৰি গৈ থাকিল, যদিও মনটোৱে তাইৰ তেতিয়া

বাহিৰত অনন্তৰ লগতহে খেলি আছিল। অনন্তই বাহিৰত খেলিবলৈ কোনো লগ নথকাত গোহালিলৈ গৈ গৰুৰ পোৱালীটোৰ লগতে ওমলিবলৈ ধৰিলে। মাজে মাজে সি ঘৰৰ দুৱাৰৰ ফাললৈকেও চাই থাকিল। কিয়নো সি জানিছিল যে তাক তেনেকৈ ওমলি থকা দেখিলে মাকে ডবিয়াব। গতিকে সি এটি উপায় উলিয়াই লৈছিল। সি তাৰ পঢ়া কিতাপখিনি আনি ওচৰতে থৈ দিছিল। ভিতৰৰ পৰা সুন্দৰম্বাই অহা যেন দেখিলেই সি কিতাপ তুলি লৈ পঢ়ি থকাৰ ভাও ধৰে আৰু ওচৰত কোনো নথকা যেন দেখিলেই গৰুপোৱালীটোৰ পিঠিত উঠে, তাৰ নেজত ধৰি টানে নাইবা তাৰ গলত ধৰি ওলমে—এনেকৈ, খেলি থাকে। সেই সৰু গৰুৰ পোৱালীটোক সি এটা পুতলা যেন পাইছিল। বহু-পৰলৈ এনেকৈ খেলি থাকি থাকি এবাৰ সি পোৱালীটোৰ পিঠিত উঠি তাৰ কান মুচৰি দিলে। বহি থকা পোৱালীটোৱে গাটো জিকাৰ মাৰি উঠি থিয় হ'ল। অনন্ত ধপ্‌কৈ মাটিত বাগৰি পৰিল আৰু দুখ পালে।

"মা-মা-আ-আ······" কৈ সি কান্দিবলৈ ধৰিলে।

ভিতৰৰ পৰা উধাতু খাই ৰত্নম্বা লৰি আহিল—"কি হ'ল? কি কৰিলি? পোৱালীয়ে গচকিলে নেকি?" বুলি তাই অনন্তক কোলাত তুলি ললে। ইমানৰ মাজতো অনন্তই হাতত কিতাপ বুতলি লবলৈ নাপাহৰিলে। চকুপানী মচি দি দি, "ভিতৰত বহি পঢ়িব লাগে নহয়, বাচা, ইয়ালৈ কিয় আহিছিলি?" বুলি তাক তুলি লৈ, কাষ-কোলাকৈ ৰত্নম্বাই ভিতৰলৈ দাঙি লৈ গ'ল। সেই হাই উৰুমি শুনি তাৰক্কা লৰমাৰি ওলাই আহিল। সুন্দৰম্বায়ে খঙেৰে ক'লে—"তাক ইয়ালৈ লৈ আহিলা কিয়? তাতেই পৰি থাকিলহেতেন, গৰুৰ ঠেঙৰ তলত······। গৰুৰ পোৱালীৰ লগত নেখেলিবি, নেখেলিবি বুলি কৈ কৈ ভাগৰি পৰিলোঁ। তথাপিও সিফালেহে তাৰ ধাউতি, দিনে-ৰাতি।" তথাপিও অনন্তই হাত-ভৰি কেনিও ক'তো গচক খোৱা নাইতো? নোচোৱাকৈ থাকিব নোৱাৰিলে তাই, ওচৰলৈ আহি চালেহি। ৰত্নম্বাই শব্দ উঠাকৈ চুমা এটা খাই তাক লাৰু এটা দিলে। সেইটো হাতত লৈ সি খেলিবৰ কাৰণে বাহিৰলৈ লৰি গ'ল।

তেলেৰে ভাজি তৈয়াৰ কৰা লাৰুটো এতিয়া পুতেকে কিবাকৈ খাই পেলায় বুলি ভাবি সুন্দৰম্বাই আতুৰৰ দৰে তাক মাতিবলৈ ধৰিলে- "অনন্ত, ইফালে আহ বাচা····· বাহিৰলৈ নৈ নাযাবি।" অনন্ত যিদৰে গৈছিল, গৈয়েই থাকিল। সুন্দৰাম্বাইয়ে জোৰেৰে চিঞৰি ডাবি দি ক'লে—"অনন্ত, মই কি কৈছোঁ তই বুজিছ নে নাই?······মনতে ভোৰ-ভোৰাই থাকিল সুন্দৰাবাইয়ে—ল'ৰা থাকিব লাগে কেনেকৈ? চকুৰ ঠাঁৰতে কথা বুজি পোৱা ল'ৰাহে আচল ল'ৰা! নহলে বাৰু কি কৰা যায়, এনে ল'ৰাক লৈ?" এইবুলি ভিতৰলৈ গৈ সুন্দৰাবাইয়ে নিজৰ বাকচৰপৰা ঘিউৰে তৈয়াৰ কৰা লাৰু উলিয়াই ৰত্নম্বাৰ চকুত নপৰাকৈ শাৰীৰ ভাঁজৰ

মাজত লুকুৱাই লৈ গৈ অনন্তক দি আহিল আৰু অনন্তৰ হাতৰ লাৰুটো লৈ আহি তাৰক্কাক খাবলৈ দিলে।

তাৰ পিছদিনা পুৱা। তাৰক্কা আৰু অনন্তই খেলি আছিল। দুঘণ্টামান পাৰ হৈ গ'ল। বেলা বাঢ়ি আহিল। বাৰাণ্ডাত আহি ৰ'দ পৰিছে। সেই কাৰণে ল'ৰা-ছোৱালী হালৰ মনত আৰু ৰং লাগিছে। খেলাও বেচ বঢ়িয়াকৈ চলি আছে। এনেতে তাৰক্কাৰ শহুৰেক আহি ওলাল।

আহি পায়েই তেওঁ ক'লে—"ৰত্না, কাইলৈ পুৱা আমি আহি তাৰক্কাক লৈ যামহি। পিছলৈ আৰু ভাল মুহূৰ্ত্ত নিমিলিব।"

ৰত্নবাই ঘাগৰিটো মাজিবলৈ এৰি হাত ধুই, পিন্ধি থকা শাৰীখনৰ আঁচলতে হাত মুচি মুচি লৰালৰিকৈ ওলাই আহিল। "আহক, আহক, বহকহি" বুলি টনা-ৰছিদালৰ পৰা কম্বল এখন টানি লৈ আহিল। সেইখন পাৰি দি থকাৰ মাজতে চকুৰ পতা তুলি তাই তাৰক্কাৰ পিনে এবাৰ চাই ললে, আৰু কলে—"আমিও পুৰোহিতক সুধি চাইছোঁ। কালিৰ দিনটো ভাল। নিয়ে যদি নিব। আমিও তাৰে যা-জোগাৰত লাগিছোঁ।"

এইখিনিতে তাৰক্কা পিছ-চোতাললৈ পলাই গ'ল। অনন্তই একো বুজিব নোৱাৰিলে যদিও মাজৰ কোঠাটোলৈ গুচি গ'ল।

হুৰন্না—তাৰক্কাৰ শহুৰেক। কম্বলখনৰ ওপৰত বহি লৈ সি সুধিলে—

"তোমালোকেনো কিহৰ যা-যোগাৰখন কৰিছা?" এইবুলি অলপ ৰৈ আকৌ ক'লে—"বাৰু, তাৰা এয়া প্ৰথমবাৰৰ বাবে যোৱাৰ কথা। লগত তাইৰ কোন যাব? সুন্দৰা যাব নেকি?"

"নাযাওঁ, মই কাইলৈ ঘৰলৈ যাম। ঘৰত কিবা অসুবিধা হৈছে। প্ৰায় আধা মাহেই হ'ল নহয়······?" ভিতৰৰপৰা সুন্দৰাই ক'লে।

"দুই চাৰিদিন ময়েই অহা-যোৱা কৰি থাকিম; নতুন ঘৰনে কিবা? কেনেকৈ থাকিব বুলি চিন্তা কৰিছে কিয়?" ৰত্নাই ক'লে।

"গোটেই ঘৰখনেই জনা-শুনা ঘৰ। এনেয়ে কোনো কথা নাই। কিন্তু ঘৰ-খনৰ চাল-চলনলৈতো এটা কথা আছে।" এইবুলি হুৰন্না যাবলৈ ওলাল।

"নহয়, নহয় অলপ বহক। চাহ খাই যাওক।" ৰত্নাই ক'লে।

"খাই আহিছোঁ মাত্ৰ; এতিয়া নালাগে। পথাৰলৈ যাওঁ। আমাৰ তেওঁ ক'লে,—এবাৰ খবৰটো দিবলৈ, সেইকাৰণেহে আহিলোঁ। পলম হৈ যাব, এতিয়া যাওঁ।"

সুন্দৰাই মাজতে যাত দিলে—"নতুনকৈ মিতিৰ হৈছে, চাহখিনিতো খাই যাওক।" তাইৰ কথাত সামান্য হাঁহিৰ আভাস আছিল।

"আমাৰতো আৰু কোনো নতুনকৈ সম্পৰ্ক কৰা নাই ভাই! আগতে যেনে আছিল তেনেই আছে।"

"সেইটো কেনেকৈ হব? এতিয়া ছোৱালীক বোৱাৰী কৰি লৈ গৈছে। তেতিয়া আছিল খুলশালীৰ ঘৰ, এতিয়াৰ সম্পৰ্ক হৈ গ'ল আন এটা।"

"তেনে কোনো কথা নাই ভনীটি! তেতিয়াও আছিল মিতিৰৰ ঘৰ আৰু এতিয়াও সেই মিতৰৰেই ঘৰ হৈ আছে। ছোৱালীজনী দিলে বুলিয়েই ঘৰৰতো একো সলনি হোৱা নাই!" ইয়াকে কৈ বহাৰ পৰা উঠি হুৰুন্নাই খোজ পেলালেই।

"গ'লেই দেখোন।" ভিতৰত চাহৰ পানী আখাত বহুৱাই দিছোঁ, খাই যাওকচোন।" বুলি ৰুস্তুম্বাই আগ্ৰহৰ ভাৱেৰে ভিতৰলৈ গ'ল আৰু এটা কাপোৰৰ টোপোলা দাঙি-আনি বজাৰৰ পৰা কিনি অনা শাৰী ব্লাউজ আদি কাপোৰ দেখুৱাবলৈ ধৰিলে। হুৰুন্নাই আটাইবোৰ চালে। নিজৰ আন্দাজমতে সেইবোৰৰ দাম কিমান হব পাৰে কলে। কাপোৰ-কাণি চাই থকাৰ মাজতে ৰস্তুম্বাই ৰান্ধনী-শাললৈ গৈ চাহ তৈয়াৰ কৰি আনিলে। হুৰুন্নাই চাহ খাই খাই কলে— "ছোৱালীৰ লগত সুন্দৰা গ'লে আমিয়ে শাৰীখন দিলোঁহেতেন। এতিয়া তোমালোকৰ খৰচ হ'ল। তাকে কৰিবলৈনো কিয় গ'লা?"

"ময়োতো তাকেই কৈছিলোঁ। কিন্তু এওঁলোকে নামানিলে।" তাৰক্কাৰ লগত গৈ পাঁচ-ছয় দিন তাহাঁতৰ ঘৰত থাকি এখন নতুন শাৰী পিন্ধি অহাৰ অভিলাষৰ বিষয়ে সুন্দৰাৰ মুখৰপৰাই প্ৰকাশ পালে।

"তাকে ভাবিয়েতো আমিও এওঁৰ কাৰণে শাৰী কিনা নাছিলোঁ। পিছে এওঁৰ পৰাহিয়েই যোৱাৰ ঠিক হৈছিল।"

"হলেওনো কি কথা! এইখন শাৰী আকৌ কেতিয়াবা দিব পাৰিবা।" সুন্দৰাই কলে। মনে মনে আকৌ ভাবিলে—"কি ঠিক শাৰীখন কেতিয়া দিয়ে!"

এনে মনোভাৱ বুজিয়েই ৰস্তুম্বাই ক'লে—"এনেকৈ বিয়া-বাৰু আৰু সদায় থাকিবনে? তোমাৰ নাম লৈ শাৰী অনা হৈছে, গতিকে তুমিয়ে পিন্ধিবা। এখেত সকলে যদি দিয়ে তেনেহলে সেইখন ইয়াত এৰি যাবা।"

চাৰিদিন মান থাকি দুখনকৈ শাৰি গোটাই লব পাৰিব বুলি সুন্দৰাই মনতে যি আঁচনি কৰিছিল, ৰস্তুৰ কথাত সেই গোটেইখনেই ওলট-পালট হৈ গ'ল। গতিকে সুন্দৰাই ক'লে—"মই কালিয়েই যামগৈ, আপোনালোকে আৰু কষ্টখন কৰে কিয়?"

ওচৰতে থিয় হৈ থকা অনন্তৰ মনত বেজাৰ লাগিছিল ইয়াকে ভাবি যে হয়তো কিবা কাৰণত আৰু চাৰিদিন মান থাকি যাব লগাই হব। কিন্তু মাকৰ কথাৰ পৰা সেইটো নহব বুলি গম পাই তাৰ মনটো আনন্দতে উতলি-উঠিল। কিছু সময়ৰ পিছত চাহ খাই উঠি হুৰুন্না গুচি গ'ল।

তেতিয়া ৰস্তুম্বাই তাৰক্কাক বকা-বকি কৰিবলৈ ধৰিলে—"শহুৰেক ঘৰলৈ আহিছে, লৰা-লৰিকৈ কম্বলখন টানি আনি পাৰি দিব নালাগিছিল! খেলিয়েই থাকিল। কালিও শহুৰেকৰ ঘৰলৈ গৈ এনেকৈয়ে থাকিব!" এয়ে আছিল তাইৰ

খণ্ডৰ কাৰণ। গতিকে তাৰক্কাৰ মনটো বৰ উদাস হৈ গ'ল। তাই নামাতা-নোবোলাকৈ গৈ এটা চুকৰ ফালে বহি থাকিল। তাই ভাবিবলৈ ধৰিলে—শহুৰেকৰ ঘৰলৈ গৈ তাই কেনেকৈ থাকিব লাগিব······আজি এমাহ কাল ধৰি এওঁলোকে তাইক বুজাই আছে।" কিন্তু মইতো তৎ ধৰিব পৰা নাই। কি ঠিক, তালৈ গৈ কত বা কি ভুল কৰি পেলাওঁ! কোনে জানে?" কিছু সময়ৰ পিছত তাই চিন্তান্বিত মনেৰে মামীয়েকৰ ওচৰ পালেগৈ আৰু লাহেকৈ সুধিলে—"কাইলৈ তোমালোক আটাইকে এৰি থৈ মই তাত অকলে কেনেকৈ থাকিম মামীদেউ?"

"সেইটো অলাগতিয়াল কথা। দুই-তিনিবাৰ মান তালৈ অহা-যোৱা কৰিলে মাৰ-পিতাৰ সকলোকে পাহৰি নিজৰ স্বামীৰ লগত মিলি যাবি। আহিলেও কেতিয়া ৰাতি পুৱায়, কেতিয়া যাব পাৰোঁ, তাৰে চিন্তাত থাকিবি।" মুখ তুলি চাই মৃদু সহজ হাঁহিৰ মিচিকিৰে সুন্দৰাই ক'লে।

মামীয়েকৰ কথাৰ মৰ্ম্ম সঠিক বুজিব নোৱাৰি তাৰক্কাই ক'লে "মাক এৰি মই এদিনো বাহিৰত থকা নাই।"

"সেইটো নো কি কথা? একেখনেইহে গাওঁ। নিতৌ পুৱা মাৰক দেখা পায়েই থাকিবি। আন কোনো বেলেগ গাৱঁত পৰিলে কি কৰিলিহেঁতেন? এবাৰ গ'লে কমেও ছমাহ······সুমীৰ কথাকে চা-চোন, কালি গৈছে— আৰু আহিব সেই শ্ৰীপঞ্চমীত নহলে দেৱালীৰ পিছত। মাকৰ ঘৰ ক'ত, শহুৰেকৰ ঘৰ ক'ত!" অলপ ডাঙৰ মাতেৰে ক'লে সুন্দৰাই।

"ঠিকেই, সুমীৰ বেছ সাহ আছে। মোৰ কিন্তু নিজৰ গাৱঁতেই অৱস্থা এই।"

"একে গাওঁ হ'ল বুলিয়েই ঘনাই ঘনাই ঘৰলৈ আহি থাকিব নালাগে। ইয়াৰ কথা তাত নাইবা তাৰ কথা ইয়াত ক'বও নালাগে। সেইখন শহুৰেৰৰ ঘৰ বাচা। খবৰ্দাৰ এই ঘৰৰ লগত সেই ঘৰৰ যেন কাজিয়া-পেঁচাল লগাই নিদিয়! মই তোক তাকেহে বুজাই কওঁ।"

তাৰক্কা তাত নবহিল। শহুৰেকৰ ঘৰ বস্তুটো কেনে এটা অবুজ সাঁথৰ তাকে ভাবি তাই তাতে থিয় হৈ থাকিল। সুন্দৰাবায়ে কৈ গ'ল -"তই এতিয়া আৰু সৰু হৈ থকা নাই। তোক যে এতিয়াও সদায় পুৱা জগাই দিব লাগে সেইটো থিক নহয়। শাহুৱেৰ সাৰ পোৱাৰ আগেতে উঠি ঘৰৰ কাম-কাজত লাগি যাব লাগে। যদি শাহুৱেৰাই বটা-কুটা কৰি থাকে তেনেহলে হাক দিলেও তেওঁৰ হাতৰপৰা আঁজুৰি আনি নিজে কৰাত লাগি যাব লাগে। বিনাকামে বহি থাকিব নালাগে। ইয়াত তোৰ মাকে কিবা ক'লেই মুখখন ফুলাই দিয়। তাত কিন্তু তেনে কৰিলে নহ'ব। ইয়াত যেনেকৈ নিজে নিজে বস্তু লৈ খাৱ, তেনেকৈ তাত খোৱাটো উচিত নহয়। শাহুৱেৰাই যি দিয়ে তাকেহে খাব লাগে। এইদৰে কিছুমান উপদেশ দি তাই মনে মনে ৰ'ল।

সিদিনাৰ দিনটোৱেই এটা দিন, যিটো দিন তাৰক্কাই নিৰুৎসাহেৰে কটালে। সিদিনা দুপৰীয়া তাই অনন্তৰ লগতো নেখেলিলে। গধূলিলৈকে তাই জোৱাৰ জাৰা-বচা, ঘৰৰ কাম কৰা, পিছচোতালৰপৰা খৰি-লুৰি অনা আদি বিষয়ত ব্যস্ত হৈ থাকিল। অনন্তই মাজে মাজে আহি তাইক খেলিবলৈ মাতি আছিল, তাইৰো খেলিবলৈ যাবৰ মন গৈছিল।- কিন্তু তাই নগ'ল। অনন্তকো মাকে মাতি কলে—"কাইলৈ ঘৰলৈ যাম নহয়? আহ, নিজৰ কিতাপ পঢ়াহি।" কথা-যাৰ শুনি অনন্তৰ বৰ বং লাগিল। সেই আনন্দৰ প্ৰভাৱতে সি খেলিবলৈ এৰি দিলে। পঢ়াৰ কথাও সি পাহৰি গ'ল। সিদিনা গধূলি তাৰক্কাই অনন্তৰ আগত বহুত পৰলৈ কথা কৈ কটালে। অনন্তই প্ৰতি কথাহে হুঁ হুঁ, কৈ হুংকাৰ ধৰি থাকিল। অৱশেষত তাৰক্কাই সুধিলে—"বাৰু অন্তা, কাইলৈ যে ঘৰলৈ যাবা, পিছত আৰু কেতিয়া আহিবা?"

"কেলেই?"

"আকৌ কেতিয়াবা আহিবা না!" তাই মাত্ৰ ক'লে, কিন্তু কি কাৰণে? তাকেহে ক'ব নোৱাৰিলে।

"বন্ধৰ সময়ত পিতাদেউক সুধি,— আহিম। কিন্তু বেছি দিন থাকিব নোৱাৰিম।" অলপ ৰমকি সি কলে।

"আৰু চাৰিদিনমান থাকি যাব পাৰিলাহেঁতেন!" অনন্তৰ হাতত ধৰি ক'লে তাৰক্কাই। তাইৰ কণ্ঠস্বৰ কৰুণ আছিল।

পিছদিনা হুৰন্না আহিল তাৰক্কাক নিবলৈ। শহুৰেকৰ ঘৰলৈ যোৱাৰ কাৰণে তাই সাজু হব লগাত পৰিল। চুবুৰীৰ আটাইবোৰ তিৰোতা আহি গোট খালে। তাৰক্কাই নতুন শাৰী পিন্ধিলে, এচৰৰ পাঁচ-ঘৰমানলৈ মাত লগাবলৈ গ'ল, আইতি সকলে তাইৰ কোলাত চাউল আৰু ফল দিলে। সুন্দৰাবায়ে তাইক ভিতৰলৈ লৈ গৈ অলপ কিবা খাবলৈ দিলে। এটা গৰাহো তাৰক্কাৰ গলেৰে যেন নামি নাযাব,— এনে লাগিল। কোনোমতে দুগৰাহমান গিলি তাই বাহিৰলৈ আহিল। মাকে কোৱাতহে থাপনাৰ এচৰলৈ গৈ সেৱাটো কৰি আহিল। তদুপৰিও মাক, পিতাক আৰু অন্যান্য গুৰুজনকো তাই সেৱা কৰিলে। আহি গোটখোৱা মানুহখিনিয়ে তাৰক্কাৰ গুণা-গুণ বখানিবলৈ ধৰিলে। তাৰক্কাৰ মুখখন ৰঙা পৰি উঠিল। চকু লোতকেৰে উপচি গ'ল। গহীণ মন্থৰ খোজেৰে তাই ঘৰৰপৰা ওলাই আহিল।

তাইৰ পিছে পিছে আটাইখিনি তিৰোতা জুম বান্ধি আগুৱাই গ'ল। সকলোৰে আগে আগে তাৰক্কাৰ শহুৰেক। লগে লগে থাল এখনত সজাই দিয়া পাঁচ আখা সোন্দা-কল লৈ সুন্দৰা। পাঁচ-ছয় খোজ যোৱাৰ পিছতে সুন্দৰাম্বায়ে ক'লে— "হোঁ, পানী ল। মুখখত কুলকুলাই পেলা।" মামীয়েকৰ হাতৰপৰা লোটাটো লৈ তাই মুখ কুল-কুলালে।

তিৰোতাৰ জুমটোৰ মাজৰ পৰা কোনোবাই কলে—"এই গাৱঁতেইতো থাকিবি, মাৰ পিতাৰক সদায়েই দেখা পাবি চকুপানী পেলাৱনো কিয়?"

ৰত্নবাৰ চকু পানীৰে উপচি গ'ল। সমবেত তিৰোতা সকলোৰো চকুলো ওলাল। মল্লইও পিন্ধি থকা চুৰিয়াৰ চুক এটাৰে চকু মচিবলৈ ধৰিলে। ইমান সময় সামৰি ৰখা তাৰকাৰ অশ্ৰুধাৰাই বাধা নামানি পাৰ বাগৰি বৈ গ'ল। তাই মামীয়েকক সাবামাৰি ধৰি ফোঁপাই ফোঁপাই হুকুহুকুকাই কান্দিবলৈ ধৰিলে। এই সকলোবোৰ দেখি অনন্তৰ চকুলৈও পানী নহাকৈ নাথাকিল। হুৰন্নাই উভতি চাই কঠোৰ স্বৰেৰে ক'লে—"তাত তোক কোনোৱে ফাঁচি কাঠত দিবলৈ নিবলৈ ওলোৱা নাই নহয়, ব'ল।"

"হাঁহি হাঁহি যাব লাগে অ, বাচা,—শহুৰেকৰ ঘৰলৈ। পুৰাণত জানো শুনা নাই, স্বামীৰ পিচে পিচে সীতা বনলৈও গৈছিল।" দূৰত থিয় হৈ থকা বিধবা চাগলম্বাই ক'লে।

তাৰকা আগবাঢ়িল। তিৰোতাবোৰো চাৰিখোজ মান লগতে গ'ল। তাৰকাই আধাফুটা আধানুফুটা স্বৰেৰে তেওঁলোকক ৰ'বলৈ ক'লে। এজনী-এজনীকৈ তিৰোতাবোৰো বৈ গ'ল।

টালি টোপোলা ডাঙি লৈ হুৰন্না পাচ-ছয় খোজমান আগবাঢ়ি গ'ল। ফল আদি লৈ তিৰোতাবোৰো আগে আগে যাব ধৰিছিল। তাৰকাইও দুই-চাৰি খোজমান আগুৱাই গৈ মাত দিলে—"অনন্ত আহ। লগত ব'ল। আকৌ উভতি আহিবি।"

অনন্তই গুণা গঁঠা কৰি অলপ সময় থিয় হৈ থাকিল। তাৰ মাকে ক'লে—"বায়েৰৰ লগত যাগৈ যা।"

অনন্তই লৰ মাৰি গৈ তাৰকাৰ লগ ললে। কিছু সময় ননদে নবৌৱেকে তাৰকা যোৱাৰ ফাললৈ চাই থিয় হৈ থাকিল। তাৰকাইও চকুৰে মনিব পৰালৈকে কেবা-বাৰো উভতি উভতি চাই গ'ল। দৃষ্টিৰ আঁৰ হৈ পৰাৰ পিছত ইহঁত দুয়োজনীয়ে দীঘলকৈ হুমুনিয়াহ পেলাই ঘৰলৈ উভতিল।

ৰত্নম্বাই চকুপানী মুচি মুচি ক'লে—"মাকৰ ঘৰখন এৰি তাই কাহানিও বাহিৰলৈ যোৱা নাই।"

এগৰাকী তিৰোতাই ক'লে—"হেৰা, কোনো কথা নাই। তাই কোনো পৰৰ ঘৰলৈ যোৱা নাই।"

"ছোৱালী সঁচাকৈয়ে বৰ তৎপৰ। অনন্তৰ কাৰণে প্ৰাণটো দিব পাৰে তাই। অলপ ধৰ্মাকি বৈ হলেও, তাক লগত লৈহে গ'ল।" সুন্দৰাম্বায়ে আৰু চাৰিদিন-মান থাকি যাবলগীয়া হোৱাৰ কাৰণটো যেন গমি চালে।

"তালৈ যোৱাৰ পিছতো কিন্তু কোনোৱে তাইক আঙুলিটোঁৱাই কথা এষাৰ ক'ব নোৱাৰে দেই! সকলোৰে লগত মিলি-জুলি থাকিব পাৰে তাই।"

"আন পক্ষও চম্ৰালি চলিব পৰা হ'ব লাগিব নহয়? তাইতো "সোণৰ টুকুৰা।"

"সেইবোৰ কথা এৰা ভনীটি; নিজৰ পো-বোৱাৰীনো নালাগে কাক? তাই মানুহজনী অৱশ্যে অলপ মুখচোকা ঠিকেই। কাইলৈ বাৰু জৈন মন্দিৰলৈ আহিব নহয়, মই তাইক বুজাই ক'ম। এতিয়া পো-বোৱাৰী উপযুক্ত হৈছে তই পূজা-পাঠত মনোনিৱেশ কৰ।" চাগলৰ্ব্বা বুঢ়ীয়ে আশ্বাস দিলে।

সকলো ঘৰা-ঘৰি গ'ল।

এঘন্টাৰ ভিতৰতে অনন্তও উভতি আহিল।

সুন্দৰাবায়ে সুধিলে—"কি অ' অনন্ত, ইমান সোনকালে উভতি আহিলি যে!" এই বুলি তাই নিজকে নিজে বিৰবিৰাই ক'লে—"এই লৰাটোৱে আনৰ ঘৰত একমিনিট সময়ো থাকিব নোৱাৰে।"

"বাইদেউ ভিতৰলৈ গুচি গ'ল। মইনো তাত থাকি কি কৰিম?"

"কিয়? তাত মৰমন্না নাছিল জানো?"

"আছিল। জোৱাৰৰ বস্তাৰ ওপৰত বহি আছিল। মোক মাত এষাৰেই নিদিলে।" অনন্তই মুখলৈ চাই হাতেৰে ভংগী কৰি ক'লে।

"কেনে হাৰামি সেইটো!"

অনন্তৰ মাত শুনি ৰত্নাম্বা ভিতৰৰ পৰা লৰি আহিল। সুধিলে—"কোনে কইনা বৰি নিলে?"

"চিম্বৰ্ব্বা মামীয়ে নিছে।" বুলি কৈয়েই সি গৰুৰ পোৱালীটো ধৰিবলৈ সিফালে লৰ মাৰিলে। মল্লই পোৱালীটো পঘা খুলি দিছিল মাত্ৰ।

সিদিনাই আবেলি, সুন্দৰম্বা ঘৰলৈ যাব কাৰণে মল্লই গৈ তাৰক্কাক শহুৰেকৰ ঘৰৰপৰা লৈ আহিল। কোনো হাই-উৰুমি নোহোৱাকৈ তাই ঘৰ পালেহি। তাই আহি পালে মানে গাড়ী সাজু হৈ বৈ আছিল। ঘৰলৈ যোৱাৰ উৎসাহত অনন্তই গৈ গাড়ীত উঠি বহি আছিল। সুন্দৰম্বা তেতিয়াও ভিতৰতে। তাৰক্কাই "অনন্ত, ভিতৰলৈ আহাচোন" বুলি মাতি ভিতৰলৈ গ'ল।

তাৰক্কা অহাৰ লগে লগে "আহচোন, অলপ খাই লহি" বুলি সুন্দৰাবায়ে তাইক ভিতৰৰ কোঠালিলৈ লৈ গ'ল আৰু ঘৰলৈ নিবৰ কাৰণে দেশী-ঘিউৰে তৈয়াৰ কৰা লাৰু খাবলৈ দিলে। খাবলৈ লৈ তাৰক্কাই আকৌ অনন্তৰ বিচাৰ ললে।

তাক কিয় লাগে? সি খায়েই আছে এই পৰ্য্যন্ত। তই খা।" সুন্দৰাই এনেদৰে কোৱাত তাই খালে।

"গৈ পোৱা মানে এন্ধাৰ হৈ যাব। বুলি কৈ মল্লই লৰা-লৰি কৰিবলৈ সকিয়াই দিলে। সুন্দৰাবায়ে খৰখেদাকৈ পাঁচ-ছয়জনমানক মাত লগাই গাড়ীত উঠিল গৈ। গাড়ী চলোঁ চলোঁ হোৱাৰ পৰতে মনটো অলপ পাতলাবলৈ তাৰক্কাই কলে—"অথনি, খাই বৈ আহিবলৈ কৈছিলোঁ পলাই আহিল, অনন্ত।"

সুন্দৰাই ভালকৈ বহি লৈ ৰত্নম্বাৰ ফালে চাই কলে—"তোৰ শাহুৱেৰৰ সম্মুখতনো সি খাবলৈ যায় কেনেকৈ?" কথাষাৰ কওঁতেই এটা মৃদু হাঁহি খেলাই গ'ল—ওঁঠৰ

ওপৰেৰে। তাৰ অৰ্থ এয়ে যে,– "তাৰক্কাই কিয় এই কথাষাৰকে বুজিব পৰা নাই ?"

কথাৰ সুৰ সলাই সুন্দৰাই আকৌ কলে– "যিয়েই নহওক, শাহুৰেকৰ ঘৰত তাই আছিল বোৱাৰী। তাই বেচেৰীয়ে মাতি নি খুৱায় কেনেকৈ ? তাই ক'লেনো কি হব ? চিম্মব্বাই হে ধৰি নি ল'ৰাটোক খুৱাব লাগিছিল ! এই বেচেৰীৰ এতিয়াও এখন ভৰি ঘৰত এখন ভৰি বাহিৰত। মই কৈছোঁ,– সোৱা তেওঁৰ কথা। মুৰৰ চুলি পকি শেষ হলেই হ'লনে ? ব্যৱহাৰ পাতি বুলিও এটা কথা আছে।" নিজক সংযত কৰি কলে সুন্দৰাই। তথাপিও তাইৰ কথাষাৰত তীক্ষ্ণতা আছিল।

এনে কথাত তাৰক্কাৰ মনত বৰ অশান্তি লাগিল। মনৰ মাজত এটি আবেগৰ কোবাল ঢৌ গুমৰি উঠিল। কিহৰ বাবে কিয় আৰু কেনেকৈ তাই বুজিব নোৱাৰিলে। তাই মনটো আনফালে লগালে। কথাবোৰ পাহৰিবলৈও চেষ্টা কৰিলে। কিন্তু মনৰ মাজত সেই আবেগৰ ঢৌতে মগ্ন হৈ তাই শাহুৰেকৰ ঘৰ পালেগৈ।

## 5

পিছদিনা তেওঁলোকে গোটেই গাওঁখনতে কল বিলালে। হিচাপত ঘাটি পৰাত ঘৰলৈ বোৱাৰী অনাৰ আনন্দত চিমব্বাই নিজেই আৰু বাৰ-অনাৰ কল কিনাই আনি ঘৰে ঘৰে পঠিয়াই দিলে। লোৱা-থোৱা কৰিবলৈ সেই একেটাই ল'ৰা। সবাহে কৰমে আমাৰ ঘৰলৈ গোটেইখন গাৱঁৰপৰাই কল পঠিয়ায়। আমিনো ইঘৰক এৰি সিঘৰক দিও কেনেকৈ ? আকৌনো মোৰ ক'ত পাঁচ-সাতজনী বোৱাৰী আনিম যে তেতিয়াও বিলালে হব।" সেয়ে মনৰ ভাৱ আছিল তাইৰ। লগত খেলিবলৈ বৌৱেকক পাব কাৰণে অক্কাতায়ীৰ মনতো আনন্দৰ পাৰ নাছিল। তাৰক্কা যিদিনা ঘৰলৈ আহে সিদিনাই আবেলি তাইক কল খাবলৈ দিয়াত তাই মাকক সুধিলে— "তাৰক্কাক কল নিদিয়া ?"

চিম্মব্বাই খঙেৰে হাতদাঙি কলে—"দিম এটা মাৰ। তাৰক্কা বুলিবলৈ আহিছে ! তাই তোৰ সমনীয়া নেকি ? নবৌ বুলিবি। তেনেকৈ মাতিবলৈ যদি লাজ পাৱ তেনেহ'লে বাইদেউ বুলি মাতিবি। দুনাই যদি এনেকৈ মাতা শুনো তেনেহলে মুখ ভাঙিম।

অক্কাতায়ী মনে মনে ৰ'ল। মুখখন ওপ্দোলাই আন এফালে গুচি গল। চিম্মম্বাই তাৰক্কাকো মাতি আনি কল খাবলৈ দিলে। তাৰক্কা বাৰাণ্ডালৈ গ'ল। তাইৰ পিচে পিচে অক্কাতায়ীও গ'ল। দুয়ো বাহিৰত একেলগে কল খালে। তাৰ পাচত অক্কাতায়ীয়ে তাৰক্কাক মাতি নি নিজৰ পুতলা আদি দেখুৱালে। মনৰ ভিতৰৰপৰা খেলিবলৈ প্ৰবল আগ্ৰহে উকমাৰি উঠিলেও বিবেকৰ বিবেচনাৰে তাৰক্কাই তাক সংযত কৰিলে। মই এয়া শহুৰৰ ঘৰলৈ খেলিবলৈ অহা নাই। তাইৰ বিবেকে তাইক বুজালে। মাক আৰু মামীয়েকৰ উপদেশে তাইকো মনটো পুৰঠ কৰি পেলাইছিল। আটাইবোৰ পুতলা দেখুৱাই উঠি অক্কাতায়ীয়ে তাৰক্কাৰ মুখৰ ফালে চাই আকুলতা ভৰা স্বৰেৰে ক'লে—"কাইলৈ আমি দুয়ো খেলিম দেই?"

তাৰক্কাই কোনো উত্তৰ নিদিলে। বাহিৰৰপৰা ভিতৰলৈ খৰি কঢ়িয়াই নি থকা চিম্মম্বাই মাত দিলে—"খেলিবলৈ তাইক তোৰ দৰে এধানটিমান পাইছ নে? তাই ঘৰত ৰান্ধা-বঢ়া কৰিব নালাগে? কাইলৈ তোৰো বিয়া হওঁক, গম পাবি।" তাইৰ কথা শেষ হওঁ-নহওঁতেই তাৰক্কাই গৈ ৰান্ধনী-শাল পালে। তাই বিনীতভাৱে শাহুৱেকক সুধিলে—"আই গধূলিৰ সাজৰ বাবে কি কি ৰান্ধিব লাগিব?"

"ভাতৰ পানী বহাই দিছোঁ। সোনকালে তিনি-চাৰি পোৱা চাউল জাৰি-ফুকি লৈ আহ। হাত-মুখ ধুবলৈ পানী আখাত বহাই থ। শহুৰেৰ আহি পায়হে। সোনকালে খোৱা-বোৱাৰ যোগাৰ হ'ব লাগে। চিম্মম্বাই আদেশ দিলে।

তাৰক্কাই সকলো কথা মনযোগেৰে শুনিলে। তাই ততাতৈয়াকৈ দালি-ভাত ৰান্ধিলে। হাত-ভৰি ধোৱা পানীও তপতাই দিলে। এনেতে হুৱন্না বাহিৰৰপৰা গধূলিৰ সাজ খাবলৈ আহিল। তাৰক্কাই তাক হাত-ভৰি ধুবলৈ পানী দিলে। হাত-ভৰি ধুই আহে মানে পিৰা পাৰি দি কাঁহি-বাতি সাজু কৰি বাৰাণ্ডাত বহি থকা চিম্মম্বাক মাতিলে- "আই!" চিম্মম্বাই তাৰ পৰাই কলে--"কেলেই? তয়ে সাজি-মেলি দে চোন।"

"বোৱাৰীয়ে শিকিয়া ঢুকি নাপায়। তুমি আহা। তাত বহি কি কৰি আছা?" হুৱন্নাই মাতিলে।

"ৰুটিৰ টুকুৰীটো শিকিয়াৰ ওপৰত আছে নেকি?" বুলি উঠি ভিতৰলৈ আহিল চিম্মম্বা। আহি থাকোঁতে কৈ আহিল—"কাইলৈ "ৱস্তী"ত (জৈন মন্দিৰ) পূজা আছে নহয়? তাৰ বাবে কত্তু গোটাব নালাগে জানো? সেইকাৰণেই এমুঠি আখৈ ভাজিছোঁ। এনেয়ে বহি আছোঁনে কিবা।" এই বুলি হাত ধুই ৰুটিৰ টুকুৰীটো নমাই আনি হুৱন্নাৰ কাঁহিত ৰুটি সাজি-মেলি দিলে।

"তেনেহলে কাইলৈ পূজা আছে? পূজাত একাখি কলো দি দিবা।" হুৱন্নাই মুখত ৰুটি একামোৰ চিঙি লৈ কলে।

ইতিমধ্যে শাহুৰেকে আধা কৰাকৈ এৰি অহা কামখিনি তাৰক্কাই সমাপন কৰি উঠি মন্দিৰলৈ নিয়াৰ কাৰণে চাকি তৈয়াৰ কৰিবলৈ ধৰিলে।

পিছদিনা দুপৰীয়া "বস্তী"ত পূজা-সেৱা কৰাই উঠি শাহুৰেক বোৱাৰীয়েক দুয়ো ঘৰলৈ উভতিছিল। এনেতে পিছফালৰপৰা কোনোবাই মতা শুনিলে—"চিম্মা"। চিম্মম্বাই উভতি চাই দেখিলে, "বস্তী"ৰ ফালৰ পৰা চাগলম্বা বেগাই আহিবলৈ ধৰিছে। হাতত এখন পূজাৰ সৰু থাল আৰু থালখনত দুটি ৰূপেৰে তৈয়াৰী চাকি। চাগলম্বাই ওচৰলৈ আহি সুধিলে — কিহে? চৰণামৃত নললা?"

'নল'ম কিয়? পূজা কৰাইনো চৰণামৃত নোলোৱাকৈ আহিম নে? সোনকালে আহি আগৰ ফালে বাহিছিলোঁ। চৰণামৃত লৈ গুচি আহিছোঁ। ঘৰত বহুতো কাম আছে। তেখেতেও বোধ হয় বাট চাই আছে।" এইবুলি বোৱাৰীয়েকৰ ফালে ঘূৰি চাই কলে—"তই আগুৱাই যা। আগতে গৈ তেখেতক খাবলৈ সাজি-মেলি দেগৈ। মই যাব ধৰিছোঁ।"

"দিব নোৱাৰিবি কিয়? তৎপৰ ছোৱালী।"

চিম্মম্বাই ক'লে—"এতিয়াও ছোৱালী সৰুই আছে। খেলি ধৰি ফুৰাৰ বয়স। এতিয়া কি বুজিব?"

অলপ থমকি ৰৈ প্ৰসংগ সলাই বুঢ়ীয়ে সুধিলে—"আজি তোমাৰ ফালৰ পৰা হৈছিল নহয় পূজা?"

'এই বিশেষ পূজাত কুঁহিয়াৰৰ ৰস লগালে শুভ ফল দিয়ে।"

মাজতে ৰৈ বুঢ়ীয়ে কলে—"হয় নেকি?"

"এৰা, আজিৰ এই তিথিতে শ্ৰীয়াংস ৰজাই আদিনাথ স্বামীক কুঁহিয়াৰৰ ৰস পি-খাবলৈ দিছিল। সেই কাৰণে মই মোৰ মোমাইদেউক কৈ পঠিয়াইছিলোঁ যে, যি কোনো প্ৰকাৰে হওক একলহ তাজা কুঁহিয়াৰৰ ৰস পঠিয়াই দিব। তেওঁৰ কুহিয়াৰ-পেৰা কল আছে।"

অলপ ৰৈ চাৰিওফালে চকুফুৰাই চাই চাৰি খোজমান আগুৱাই গৈ কলে—"এই অগীয়ান মানুহবোৰে এইবোৰ কথা কি জানে? মোমাইদেৱে কোনো খা-খবৰ নিদিলে।" এই বুলি গালত আঙুলি থৈ কলে 'এতিয়া কৰোঁ কি? পিছে কালি তোমাৰ ভায়েৰা মিৰজীলৈ গৈছিল, তেওঁৰ হতুৱাই আম কেইটামান আনিলোঁ। শিখৰণীৰ পূজাত (বিপত্তি) "ভোগ" এভাগ দিও বুলি! ভগৱানক পূজাভাগ নিবেদন নকৰাকৈনো ভোগ খাওঁ কেনেকৈ?" এইবুলি আকাশলৈ হাতজুৰি কলে—'ঈশ্বৰৰ জানো চকু নাই? আজি পুৱাই মোমাইদেউৱে কুঁহিয়াৰৰ ৰস পঠিয়াই দিছে। অচলা ভক্তি থাকিলে—প্ৰভুৱে সকলো বস্তুকে মিলায়।"

চাগলম্বাই সুধিলে—'ভোগ কোনে দিলে?" "ভগৱানৰ নাম কৰি অনা ফল মইনো ৰাখিম কিয়? তাৰ পৰা এলোটা ৰস ওলাইছিল। মই তাকে দিলো। "গৌড়"ৰ ঘৰৰপৰাও দিছিল।"

আহি আহি দুয়ো নিজ নিজ ঘৰলৈ দুফালে ফাটি যোৱা আলিবাটৰ মূৰ পালেহি। চিম্মম্বাই নিজৰ ঘৰৰ মুৰা হৈ আগবাঢ়ি কলে—“যাবাগৈ বাইটি, বৰ ৰ'দ দিছে। তোমাৰ খোৱা-বোৱা কৰিবলৈও আছে নহয়? গৰমৰ দিন, পলম হয় মানে খাবলৈ নোৱাৰা অৱস্থা হয়। ঢোকে ঢোকে পানী খাইহে একোটা গৰাহ গিলিব পাৰি।”

“কালি মোৰো শুকুৰবৰীয়া লঘোণ আছিল।” চাগলম্বাই নিজে উপবাস পালন কৰাৰ কথা ক'লে। তাৰ পৰা বুজিব পাৰি যে তাই কব খুজিছে—“এদিনৰ উপবাসতে তোমালোকৰ অৱস্থা যদি এই, তেনেহলে মোৰ কেনে হোৱা উচিত?”

চিম্মম্বাই উভতি চাই ক'লে—“তুমি ইমানকৈ উপবাস কৰা! বৰ সাহ আছে দেখিছোঁ। সপ্তাহত তিনি-চাৰিদিন তোমাৰ উপবাসেই চলে।”

“খাই-বৈনো এই দেহাটোৰ কি ফল! এদিন নহয় এদিন মানৱী-শৰীৰটো শেষ হবই। ই মাটিৰ তুল্য। খাই-বৈ আৰু কি কামত আহিব?” এই বুলি উপবাস পালন কৰাৰ কাৰণ ব্যক্ত কৰিলে চাগলম্বাই। তাইৰ গল শুকাইছিল। ওঁঠো শুকান। অলপ বৈ গলখেকাৰি মাৰি উঠি সুধিলে—“তাৰাই অষ্টমী আৰু চতুৰ্দ্দশীৰ উপবাস পালন কৰে নে বাৰু?

“তাই ব্ৰত পালিছে। এতিয়ালৈকে মানি আছে। কিন্তু চ'ত মাহত কেনেকৈ ৰাখিব? পথাৰলৈ যাব, আৰু এন্ধাৰ হলেহে ঘৰলৈ আহিব। আকৌ এই ব্ৰতত পানীও চোঁকি চোঁকি খাব লাগিব। কিবা খালেও তিতা কাপোৰে-কানিয়েহে খাব লাগিব। পথাৰত থাকোঁতে পানী খালে মাটিৰ কলহৰপৰা খাব লাগিব। চেঁচা, তপত যেনে যি পায় তেনেকৈয়ে খাব লাগিব। গতিকে, আমাৰ ঘৰত এইবোৰ চলিব নোৱাৰে।” চিম্মম্বাই এনে হাব-ভাৱেৰে কথাখিনি ক'লে, যাৰ পৰা বুজিব পাৰি যে তাইৰ তাৰকাৰ মাকৰ ঘৰত প্ৰচলিত ৰীতি-নীতিৰ প্ৰতি এটা ব্যংগৰ মনোভাৱ আছে।

বুজনি দিয়াৰ সুৰত চাগলম্বাই ক'লে—“একো কথা নাই, চিম্মা তুমিয়েই জিকিছা। আঠদিনৰ ভিতৰতে বিয়া পাতি বোৱাৰী আনি ঘৰত তুলিলা। তোমালোক খেতি-বাতি থকা মানুহৰ অষ্টমী-চতুৰ্দ্দশীৰ লগত কি কথা আছে?” তাইৰ অন্তৰাত্মাই এনেকৈ কথাখিনি কবলৈ নিবিচাৰিলেও চিম্মম্বাৰ আগত কবলৈ বাধ্য হ'ল।

চিম্মম্বা উভতি আহি ওচৰ পালে। অলপ গৰ্ব্বিত-ভংগীত ক'লে—“জিকাৰ কথানো কি? ছোৱালীজনীতো আগৰ পৰাই আমাৰেই আছিল। সি গৰাকীয়ে জপিয়াই মৰিলে কি হব? মোৰ ভায়ে জানো তাইৰ কথা শুনিব?”

“সেইটোতো ঠিকেই। পিছে, মাকৰ কথা মনত ৰাখি তুমি আকৌ ছোৱালী-জনীক হুকা-হুকিখন নকৰিবা।”

"পাগলী! মোক ইমানখিনিও চিনি পোৱা নাই?" মুৰ জোকাৰি এনেদৰে কৈ উঠি চিম্মন্বাই আৰু ক'লে—"ৰত্নম্বাৰ দৰে মই ইমান সহজে পতিয়ন যোৱাত নাই……। এই কোৱা কথালৈ মোৰ লাগিবৰ কি আছে? নিজ সম্পৰ্কৰ মাজৰ-পৰাই ছোৱালী আনিছোঁ। তাইক এনেকৈ ৰাখিম যে ৰত্নাই দেখিলেও থমক খাব। নিজৰ বোৱাৰীজনীক মই কিয় দুখ দিম?" এই কথা কৈ—"পলম হৈ গ'ল" বুলি তাই যাবলৈ ধৰিলে।

চিম্মন্বাই ৰত্নাম্বাইৰ মনৰ কথা বিয়াৰ আগৰ পৰাই জানিছিল। বোৱেকৰ (ৰত্নাৰ) মনৰ ভাব আছিল যে—একেজনী মাথোন ছোৱালী, তাইক আপোন সম্পৰ্কৰ ঘৰতেই দিলে সুখী হব নোৱাৰিব। কিবা ক'বলৈ, শুনিবলৈও ভাল নালাগিব। কিন্তু চিম্মন্বাই ভাবিছিল যে যদি ছোৱালীজনীৰ বাহিৰৰ ক'ৰবাত বিয়া হৈ যায় তেনেহলে আগলৈ মাকৰ ঘৰৰ লগত তাইৰ কোনো সম্পৰ্কই নৰব। তাৰ বাহিৰেও তাইৰ মনত আন এটি বলৱতী ইচ্ছাও আছিল…… "ভায়েকৰ কোনো ল'ৰা নাই। একেজনী মাথোন ছোৱালী। এতেকে তাৰ মাটি-বাৰী সম্পত্তি সকলো তায়েই পাব। তাতনো আনৰ হাত লাগিবলৈ দিয়ে কিয়? সেই কাৰণে বয়সত অলপ ডাঙৰ হোৱাতো তাৰক্কাক তাই নিজৰ পুতেকলৈ বোৱাৰী হিচাপে আনিলে।

এমাহ পিছত ৰত্নাই মেলা উৎসৱৰ সময়ত জীয়েকক নিবলৈ আহিল। ইটো-সিটো কথা-বাৰ্ত্তা কোৱাৰ পিছত চিম্মন্বাই ক'লে—"ছোৱালী ইয়াতে থাকক বা তাতে থাকক, কথা একেটাই। চাৰিদিন ইয়াত থাকক, চাৰিদিন গৈ তাত থাকিব। এই বুলি কথাৰ সুৰ অলপ সলনি কৰি ক'লে—"গাৱঁতে ছোৱালী দিছা এই কাৰণেই যে, যাতে যেতিয়াই বিচাৰিবা তেতিয়াই যাব পাৰে। তেনেকৈ মাতিবলৈ যি কোনো মানুহ এজন আহিব পাৰে……। এতিয়া তুমি আহিছা যেতিয়া লৈ যোৱা আন গাৱঁত দিয়া হলেনো সেইটো কেনেকৈ হ'ল-হেঁতেন……? ছোৱালী আন গাৱঁত পৰিলে, সুখ-দুখকে চালেনো-হেঁতেন কোনে? সৌ তাৰপৰা আহি তাই তোমাক চম্ভালিব লাগিলহেঁতেন। কিন্তু এতিয়া "ঘিউ বাগৰি পৰিছে যদিও খিচিৰিতেই" পৰাৰ দৰে হৈছে।"

তেনেকৈ কোৱাৰ অভিপ্ৰায় কি সেইটো ৰত্নম্বাই বেছ ভালকৈ বুজি পাই মিচিকিয়াই হাঁহিলে। সেই হাঁহিত যে এটা ব্যংগৰ ভাৱ নিহিত আছে সেইটো বুজিব পৰা গৈছিল। কিন্তু লগতে তাইৰ মুখত চিন্তাৰ ছায়া নপৰাকৈও থকা নাছিল। যদি এইবোৰ কথাৰ পাকত লাগি শাহুৱেকে বেচেৰী ছোৱালীজনীক কষ্ট দিবলৈ ধৰে তেনেহলে কি হ'ব? তাকে ভাবি তাইৰ অন্তৰখন কঁপি উঠিল। তাই জানিছিল যে সিহঁতৰ মাটি-বাৰী সকলো এদিন নহয় এদিন জীয়েকেই পাব। কথা খাটাং হলেও, গিৰিয়েক এতিয়াও বুঢ়া হোৱা নাই

যেতিয়া, এতিয়াই সকলোবোৰ আনৰ নামত লিখা-পঢ়া কৰি দি সিহঁতৰ কৃপাৰ বশৱৰ্ত্তী হৈ থকাটো জানো উচিত হ'ব?"

"আমিনো ক'ত বাহিৰত দিবলৈ চোৱা চিন্তা কৰিছিলোঁ? ভৰমাৰ জন্মৰ সময়ৰ পৰাই দেখোন তাইক তালৈ দিম বুলি ভাবি আছিলোঁ। পিছে আপোনালোকেহে আমাৰ ল'ৰালৈ এনে ছোৱালী পাম, তেনে ছোৱালী পামকৈ দেওপাৰি আছিল। তাকে দেখিয়েই আমি পিচুৱাই আছিলোঁ।" গালত হাত থৈ অলপ ৰৈ তাই আৰু ক'লে—"আমি দুখীয়া মানুহ বাইদেউ! দুখন হালৰ জোখাৰেহে আমাৰ অলপ মাটি আছে। তাকে আনৰ নামত লিখাই দিনো গৈ কাৰ দুৱাৰত পৰি থাকিম? মুখত পানী দিবলৈও হয়তো কোনো নাহিব। য'ত পানী পোৱাৰ আশা থাকে পানী পিয়াত তালৈহে যায়!"

এই কথা শুনি চিন্ময়ৰ মুখখন গহীন হৈ গ'ল। তথাপি তাই ক'লে—"তুমিনো কেনে পাগলী! এতিয়াৰপৰা বুঢ়া কালৰ কথা ভাবিবলৈ আৰম্ভ কৰিছা?"

"ছোৱালী গাৰঁতে পৰিছে। সিংহৰ দৰে প্ৰতিপত্তিশালী জোৱাঁয়েৰা পাইছা। তদুপৰি তোমাৰ নিজৰ মাৰাৰ ঘৰো ইয়াতেই।"

"সকলোৱে নিজৰ নিজৰ মতে ভাৱে। দৈ-ভাত সানি থকা হাতেৰে কোনোৰেই কাউঁৰি নেখেদে (হাতত লাগি থকা ভাত চিটিকি পৰাৰ ভয়ত) বাইদেউ! মাবৰ ঘৰত ককায়েক আপোন হলেও নবৌয়েক আপোন হয় জানো? হাতত টকা-সিকা থাকে মানে আপোন, নহলে কোনেও কাৰো বাবে চকুপানীকে নোটোকে।"

কথা-বাৰ্ত্তাৰ সিমানতে ইতি হ'ল। কিন্তু বিষয়টোৰ যতি নপৰিল। সন্ধিয়া যেতিয়া হুৰন্না ঘৰলৈ আহিল আৰু ধপাত হুপিবলৈ বাৰাণ্ডাত বহিল, তেতিয়া স্বাভাৱিক নিয়মেই চিন্ময়াই প্ৰসংগ উত্থাপন কৰিলে।

"জীয়েৰক নিবলৈ ৰত্না আহিছিল......।"

"এৰা, গধূলি পথাৰলৈ যাওঁতে মল্লক লগ পাইছিলোঁ। পথাৰৰপৰা বোলে নাঁৰা চুৰি হয়, গতিকে সন্ধিয়া পহৰা দি থাকিব লাগে। গতিকেই বোধহয় তাই নিজে আহিছিল। যেয়েই নাহক, তাতনো কি?" পৰি থকা ঝাওঁ-বনেৰে বন্ধা-বাড়নীৰ খাটি-ডাল তুলি লৈ অাগটো চিঙি চিলিমত সুমুৱাই দি হুৰান্নাই ক'লে।

"মই তাকেই কব খুজিছিলোঁ, কিন্তু ৰত্নাৰ মনঃপুত নহ'ল।

"কিনো? তোমাৰ কথা মই বুজিব পৰা নাই।" হুৰন্নাই চিলিমত ধঁপাত ভৰাই থাকি সুধিলে।

"বিশেষ একো নহয়।" ৰত্নাক কলোঁ—"গাৰতে ছোৱালী দিছা, যেতিয়াই ইচ্ছা নিবলৈ আহিব পাৰা। সুখে-দুখে ইঘৰেতো সিঘৰক চোৱা-চিতা কৰিবই লাগিব।

বুঢ়া-কালত এই ছোৱালীয়েই দুসাজ খুৱাব।” এইখিনি কৈ উঠি গৈ চিন্ময়বাই ভিতৰৰ পৰা আঙঠা আনিলে।

চিলিমত আঙঠা দি হুৱন্নাই সুধিলে—“এতিয়া সেই কথা উঠিল কিয়?”

“কথাই কথাই……তেওঁলোকৰতো ল’ৰা নাই, গতিকে যি আছে সকলোতো ছোৱালীয়েই পাব……।”

কথাত বাধা পৰিল। “কেনে বলিয়া এইজনী। এতিয়াও সিহঁত গিৰিয়েক ঘৈনীয়েক হাল ডেকা হৈয়েই আছে। সিহঁতৰ মাটি-বাৰী জীয়েকে কিয় পাব লগা হ’ল? ল’ৰানো নহ’বনে? তেওঁলোকৰ মাটিবাৰী আছে। তেওঁলোকৰ যি ইচ্ছা তাকে কৰক। তাৰ ওপৰত তোমাৰ চকু পৰে কিয়?” মুখৰপৰা ধোঁৱা উৰুৱাই দি হুৱন্নাই ধমক দিয়াৰ দৰে ক’লে।

সিদিনা ৰত্নাই অস্থিৰ মনেৰে বাট-চাই থাকিল—কেতিয়া গিৰিয়েক পথাৰৰপৰা আহি পায় আৰু কেতিয়া তেওঁক সকলো কথা কব পাৰি—সেই আশাত। জীয়েকক আনিবলৈ যাওঁতে তাত যি যি কথা হ’ল সেইবোৰ কি ধৰণেৰে গিৰিয়েকৰ আগত উত্থাপন কৰিব—সেই বিষয়ে ৰত্নাই কেবাবাৰো ভাৱিচিন্তি চালে। আনফালে পথাৰৰ-পৰা উভতি আহোঁতে আন এটা বিশেষ কথা কোৱাৰ কাৰণে মল্ল উন্মুখ হৈ আছিল। পদুলিত ভৰি দিয়েই সি খঙেৰে ক’বলৈ ধৰিলে “কেবাদিনৰপৰা কৈ আছোঁ যে পথাৰৰপৰা নাঁৰা চুৰি হবলৈ ধৰিছে। আজি দেখিলোঁ চৌগুলেহঁতৰ ভীমম্পাই গোটেইখন চাফ্ কৰিবলৈ আৰম্ভ কৰি দিছে। বুঢ়া হ’লহি তথাপিও এনে কাম কৰিবলৈ লাজ নালাগিল নে?” হাত-ভৰি ধুবলৈ পানী দিয়াৰ সময়ত ৰত্নাই অন্যমনস্ক হৈ থাকিও আচৰিত হৈ সুধিলে—“কোন? চৌগুলেহঁতৰ বুঢ়া ভীমাম্পা?”

“ভনীজোঁৱাই কাৰণে হুৱন্নাৰ মুখলৈ চাই তাক এৰি দিলোঁ। আন কোনোবা হোৱা হলে কটা বোজাৰে সৈতে ধৰি নি মেল-চপালোহেঁতেন।” বুলি কৈ ভীমম্পাৰ প্ৰতি দেখুওৱা সহৃদয়তাৰ কাৰণ ব্যাখ্যা কৰিলে মল্লই।

ৰত্নবাই সৰু মাতেৰে ক’লে—“মেল চপাই কি কৰিলেহেঁতেন। মহাকপটী, নিপাতে যাওঁক। কুল-কাৰ্ণীৰ লগত বৰ ঘনিষ্ঠতা সিহঁতৰ।

“সিহঁতে কি কৰিব? মই কাৰো কুটা এগচো নুচুওঁ। খুজিবলৈও নাযাওঁ। গতিকে কালৈকো মোৰ ডৰ নাই। তথাপি কি কৰিম? ছোৱালীজনীকো গাৰঁতে দিলোঁ। তাকো আকৌ দূৰলৈ নহয়, সম্পৰ্কৰ ভিতৰতে।” ইয়াকে কৈ সি বাৰাণ্ডাত বহিল।

“বহিল কিয়? এন্ধাৰ হৈ আহিছে। খাই-বৈ লওক।” ৰত্নাই খাবলৈ মাতিলে। মল্লই কাপোৰ কানি সলাই উঠি খাবলৈ গ’ল। খাবলৈ বহিব খোজোঁতেই জীয়েকক দেখা পাই ক’লে—“কেতিয়া আহিলি, আই তাৰা? মই যাব নোৱাৰিলোঁ। গধূলি পথাৰলৈ যাব লগা হ’ল।”

তাৰ উত্তৰত তাৰাই কিবা কোৱাৰ আগতেই ৰত্নাই জীয়েকক আনিবলৈ যাওঁতে কি কি হ'ল সবিস্তাৰে বৰ্ণাবলৈ আৰম্ভ কৰিলে। তেতিয়া মল্লই ক'লে—"তোমালোকৰ এই কথাবাৰ্তাবোৰৰ উদ্দেশ্য কি? আজি কথা তোমালোক তিৰোতাৰ মাজতে আছে। কাইলৈ আকৌ তোমালোকে আমি দুয়োঘৰৰ গৃহস্থৰ মুখত ছাঁই নাসানিলেই হয়! এবাৰ মনোমালিন্য ঘটিবলৈ হ'লে, আৰু হৈছে!"

মাজতে ৰত্নব্বাই কোপ প্ৰদৰ্শকভাবে গ্ৰীৱা ভংগী কৰি "আটাইবোৰ তাহাঁতৰ নামতে লিখি দিয়ক,—মোৰনো কি হ'ব?" বুলি হাতৰপৰা ৰুটিৰ টুকুৰাটো মাটিত নমাই থৈ, ক'লে।

"মই কিয় দিবলৈ যাম? তেওঁলোকে জানো আমাৰ মাটি-বাৰীখিনিৰ ওপৰতে ভৰসা কৰি বহি আছে? তেওঁলোকৰ নিজৰেই ডেধাৰ আছে। মই জোঁৱাইক সুদখোৰ মহাজন পাতিবৰ কাৰণে এনেকৈ খৰচ-পাতি কৰি ছোৱালী বিয়া দিয়া নাই নহয়?"

ৰত্নব্বা নিমাতে ৰ'ল। তাইৰ মুখত খঙৰ আভাস আছিল। মল্লই কৈ গ'ল "মোৰ ছোৱালী গৈ সিহঁতৰ ঘৰত বৰ সুখেৰে খাই-বৈ আছে কাৰণেই মাটি-বাৰীখিনি সিহঁতৰ নামত দিম নেকি? কালিলৈ তাইৰ পিছ-বিয়াখন হৈ যাওক। চাৰি-পাঁচোটা ল'ৰা-ছোৱালী হওক। কিজানি কোনোটোক আনি নিজৰ ঘৰতে ৰাখোঁ? যেতিয়া পাবৰ সময় হয় তেতিয়া সকলোখিনি সিহঁতেই পাব। এতিয়া আদৰ্কাৰী কথাবোৰ তুলিছা কিয়? এই কাৰণেই নেকি যে—ভাতিজীক লৈ যাম, ভাতিজীক লৈ যাম বুলি তেওঁলোকে গাই-বাই আছে?"

এই কথাৰ দ্বাৰা কাৰো মনলৈ বুজনি নাহিল। ৰত্নাৰ মন আৰু বেছি উদ্বিগ্নহে হ'ল। মনতে ভাবিলে—"যি কি নহওক এওঁলোক হ'ল ককায়েক-ভনীয়েক মইহে পৰ। মাজতে মাত মাতিনো বেয়া হওঁ কিয়? যদি মই পৰি থাকিব লগা হয় তেনেহলে অকলে মই হে ভুগিম! তেওঁৰনো কি হানি হ'ব?" এনে ভাবৰ ধুমুহাই ৰত্নবাৰ মনৰ মাজত তোলপাৰ লগাবলৈ ধৰিলে। এনেতে তাৰক্কাই যেতিয়া আহি ক'লে—"অ' মা! ব'লা না আজি পিতাইৰ লগতে একেলগে খাওঁ।" তেতিয়াহে পৰিৱেশটো লঘু হৈ পৰিল আৰু শান্তি বিৰাজমান হ'ল।

ৰত্নাব্বাই এতিয়াও আশা কৰে যে তাই নিশ্চয়—এটি পুত্ৰ-সন্তানৰ মুখ দেখিবলৈ পাব। তাইৰ বিশ্বাস আছিল যে তাইৰ গিৰিয়েকৰ মনতো নিশ্চয় অনুৰূপ প্ৰত্যয়েই আছে যে, আজি নহলেও কাইলৈ সিহঁতৰ জীৱনৰ নন্দন-বনত পুত্ৰৰ মুখকমল প্ৰস্ফুটিত হব। কিন্তু আজি গিৰিয়েকৰ কথাৰ পৰা তাইৰ এনে লাগিল যে সেই বিষয়ত তেওঁ সম্পূৰ্ণ নিৰাশাবাদী। সেই কাৰণে তাইৰ মনটো জোৱাৰ-ভাটাত পৰি দোলনি-ঢোলকনি খোৱা নাৱৰ দৰে উঠা-নমা কৰিবলৈ ধৰিলে।

মল্লৰ মনটো আছিল আন প্ৰকাৰৰ। সি পোন-পটীয়া স্বভাৱৰ মানুহ আছিল। দিনে নিশা সি খেতি-বাতিৰ কথাতে ব্যস্ত আছিল। সি আছিল নাঙলৰ যোগী। জীৱন সম্পৰ্কে তাৰ দৰ্শন আছিল এনে—"ঈশ্বৰৰ দয়াত ছোৱালীজনী ভাল ঘৰতে পৰিছে। মোৰ ভাগ্যত তো পো নায়েই। তায়েই সোনকালে ডাঙৰ হৈ উঠি সন্তানৰ মাক হওক। যদি তাইৰ ল'ৰা-ছোৱালী বেছিকৈ হয় তেনেহলে তাৰে এটাকে আনি তোলনীয়া কৰি বুঢ়লি লৈ পোহ-পাল দিব পাৰিম।" গতিকে জীয়েকে যৌৱন অভিমুখে পদক্ষেপ কৰাটো লক্ষ্য কৰি মনে মনে সি অতি আনন্দিত হৈছিল। ঈশ্বৰৰ ওচৰত সি প্ৰাৰ্থনা জনাই আছিল যে যাতে পুষ্পিতা হোৱাৰ পিছতে অতি সোনকালে জীয়েকে মাতৃত্ব লাভ কৰি ল'ৰাৰ মাক হয়। সেই শুভ ক্ষণলৈ সি বাট-চাই আছিল। তাৰক্কাই যেতিয়াই সলজ্জ ভাৱে তলমুৰকৈ আহি থিয় হোৱা দেখিছিল, তেতিয়াই মল্লৰ মনত খেলাইছিল যে, সেইদিনা চমু চাপি আহি আছে।

ভনীয়েক চিম্মম্বাৰ সৈতে ভেটা-ভেটি হলেই সি কৈছিল—"চোৱা, আমাৰ তাৰা ডাঙৰ হৈ বাঢ়ি আহি আছে। তোমাৰ ল'ৰাও ডাঙৰ হৈ উঠিব লাগে। অকল পথাৰৰ কামতে লগাই নথবা। দিনে দুয়ো বেলা গাখীৰ খাবও দিবা। ভৰমা সোনকালে ওখ-পাখ ডেকাটো হৈ উঠিব লাগে। ছোৱালীক যেন দেখাত তাতকৈ ডাঙৰ ডাঙৰ যেন লগা নহয়।"

পাঁচ ছয়-মাহ পাৰ হৈ গ'ল। এদিন চিম্মম্বাই গিৰিয়েকক ক'লে—"মেলা-উছব আদি শেষ হ'ল। এতিয়া তাৰাক ঘৰলৈ আনক গৈ। মইনো আৰু কিমান দিন ঘৰৰ কাম-বনকে কৰি থাকিম। মই ভাৱিছিলো বোৱাৰীয়ে আহি কামে-বনে হাত লাগি দিব। চ'তৰ সংক্ৰান্তিত আপুনি তাইক একেবাৰে অনাকৈ নানিলে।" হুৱন্নাৰো মনত খেলালে যে বোৱাৰীয়েকক মাকৰ ঘৰৰপৰা স্থায়ীভাৱে লৈ আহিব লাগে। সেই উদ্দেশ্যে দিন-খেন চাই দুই-তিনি দিনৰ ভিতৰতে মগডুমৰ-পৰিয়ালক নিমন্ত্ৰণ জনোৱাৰ মানসেৰে আবেলি হুৱন্না তালৈ গ'ল। কিন্তু সেইখিনি গৈ পাই দেখিলে তাৰক্কা অকলে অকলে এটা চুকৰ ফালে বহি আছে। তাইৰ মুখখন থম-থমিয়া কান্দোন-মুৱা হৈ আছিল। আনফালে ঘৰত আন কোনো মানুহো নাই। তাকে দেখি হুৱন্নাই সুধিলে—"ঘৰত কোনো নাই নেকি তাৰা?"

শহুৰেক আহিলে আগে-পিছে তাৰাই যেনেকৈ আগুৱাই আহি লৰা-লৰিকৈ বহা আসন পাৰি দিয়ে, সিদিনা তেনেকৈ আগুৱাই নাহিল। বহি থকাৰে পৰা তাই ক'লে—"নাই, আটায়ে পথাৰলৈ গৈছে। কিবা সকাম আছিল নেকি?" লাজতে তাই কিন্তু চকু তুলি চাব পৰা নাছিল,—হুৱন্নাই মাথোন তাকে বুজিলে।

"একো নহয়" বুলি লৰা-লৰিকৈ হুৱন্না ঘৰলৈ উভতি গ'ল আৰু ঘৈনীয়েকক কলে—"বোৱাৰী "পাগৰ বাহিৰ" হ'ল যেন পাইছোঁ। তাৰ মাতত উৎসাহৰ অনুৰণ আছিল।

"কেতিয়াৰপৰা ? মইতো একো গম নাপাওঁ! জানিলেনো আনিবলৈ যাব কলোঁহেতেননে?"

"বোধহয় ৰত্নাম্বাহঁত আটায়ে পথাৰলৈ যোৱাৰ পাছত হৈছে। ঘৰত কোনো নাই। বোৱাৰীয়ে ঘৰৰ এচুকত মুখ ওফোন্দাই বহি আছে। সেই কাৰণে কৈছোঁ।"

"আপোনাৰো আৰু কথা! এতিয়াই কেনেকৈ তাইৰ "পাগৰ বাহিৰ" হবৰ হ'ল?"

'কিয়? তাইৰ গঢ়-গতিৰ পৰা জানো মই অনুমান কৰিব নোৱাৰোঁ?"

"হ'বও পাৰে!" বুলি অলপ ৰৈ চিম্মম্বাই আকৌ কলে—"কথাটো ভালেই হৈছে। চাৰিদিন পিছত আমাৰ ঘৰলৈ অহাৰ পিছত হোৱা হলে সোধা-পুচা, নোৱনীৰ সকলো নিয়ম-কাৰণৰ লেঠা আমাৰ ওপৰতে পৰিলহেঁতেন। তাত হৈছে, ভালেই হৈছে।"

"সিহঁতেনো বেচেৰা কি সোধা পুচা কৰিব? সিহঁতৰ হাতো উদং পৰি আছে। বিয়াখন পাতি উঠিবলৈ তিনিবছৰেই পুৰ হোৱা নাই।" এটা হাঁমি কাঢ়ি হুৰন্নাই ক'লে।

চিম্মম্বা যেন টিঙৰী-তুলা হৈ উঠিল। ভমকেৰে ক'লে—"হাত উদং, তাতে কি হ'ল? এইবোৰ কাম যেন সদায় কৰিব লগা কাম? বহুদিনৰেপৰা তেওঁলোকে এই দিনটোৰ বাবেই দেখোন বাট-চাই আছিল?"

হুৰন্নাই কথা নবঢ়ালে। মনতে ভাবিলে—"এই তিৰোতা জাতিটোৰ জ্ঞান-বুদ্ধি সঁচাকৈয়ে ক'ম।"

গধূলি ৰত্নম্বা পথাৰৰ পৰা আহিল। ইতিমধ্যে ৰজঃস্বলা হোৱা জীয়েকে মাক অহাৰ পৰলৈ বাহিৰতে বহি থাকিল। আহিয়েই ৰত্নম্বাই মূৰৰ ওপৰৰপৰা পথাৰলৈ খোৱা-বস্তু নিয়া টুকুৰীটো নমাই থৈ দি গা ধুলে আৰু আখাত জুই ধৰিলে। লৰা-লৰি কৰি ওচৰে-পাজৰে চাৰি-পাঁচ ঘৰলৈ গৈ তাৰক্কাক গা ধুওৱাৰ বাবে আয়তি সকলক মাতি আহিল। ভিতৰৰপৰা হালধিৰ গাঁথি উলিয়াই আনি থেতেলাই মিহিকৈ পিহি সৰু বাতি এটাত ভৰাই গাত সানিবলৈ সাজু কৰি দিলে। তেলৰ বটলৰ পৰা আন এটা বাতিত তেল ঢালি থৈ দিলে। এনেতে চুবুৰীৰ তিৰোতাবিলাক আহি গোট খালে। পাঁচ-গৰাকী আয়তীয়ে তাৰক্কাৰ গাত তৈল সানি দি তাইক গা ধুৱালে। হালধি সানিলে। পাটীত বহুৱাই লৈ গীত গালে। নোৱনী হোৱাৰ দিনা ছোৱালীয়ে নিজৰ ঘৰৰ আহাৰ গ্ৰহণ নকৰাটো ৰীতি। গতিকে চাগলম্বা বুঢ়ীয়ে চেৱ'ইৰে খীৰ তৈয়াৰ কৰি, ভাত ৰান্ধি ভতিজা জীয়েকৰ হাতত দি পঠিয়ালে। আন পাঁচ-ছয় ঘৰ মানৰ পৰাও তাৰক্কাৰ বাবে কাঁহি-ভৰাই ভোজন সামগ্ৰী আহিল। এইদৰেই সিদিনা ৰাতি তিনি বাজিল। ৰত্নম্বাই কলে—"আজি তেখেত পথাৰতেই থাকিল। ৰাতিখন কাৰমুখে বাতৰি পঠাওঁ? পুৱা তেখেত আহিলেই "চৌগুলেৰ ঘৰ"লৈ মিঠাই পঠিয়াই দিম।"

"অথনি আবেলি শহুৰ-দেউতা আহিছিল।" তেতিয়াহ'লেতো, তেওঁলোকে গম পাইছেই। ইয়াকে ভাবি ৰত্নাই বিচনা পাৰি লৈ শুই পৰিল। কিন্তু বহু পৰলৈ তাইৰ টোপনি নাহিল। তাই ভাবিবলৈ ধৰিলে—"ছোৱালীজনীৰ শান্তি হ'ল। যদি কাকো একো সোধা-পোচা নকৰোঁ তেনেহলে মানুহে কি বুলিব? একেজনী মাথোন ছোৱালী ভালেতোহে তাইক বিয়া দি পেলাই মোৰ হাতখন শুদা কৰি পেলালোঁ। পৰিস্থিতিটো বুজি লৈ তেওঁলোকে নাম-মাত্ৰতে সন্তুষ্ট হ'বনে? চিম্মীৰ আকৌ যিহে ভেম যেন আকাশতেহে ঠেং তুলি থব! বহুত গুণা-গঁথা কৰিও ৰত্না কোনো সিদ্ধান্তত উপনীত হব নোৱাৰিলে। শেষত ইয়াকে ভাবি শুই থাকিল—"যিয়েই কি নহওক তেওঁলোক দুয়ো ভায়েক-ভনীয়েকহে। গতিকে নিজে নিজেই নিষ্পত্তি এটা কৰি লব।"

সিফালে চিম্মব্বাই—কোনোবা নহ'লে কোনোবাই নিশ্চয় খবৰ এটা দিবলৈ আহিব বুলি আশা কৰি বহুপৰলৈ বাট-চাই থাকিল। কিন্তু কোনো নাহিল, আৰু ওৰে নিশা চিম্মব্বাৰো চকু জাপ নাখালে। পুৱা মুখআন্ধাৰি পৰতে তাই উঠি গৈ ককায়েকৰ ঘৰ পালে আৰু সুধিলে—"কালি দুপৰীয়াতে বোৱাৰিৰ শান্তি হ'ল অথচ আমাক খবৰ এটা দিবলৈ কোনো নগ'ল।"

"আমিওনো কি কৰিম বাইদেউ! চ'ত মহীয়া দিন,—সদায় যোৱাৰ দৰেই পথাৰলৈ গৈছিলোঁ। ইফালে ছোৱালীৰ দুপৰীয়াতে শান্তি হৈছে। শহুৰেকেও আহি বোলে দেখি গৈছে। মই সোঁ অহা-যোৱা বাটৰ কাষৰ পথাৰতে কাম কৰি আছিলোঁ। তেখেতেই মোক বাৰ্তাৰটো দিব পাৰিলেহেতেন।"

ৰত্নব্বাই তাইৰে মুৰত দোষৰ বোজা জাপি দি ক'লে।

চিম্মব্বা পানী উতলাদি উতলিল আৰু ক'লে—"আটায়ে বৰ তৎমতীয়া দেখিছোঁ।"

কথা আৰু বঢ়াবলৈ সুযোগ নিদি ৰত্নব্বাই ক'লে—"অলপ আগতে পথাৰলৈ বাৰ্তাৰ দি পঠিয়াইছোঁ। তেৰোঁ কালিৰ পৰাই তাতে আছে। এইমাত্ৰ আহি পাব। পুৰোহিতক মাতি-আনি মিঠাই বিলাম।"

"মিঠাই কিয় বিলাব লাগে? গাঁৱৰ সকলোৰে খবৰ পোৱা নাই নেকি?"

অলপ ৰৈ, তাৰাৰ ফাললৈকে ঘূৰি চাই তাই ক'লে—"বোৱাৰীক এনেকৈ বহাই থৈছা কিয়? চাৰি-পাঁচজন মানক মাতি আনি ধুৱাই মেলি হালধি-তালধি সনাব নোৱাৰিলা নে? ছোৱালীৰ তোলনী-হোৱা যেন লাগিছে জানো?"

"কালি ৰাতিয়েই ধুওৱা মিলোৱা হৈছে, আমিনো কিবা নাজানো নে? ছোৱালীজনীৰ তোলনী হোৱা বাবে মোৰনো মনত ৰং লগা নাইনে? কেনেকৈ কি কৰিম নকৰিম ভাবিবলৈনো মোৰ কিবা দহ-বাৰজনী ছোৱালী আছে নে?" অলপ উষ্মা প্ৰকাশ কৰি ৰত্নাই ক'লে।

"তেনেহ'লেনো মোৰপৰা কথাটো লুকাই ৰাখিলা কিয়?" তিৰষ্কাৰ কৰি চিম্মব্বাই ক'লে।

"লুকাবলৈ আছে কি? এয়াতো ঘৰৰ কথা। গাৰ্তনো কোনে কি কথা লুকাই ৰাখিব পাৰে? আজি যদি লুকাই ৰাখেও কাইলৈ জানো এসাজ পাতত-বহুৱাব নালাগিব।"

"গতিকে ভাল দিন-খেন চাই বহুওৱাৰ ব্যৱস্থাটো কৰা, বাজনাদাৰকো মাতা।"

"পাতত-বহুৱাৰ—কথাটো জানো মোৰ হাতত আছে বাইদেউ? তেওঁ আহিলেহে কি কৰা যায় এটা নিশ্চিত কৰা হ'ব।"

"ইয়াতনো বুজিব লগীয়া কি কথাটো আছে। যাৰ যিটো কৰিবলগীয়া সেইটো কৰিবই লাগিব। কৰিব লগীয়াটো জানো বাদ দিব পাৰি? যদি আমাৰ ঘৰত থাকোঁতে তাইৰ শান্তি হ'লহেঁতেন, তেন্তে আমিয়ে পাতত-বহুওৱা কাম ফেৰা কৰিব লাগিলহেঁতেন।" ইচ্ছা নাথাকিলেও চিম্মম্বাই দেখুৱাবৰ কাৰণেই ক'লে।

সেই কথাষাৰ ওলোটাই তাইৰে গাত পেলাই দি ৰত্নম্বাই ক'লে—"যতেই হওক, কি কথা আছে? দুয়ো ঘৰেই তো এখন ঘৰৰ দৰে। তাইক তালৈকে নি পাতত বহুৱাৰ ব্যৱস্থাটো তাতে কৰিলেই হ'ল। আজি-কালি আমিও বৰ টানত-আছোঁ।"

চিম্মম্বাই উঁচাৎ মাৰি ক'লে—"তোমালোকৰম্বাৰা যদি সম্ভৱ নহয় তেনেহলে এৰা। আমিয়ে বহুতৰাৰ ব্যৱস্থা কৰিম। পিছে, জোৱাঁয়েৰাক তোমালোকে দিবা কি?"

"লেন-দেনৰ কথাবোৰ জানো মোৰ হাতত আছে বাইদেউ? আপোনালোক দুয়ো গৰাকী আপোন ভাই-ভনী। তেওঁ আহিলেই হাতত ধৰি লৈ সুধিব-চোন—"জোৱাঁয়েৰাক কি দিবা?" বুলি।

"যদি তোমাৰ হাতত একো নাই তেনে হলে সুদা মুখ-খন লৈনো কিহৰ মহলা মাৰি থাকিম?" খঙতে ভোৰভোৰাই চিম্মম্বা তাৰপৰা গুচি গ'ল।

"এনেকৈ খং কিয় কৰিছে? যি যি কৰিব লাগে কওক। অলপ সহি সহি কাম কৰক। মোৰ ওপৰত খং কৰিলে, মই কি কৰিম? মইতো তিৰোতাহে।" এই বুলি মৃদু স্বৰেৰে কৈ কৈ ৰত্নম্বা দুৱাৰ মুখ পৰ্য্যন্ত আহিল। কিন্তু চিম্মম্বাই এবাৰো উভতিকে নাচালে।

# 6

"বেদী সজাৰ লগে লগেই সকলো যা-যোগাৰ হৈ গ'ল নে?" বুলি সুধি সুন্দৰাবাই ঘৰলৈ সোমাই আহিল আৰু মূৰৰ ওপৰৰপৰা খোৱা বস্তুৰ পাঁচিটো নমাই থলে।

ভিতৰৰপৰা ৰত্নম্বা খৰখেদাকৈ ওলাই আহি পাঁচিটোত ধৰিলে আৰু "আহা সুন্দৰা, তুমি, অকলেহে আহিলা ? ৰামান্না নাহিল ? লৰাটিকো দেখা নাই দেখোন ?" বুলি অলপ ভাগৰুৱাভাৱে একে উশাহতে প্ৰশ্ন কৰিলে। অলপ থমকি ৰৈ আকৌ সুধিলে পানী খাবানে ? আনিম ?"

"এতিয়া নালাগে। পিয়াহ লগা নাই। ল'ৰাটিৰ আজি পৰীক্ষাৰ খবৰ ওলোৱাৰ কথা আছে বাবে সি নাহিল।"

ৰত্নম্বাই মাজতে মাত দিলে—"কালি আবেলি "কোলাত ফল কটাৰী দিয়া" হ'ব। মই আগতেই কৈ পঠিয়াইছোঁ। বিয়াৰ সময়তো ককাইদেউ নাহিল।" এই বুলি শাৰীৰ আচঁলেৰে চকুপানী মুচিলে ৰত্নাই। ক'লে—"আমি দুখীয়াৰ ঘৰলৈনো তেওঁ কিয় আহিব ?

"নহয় ! তেওঁ কাইলৈ পুৱাই আহি পাব। ল'ৰাটিকো চাইকেলত তুলি লৈ আহিব। আমি দুয়োজনেই যদি আজিতে আহোঁ তেনেহলে আমাৰ ঘৰখন আৰু দোকান দুয়োটানো চম্ভালে কোনে ?"" সুন্দৰাই সান্ত্বনা প্ৰদান কৰি ক'লে।

"আজি গাড়ীতেই নাহিল। কাইলৈ আৰু ক'ত ওলাবহি ইমান দূৰৰ পৰা ? তেওঁৰতো সদায় ঘৰ আৰু দোকানৰ চিন্তাই লাগি থাকে। আমালৈ মন-কান দিব ক'ৰপৰা।" ৰত্নম্বাই আকৌ এবাৰ মনৰ অসন্তুষ্টি প্ৰকাশ কৰিলে।

ৰামান্না ৰত্নম্বাৰ ককায়েক। অলপ লিখা পঢ়াও জানে। এনেপুৰত তেওঁৰ এখন সৰু "গেলামাল"ৰ দোকান আছে। লগতে অলপ বোপা-ককাৰ দিনৰ মাটি-বাৰী আছে। খেতিৰপৰা পোৱা ধান-চাউল আৰু দোকানৰ জৰিয়তে হোৱা আয়ৰ দ্বাৰা ঘৰ-গৃহস্থী বেচ ভালেৰেই চলে। ৰত্নম্বা তাৰ একেজনী মাথোন ভনীয়েক। ভাগিনীৰ বিয়ালৈ সি আহিব নোৱাৰিলে যদিও ঘৈণীয়েক আৰু পুতেকক পঠিয়াইছিল। এইবেলি সি অহাৰ কথা ভাবিছিল। কিন্তু তাক আনিবলৈ যোৱা গাড়ীত সি ঘৈণীয়েক সুন্দৰাবাইকে পঠিয়াই দিলে। তাকে উনুকিয়াই কথাষাৰ ক'লে ৰত্নম্বাই।

"মাত্ৰ চাই যাবলৈকে আহিবনে, কাইলৈ পুৱা ? মইনো কি কম······?"

এনেতে ভিতৰৰ পৰা তাৰক্কা ওলাই আহি সুধিলে—"অনন্ত অহা নাই ?"

সুন্দৰাবাইয়ে তাইলৈ উভতি চালে। আজি প্ৰায় আঢ়ৈ বছৰ আগতে বিয়াৰ সময়ত তাই দেখিছিল তাৰক্কাক। সেই সময়ৰ ল'ৰালিৰ চিন তাইৰ মাজত নাই। প্ৰতি অংগৰে পৰা যৌৱনৰ নতুন জেউতিয়ে ভুমুকি মাৰিছে। আগতে তাইৰ গাৰ বৰণ নেমুৰ ৰঙৰ দৰে আছিল। হালধিৰ বোল লাগি তাৰ জেউতি চৰিছে। নিজে তিৰোতামানুহ হৈও সুন্দৰাবায়ে খন্তেকৰ বাবে তাইক ৰ লাগি চালে। "গাটোত ইমানখিনি হালধি লিপি থৈছ কিয় আই, বাহিৰ ভিতৰ কৰিবলৈ হলে অলপ পাতলীয়াকৈ সানিব লাগিছিল। এইবুলি অলপ ধেমালি কৰাৰ মানসেৰে হাঁহি

মাৰি ক'লে—"তহঁত মতা মাইকী হালেই মিলি ৰত্নাক একেবাৰে লুটি-পুটি নিয়াৰ ব্যৱস্থা কৰিছ নহয়নে ?"

এনেতে ৰত্নাই মাত দিলে—"তুমি কিবাটো কৈ কাজিয়া এখন জুৰি নিদিবা ভনীটি, আগতে মই এযাৰ কথা কৈয়েই বদনামৰ ভাগী হৈ পাৰিছোঁ। ৰত্নাৰ গলটো শুকান।

"কিয় ? কি হৈছে ?" কৌতূহলেৰে সুন্দৰাই সুধিলে।

"একোৱেই নহয়। মই কৈছিলোঁ যে বিয়াখন আমাৰ ঘৰত হৈ গৈছে, পিছ-বিয়াখন তোমালোকৰ তাতেই পাতা ; জোৱাঁইক যি দিয়া থোৱা কৰিব লাগে আমি দি আহিমগৈ আমাৰ ডিঙিত আৰু ডোল লগাই নিদিবা।

মাজতে বাধা দি ব্যংগসূচক স্বৰেৰে হাতৰ ঠাৰ দি সুন্দৰবাই ক'লে—"তোমালোক গিৰিয়েক ঘৈণীয়েক দুয়োজনে প্ৰায়েই তেনেকৈ কোৱা। অথচ মনে মনে এইদিনটোৰ কাৰণেই বাট চাই আছিলা—কেতিয়াকৈনো ছোৱালীজনীৰ শান্তি হ'ব, কেতিয়াকৈনো গঞাঁক অলপ সোধ-পোচ কৰিব পাৰিবা,—তাৰে আশাত।"

সোধ-পোচ কৰাৰ ইচ্ছা আছিল, কৰা নাই জানো। আমি নিমাতে নীৰৱে খৰচ-পাতিবোৰ কৰি গৈছোঁ। কিন্তু তেওঁলোকে হলে তেওঁলোকৰ নিজা জেদ এৰা নাই।"

"জেদে কৰিবলগীয়া কথা ইয়াত কি আছে ?" অলপ বৈ ক'লে—"যি কোনো এঘৰত সোধ-পোচ কৰিলেই হ'ল। জী-জোৱাঁইক দিবলগীয়াখিনিতো দিবই লাগিব। সেই সময়তো গোটেই গাওঁখনকে ভোজ-ভাত দিয়া হৈছিল।" ইয়াকে কৈ সুন্দৰাবায়ে "ননদেনো কেনে কৰে চাওঁ" বুলি আকৌ ক'লে—"যিয়েই নহওক, শেষত গৈ সকলো সা-সম্পত্তিতো জী-জোৱাঁয়েই পাব।"

ৰত্নবাই দীঘলকৈ হুমুনিয়াহ পেলাই অসহায় ভাৱে ক'লে—"এই কথাষাৰ শুনাবলৈ শেষলৈ তুমিয়েই বাকী আছিলা।"

"মইনো কি ক'লো ? ছোৱালীজনীৰ কাৰণেই সেইটো কৰিব নালাগিবনে বাৰু ?" বুলি তাই তাৰফালৈ উভতি চাই সুধিলে—"কি কৱ আই, তাৰা ?"

ৰত্নবাই নিজৰ মনতে ক'লে—"সকলোৱে সেই একেদৰেই কয়। "এওঁৰ সিজনে"-নো আমাৰ কাৰণে কিটো কৰি দিছে ?" মুৰত হেঁচা দি অলপ বৈ কিছুপৰৰ পিছত ক'লে—"মই এইবাবেহে কৈছিলোঁ যে, চ'ত মাহটো পাৰ হৈ গ'লে আমাৰ ধাৰ-ধুপাৰো কিছু কমি যাব। হাতলৈ পা-পইচা আহিলে কৰিম বুলি ভাবি আমি আগলৈ থৈছিলোঁ।" কথা কব লাগে কাৰণেই যেন ৰত্নাই ক'লে। নহলে কথা ক'বলৈ তাইৰ মন নাছিল। অৱশ্যে এইখিনি কথাও নোকোৱাকৈ নেথাকিল—"লবলৈ হলে সকলো মানুহ আগুৱাই আহে। এখন দি দুখন খোজে ! কিন্তু আমাক দিয়ে কোনে ?"

সুন্দৰাৰ মুখখন অলপ ক'লা পৰি গ'ল। তথাপি ক'লে—"যাৰ ভাগ্যত

যিমানখিনি আছে সি সিমানখিনি পায়। ইয়াৰ ভাগ্যত আছে গতিকে ইয়াৰ বাবেই কৰা।" পিছত আকৌ ক'লে—"তোমাৰ ভাগ্যতেই নাই!" এইবুলি প্ৰসংগ সলাই ক'লে—"খোৱা বস্তুৰ টোপোলাটো পুৱা পোহৰ নৌ হওঁতেই বন্ধা হৈছিল। বহুত পৰ হ'ল। সেইটো অলপ খুলি দিব লাগে—বতাহ লাগক।"

"খুলিবলৈ ইয়াত কি আছে? গোটেই ঘৰখনতে তোলপাৰ হৈয়ে আছে। এইবোৰ ৰান্ধনীশালত কাম কৰা চাকৰক দি দিয়া।"

"যি ইচ্ছা কৰা" বুলি কৈ সেইখিনিতে পাৰি থোৱা কম্বলৰ ওপৰত "অ' মোৰ বোপাই" বুলি ভাগৰ এৰি সুন্দৰব্বা ধুপুচকৈ বহি পৰিল।

"বোপাইক মাতিলা কিয়? কিবা হৈছে—যেন পাইছোঁ। কিমান দিন হ'ল?" ৰত্নব্বাই মনোযোগেৰে সুন্দৰাৰ ফালে লক্ষ্য কৰি সুধিলে।

সুন্দৰাবাইয়ে অলপ লাজ লাজকৈ স্বীকাৰ কৰিলে—"নাই একো নহয়, এনেয়ে তেনে যেন লাগে মাজে, মাজে—দুমাহ মান হ'ল।"

"এইবাৰ হ'ব তেনেহলে। পাঁচ ছয় বছৰ হ'ল সেই ছোৱালীজনী হৈ মৰা। হওঁ হওঁ বুলিও এতিয়ালৈকে একো নোহোৱাকৈ আছে।" কথাষাৰ কৈ ৰত্নব্বা ভিতৰলৈ গ'ল আৰু হঠাতে কিবা এটা মনত পৰি আহি "দুপৰীয়া তোমাৰ চাহ খোৱাৰ অভ্যাস আছে নহয়? আজি বোধহয় তুমি চাহ খাবলৈ পোৱাই নাই"—বুলি আকৌ ভিতৰলৈ গ'ল আৰু ভিতৰত কাম কৰি থকা সম্বন্ধীয় ছোৱালী এজনীক ক'লে—"দুকাপ চাহ কৰি দে চোন আইজনী।"

"নাই সেইটো নহয়। আহোঁতে বাটত বচইয়াই মই হাক দিয়াৰ পাছতো 'সুৰুগদুম্পী হোটেল"ৰ পৰা একাপ চাহ আনি খুৱাইছে।" আন একাপ চাহ খাবলৈ তাইৰ মনটোৱে উচপিচাইছিল। গতিকে অলপ থমকি ৰৈ তাই ক'লে—"হোটেলৰ চাহ নো কিবা চাহনে? গৰম পানী যেন।"

এনেতে এটা বাতিতকৈ বটা হালধি লৈ ভিতৰৰ পৰা এজনী ছোৱালী ওলাই আহিল আৰু পালেঙত বহি থকা তাৰক্কাৰ হাতত ধৰি হালধি ঘঁহিবলৈ আৰম্ভ কৰি দি ক'লে "তোমাৰ মামীয়েৰাৰম্বাৰাও হালধি ঘঁহাই লোৱাচোন।"

ভিতৰৰপৰা ৰত্নব্বাই সুধিলে—"ইমানবিলাক ৰুটি ভৰাই আনিছা কিয়? শুদা মানুহজনী আহিব লাগে। ইমানখিনি বনাই আনিব লাগিছিল নে?" অলপ সময় ৰৈ তাই আকৌ ক'লে—"হেৰা, আকৌ পিঠাগুড়িও আনিছা, বেলেগাই?"

"সেইবোৰো তাতেই বনাই আনো বুলিয়েই খুন্দিছিলোঁ। পিছে তেওঁ ক'লে—এই আটাইবোৰণো ইয়াতেই বনাব ধৰিছা কিয়? তাত বহুতো বনোৱা মানুহ আছে। যেনে আছে তেনে এইবোৰ তুমি লৈ যোৱা। তাতে বনাই লবা। ..... এনেয়েও ইয়াততো বনাবই লাগিব! তাকে ভাবি ইয়ালৈকেই লৈ আহিলোঁ।" চাউলৰ গুড়িবোৰ লগত লৈ অহাৰ কাৰণ জনালে সুন্দৰব্বাই।

গধূলি হ'ল মানে নিমন্ত্ৰিত অতিথিৰ লানি লাগিল। কোনে খালে, কোনে

নাথালে তাৰ একো উৱা-দিহ ধৰিব নোৱাৰা অৱস্থা হ'ল। কালিয়েই তাৰকাৰ "কোলাত ফল-কটাৰী দিয়া"ৰ নিয়ম-কাৰণবোৰ শেষ হব লগা আছিল। সেই কাৰণে গাৱঁৰ যি সকল লোকে তাৰকাৰ কাৰণে খোৱা-বস্তু এতিয়ালৈকে পঠোৱা নাছিল সেই সকলে আজি তেনে বস্তু পঠিয়াইছিল। মল্ল গাৱঁত সকলোৰে প্ৰিয়। গাৱঁৰ যাৰেই ঘৰত বিয়াসবাহ নহওক কিয়, মল্লই নিজ শক্তি অনুসাৰে উপহাৰ নপঠোৱাকৈ নাথাকে। গতিকে আজি পাঁচ-ছয়দিনমান ধৰি গাৱঁৰ মানুহবোৰৰ কোনোৱে আটা, কোনোৱে শা-শইচ, কোনোৱে তৈয়াৰী খাদ্যসামগ্ৰী আদি মল্লৰ ঘৰলৈ অনবৰত উপহাৰ হিচাপে পঠিয়ায়েই আছে। "কোলাত ফল কটাৰী দিয়া"ৰ নিয়ম-কাৰণ পালন কৰোঁতে গাৱঁৰ মানুহে যে এনেকৈ ফল, কাপোৰ আদি নিদিয়াকৈ নাথাকে সেইকথা জনা কথা। গতিকে পিছদিনা গোটেই গাওঁখনকে এটা ভোজ খুৱাব লাগিবই। এনেকৈ আটাইবোৰ নিয়ম কাৰণ পালন কৰোঁতে খৰচৰ হেঁচা যাতে আয়ত্বৰ বাহিৰলৈ নাযায় সেইবাবে মল্লই ইচ্ছা কৰিছিল যে যাতে "শোভন কৰমৰ" (পাছ-বিয়াৰ) নিয়ম-কাৰণখিনি তাৰ ঘৰত পতা নহওক। কিন্তু ঘৰৰ গৃহস্থৰ মনত এনে ধৰণৰ চিন্তা থাকিলেও আনেনো সেইবোৰ মন কৰিবলৈ যাব কিয়? এনেবোৰ উপলক্ষত বয়োবৃদ্ধ লোকসকলৰ ইচ্ছা,—কেনেকৈ মুৰৰ ওপৰৰ পৰা দায়িত্বৰ বোজাবোৰ নমাই এৰি আহি দুদিনমান থাকি খাই-বৈ নিশ্চিন্তে কটাব পাৰি; ল'ৰা-ছোৱালীৰ আশা, কেনেকৈ ভাল ভাল বস্তু খাব পাৰি আৰু তিৰোতাসকলৰ হাবিয়াস কেনেকৈ নিতৌ এজোৰাকৈ নতুন নতুন কাপোৰ-কানি পিন্ধিব পাৰি। এতেকে গোটেইখন ঘৰতে আনন্দৰ অৱধি নাছিল।

পাতলীয়াকৈ এন্ধাৰ নামি আহিছে। চুবুৰীৰ যিসকল লোক এতিয়াও খাবলৈ অহা নাই সেই সকলক মাতি আনি আনি খুওৱা কাৰ্য্যত ৰত্নৰা ব্যস্ত হৈ আছে। বাহিৰত থকা বাজনাদাৰহঁতক খাবলৈ দিয়াৰ দায়িত্বও তাইৰ ওপৰতে। এনে সময়তে 'শোভন-কৰমৰ গীত" গোৱা পাঁচ ছয়জনীমান নামতিৰ দল এটি আহি পালে। নামতিহঁতে মুখেৰে "নাখাওঁ, নাখাওঁ" বুলি কৈ দেখুৱাই ওজৰ কৰিলেও ৰত্নৰাই আগ্ৰহেৰে মাতি নি আটাইকেইজনীকে খুৱালে। ইয়াৰ মাজতে বাহিৰত কাম কৰি থকা বচম্পাক, গীত শুনাৰ বাবে আমন্ত্ৰণ জনাবলৈ বিয়েয়েকৰ ঘৰলৈ পঠিয়াই দিলে। এনে হুলস্থূল-খনৰ মাজত পুৰোহিত তৰুনপাৰো নিজৰ কৰিবলগীয়া কামখিনি সমাপণ কৰিবলৈ খৰখেদা লাগিল। তেওঁ ভোজন-দানৰ কৰণীয় নিয়ম-কাৰণখিনি সোনকালে কৰিবলৈ বিচাৰিছিল।

ইফালে যুৱতীসকলে তাৰকাক সজোৱাত লাগিছিল। সিহঁতে বেণী বান্ধি ফুল পিন্ধাই তাইক খাটৰ ওপৰত বহুৱাই থলে। কেইজনীমানে চাকিবন্তি সজোৱাত লাগিল। তাৰকাই মাথোন ভাবিবলৈ ধৰিলে "শোভন-কৰমৰ" সময়ত এই সকলেই তাইক কেনেকৈ জোকাব! সেই চিন্তাৰ খেলিমেলিত তাইৰ কোন

আহিল, কোনে কি গীত গালে, কোনে কি শুনিলে সেইবোৰ একো কথা মনত নৰ'ল।

গীত গোৱা শেষ হলত চিম্মম্বাই সুধিলে—"কেতিয়া আহিছা সুন্দৰা?"

"এয়া দিনটো শেষ হয়হে।" অলপ পৰ বৈ আকৌ ক'লে—

"বেছ ধুমধামেৰে কাম কৰিছা নহয় নে?"

"এনে কাম জানো বাৰে বাৰে কৰে কোনোবাই? জনমত এনে কাম মানুহে এবাৰ কি আদ্‌বাৰতকৈ বেছি কৰিব নোৱাৰে। ল'ৰা-ছোৱালীৰ সুখৰ কাৰণে আমি নাচালে নো কোনে চাব?"

"ঠিকেই বাইদেউ, পিছে ছোৱালীৰ বাবেনো কেনে শাড়ী আনিলা?" স্বাভাৱিক ভাবেই সুন্দৰাই সুধিলে।

"ছোৱালীৰ শাড়ীৰ কথা সোধা কিয়? তোমালোকেনো জোৱাঁয়েৰাৰ বাবে কি আনিছা তাকে নোকোৱা কিয়?" মুখখন আগবঢ়াই দি আন এগৰাকী তিৰোতাই মাত দিলে।

"কি কি আনিছে মই নাজানোঁ। মই আজিহে আহিছোঁ।" গদ্‌গদীয়া মাতেৰে ক'লে সুন্দৰম্বাই।

"সুধিলেনো কি জগৰ লাগিল? দোষৰ কথানো কি?" অলপ বৈ ভবা যেন দেখুৱাই গম্ভীৰভাৱে আকৌ ক'লে তিৰোতা গৰাকীয়ে। "শাহুৰেকৰ ফালৰ পৰা শাড়ী যেনেকুৱাই নিদিয়ক, সেইবুলি বোৱাৰীয়েক মাৰাৰ ঘৰতে থাকি যাব নেকি?" "যেতিয়াইকি নহওক শাহুৰেকৰ ঘৰলৈকেইতো যাব লাগিব এদিন? নিজৰ বোৱাৰী-জনীৰ বাবে যেই সেই শাড়ী আনিবইবা কিয়?" ইত্যাদি নানা কথা তিৰোতাবোৰৰ ইজনীয়ে-সিজনীয়ে নিজৰ মাজত আলোচনা কৰিবলৈ ধৰিলে।

—"দিয়া থোৱা যি হয় উচিতমতে হব লাগে। তাত কোনে বাধা দিছে।" চিম্মম্বাই আগুৱাই আহি ক'লে।

"ইয়াত উচিত অনুচিতৰ কথা কি? কাঁহীয়ে-বাতিয়ে খুন্দা লাগেই। গতিকে, ইজনে-সিজনে সমিল-মিলেৰে চলিব লাগে।" এই বুলি তাৰক্কাৰ ফালে হাতেৰে দেখুৱাই "সোনৰ প্ৰতিমাহেন ছোৱালীজনী দিছে। তাৰ সলনি তোমাক সোন দিব কোনে?" এনেকৈ মধ্যস্থতা কৰাৰ যত্ন কৰিলে সুন্দৰাৱায়ে।

"সেইটোতো ঠিকেই। কিন্তু সেইবুলি সমাজৰ চাৰিজনক দেখুওৱাৰ উপযোগী,—যিহকে নহওক জোৱাঁয়েৰাক দিব নালাগেনে বাবু?" কথা শেষ কৰি এন্ধাৰ হলেই" বুলি কৈ চিম্মম্বা গ'লগৈ। তাইৰ লগতে গীত গাবলৈ অহা নামতি তিৰোতাহতো উঠিল।

এন্ধাৰ হ'ল। মানুহৰ কোলাহল কমিল। বাহিৰত মল্লই কালিলৈ সামৰিব-লগীয়া কাম কাজবোৰৰ কোনটো কাৰ ভাগত পৰিব কৈ আছিল। নামতিহ'তে তামোল পান লৈ যাবলৈ ওলাল। ৰত্নম্বাই কাইলৈ আকৌ এদিনৰ বাবে অলপ

সোনকালে আহিলে সকলো কাম-কাজ সুকলমে হৈ যাব বুলি কৈ নিজৰ কৰ্ত্তব্যটো শেষ কৰি থলে। "ভাল ভাল চাই চাৰিটামান গীত মুখস্থ কৰি আহিবা। পুৰণা গীত নালাগে। আন গাবঁৰো মানুহ আহিব—" সুন্দৰাবাইয়ে কলে। তাৰ পাছত তাৰক্কাৰ ফালে উভতি চাই ক'লে—"তয়ো এতিয়া শুই থাকগৈ। কাইলৈ বহুৰাতি-লৈকে সাৰে থাকি বহি ৰ'ব লাগিব নহয় তোৰ ৰজাক চাবলৈ।"

খাটৰ পৰা নামি উঠি যাওঁতে তাৰক্কাই নোকোৰাকৈ থাকিব নোৱাৰিলে-- 'অনন্ত; নোহোৱা বাবে ঘৰখন খালী লাগিছে।"

পিছদিনা পুৱাই অনন্তক লগত লৈ ৰামন্না আহিল। ককায়েকক দেখা পাই ৰত্নাৰ মনৰপৰা আধা-আধি চিন্তা আঁতৰি গ'ল। ভাৰিলে ককায়েকে এতিয়া চাৰিওফাল চম্ভালি যাব। তাক মুখ-হাত ধুবলৈ পানী যতনাই দি অলপ জা-জলপান খাবলৈ দিয়াৰ পাছত একাপ চাহ আনি দিলে ৰত্নাই। তাৰ পাছত মাজৰ কোঠাটোত দুয়ো ককায়েক ভনীয়েক বহি কিছুপৰ জিৰণি লৈ কথাবাৰ্ত্তা হ'ল। শেষত ৰত্নব্বাই ভিতৰৰ পৰা এটা কাপোৰৰ টোপোলা দাঙি লৈ আহিল আৰু টোপোলাটো মেলি ধৰি ক'লে—"তুমিতো হাট বজাৰলৈ অহা-যোৱা কৰি থকা, বাৰু কোৱাচোন এই কাপোৰৰ দাম কিমান হ'ব ; অনুমান কৰা।"

ৰামন্নাই লিৰিকি-বিদাৰি কাপোৰৰ ওপৰে তলে চাই চিন্তি কলে—"সত্তৰৰ পৰা পসত্তৰ টকাৰ ভিতৰত হ'ব।"

সি কোৱা দাম সাতে-পাচে ঠিকেই আছিল। গতিকে ৰত্নব্বাই এইবাৰ দোপাট্টাখন দেখুৱাই ক'লে—"এইখনৰ দাম পোন্ধৰ টকা।" তাৰ পাছত চাৰিটা আঙঠি বাহিৰ কৰি ককায়েকৰ হাতত দিলে। ৰামান্নাই আঙঠিকেইটা হাতত লৈ সুধিলে—"চাৰিটা গঢ়াইছা কিয় ?"

"দুটা গঢ়াইছিলোঁ। পিছে ডাঙৰ হ'ল। দৰাৰ আঙুলি সিমান ডাঙৰ হোৱাই নাই। তিনিটা আকৌ গঢ়াব নাপায় নহয়। গতিকে চাৰিটা গঢ়োৱা হ'ল।" ৰত্নব্বাই চাৰিটা আঙঠি গঢ়োৱাৰ কাৰণ ব্যাখ্যা কৰিলে।

ৰামণ্পাই পৰামৰ্শ দিলে—"ঠিকেই আছে। প্ৰথমতে তিনিটাকে দিবা। যদি তাত সন্তুষ্ট নহয় তেনেহলে চতুৰ্থটো দি দিবা।"

এতিয়া তুমি আহি পাইছা যেতিয়া আমি ৰক্ষা পৰি গৈছোঁ। এয়া বস্তুবোৰ আছে, তুমি আছা। জোৱাঁইক কেনেকৈ সন্তুষ্ট কৰি পঠাব লাগে পঠাবা।"

"সন্তুষ্ট কৰি পঠাবলৈ কিটো আছে? ইমানবোৰ পোৱাৰ পিছতো সন্তুষ্ট হৈ নাচি-নাচি নাযাবনে? তেওঁলোকনো ক'ৰ এনে উপঢৌকন পোৱাৰ যোগ্য লোক যে ভেম দেখুৱাব।"

ককায়েকৰ কথাই সচাঁ যেন লাগিল ৰত্নব্বাৰ। "কিন্তু মাকজনীৰ হুতাশ বৰ বেছি।" বুলি কৈ ভিতৰত খোৱা মিলাৰ যা-যোগাৰত লাগি থকা সুন্দৰাক ক'লে—"ককাইদেউৰ কাৰণে বেলেগকৈ ৰান্ধিবাচোন, তেওঁ এইবোৰ বস্তু নাখায়।"

অলপ গহীনাই ৰামম্পাই সুধিলে—"মোৰ বাবে বেলেগকৈ ৰান্ধিব লাগে কিয় ? যি ৰন্ধা হৈছে তাৰেই হ'ব। গোটেই গাৱঁখনৰ মানুহৰ বাবে একেলগে কৰা ৰন্ধা-বঢ়াৰ পৰা বেলেগকৈ মোৰ বাবে ৰান্ধিব লাগে কিয় ? বিয়াঘৰ এখনত এইবোৰ কি কথা ?"

"ওঁহো নহয়, গোঁড়হতঁৰ ঘৰৰ কিছুমানুহো খাবলৈ আহিব। আকৌ ভিতৰতো আঠ দহজনমানৰ বাবে বেলেগ ৰন্ধা-বঢ়া কৰা হব।"

ইতিমধ্যে হুৰুন্না চৌগুলে নিজ নিজ আত্মীয়, কুটুম্ব, বন্ধু-বান্ধৱ সকলক তাৰ নতুন মিতিৰৰ ঘৰলৈ দুপৰীয়াৰ সাজ খোৱাৰ কাৰণে নিমন্ত্ৰণ জনাবলৈ ঘৰে ঘৰে ফুৰিছিল। তাৰ লগত মিতিৰৰ ঘৰৰ পক্ষৰ হৈ গৈছিল অনন্ত। অনন্তই পিতাকৰ লগত ঘৰৰপৰা বিয়াঘৰলৈ অহাৰ সময়ত মনে মনে উল্লাসিত হৈ আহিছিল, এইবুলি যে সি এইবাৰ তাৰক্কাৰ লগত বহুপৰলৈ কথা পাতিব আৰু তাইক বহুতো কাহিনী শুনাব। কিন্তু সি নিৰাশ হ'ল। সেই প্ৰথমবাৰ আহোঁতে তাৰক্কা, যেনেকুৱা আছিল এইবাৰ সি তাইক তেনেকুৱা নাপালে। অনবৰত তাই গম্ভীৰ হৈ থাকে। তাইৰ যে আচৰণত স্নেহ প্ৰকাশ নাপায় সেইটো নহয়—। অনন্তৰ প্ৰতি তাইৰ অশেষ মৰম। অনন্তৰ সৈতে কথাবাৰ্ত্তা পাতিবলৈও তাইৰ বৰ মন। কিন্তু আগৰ দৰে মুকলিমুৰীয়াকৈ তাই কথাবাৰ্ত্তা কব নোৱাৰে। মাক-পিতাকে এতিয়া তাইক "ডাঙৰ হৈছ" বুলি সোৱঁৰাই দি থাকে। সেইবাবে এতিয়া তাৰক্কাই তাৰ চোলাত বুটাম লগাই দি, বাকচৰপৰা নতুন চোলা উলিয়াই দি নাইবা তাক খাবলৈ-ববলৈ দি মনৰ স্নেহানুভূতি প্ৰকাশ কৰে।

দুপৰীয়া সকলো মানুহ ভোজ খাবলৈ মল্লৰ ঘৰলৈ আহিল। কিন্তু চৌগুলে পৰিয়ালৰ পৰা ভীমম্পা নাহিল। পাতত ঘিউ দিয়াৰ সময়ত ৰত্নম্বাই কথাটো মন কৰিলে। মুহূৰ্ত্তৰ বাবে তাইৰ মুখৰ ওপৰেৰে চিন্তাই ঢৌ খেলাই গ'ল। হুৰুন্নাৰ ওচৰলৈ গৈ সুধিলে—"ভীমম্পাক দেখা নাই দেখোন ?"

সি ক'লে—"সি পথাৰলৈ গৈছে পিছত আহিব।"

"গৈ পায়েই তাক খাবলৈ পঠিয়াই দিবলৈ নাপাহৰিব।" বিয়নীয়েকে প্ৰত্যেকৰে কেনেকৈ খা-খবৰ ৰাখিছে সেইকথা ভাবি, তেওঁৰ পটুতালৈ লক্ষ্য কৰি মনতে শলাগ ললে হুৰুন্নাই।

ঘৰৰ আটাইবোৰ মানুহ ভোজলৈ যোৱাৰ সময়ত ভৰমম্পা অকলে ঘৰতে আছিল। "জোৱাঁই" নহয় ? যিকোনো সময়তে শহুৰেকৰ ঘৰলৈ যাব পাৰি জানো ? গতিকে ঘৰতে থাকিল। এনেতে কাঁহি-কাঁহি ভীমম্পা আহি ওলাল। ভীমম্পাক দেখি আচৰিত হৈ ভৰমম্পাই সুধিলে—"কিয় ? খুৰাদেউ, তুমি ভোজলৈ যোৱা নাই ?"

"পথাৰৰপৰা অহাত মোৰ অলপ পলমেই হ'ল। আটাইয়ে গ'ল নেকি ? যাওক দিয়া।" ভীমম্পাই আগৰে পৰা নাযাওঁ বুলি ঠিকেই কৰিছিল যদিও নোযোৱাৰ কাৰণ এটা দেখুৱালে।

তাৰ মনৰ প্ৰকৃত ভাবৰ উমান নাপাই ভৰমাই ক'লে—"এতিয়াও পাতত বহিবৰ হোৱাই নাই ছাগে, তুমি যোৱা।"

"বাদ দিয়া। যোৱা নোযোৱা সমান কথা"—বুলি কৈ কম্বলৰ ওপৰত বহি লৈ আত্মীয়তাৰ সুৰত ভীমপাই সুধিলে—"মোমায়েৰাই তোমাক কি কি দিব খুজিছে কোৱাচোন বাৰু, ভাই ?"

উলটি ভৰমাইহে তাক সুধিলে—"সেই বিষয়ে একো আলাপ আলোচনা হোৱা নাই জানো ?"

"আলাপ আলোচনা নহ'ল কি হ'ল ? পাঁচ ছয় তোলামান সোণনো নিদিবনে ? চাৰিতোলা মানেৰে খাৰু আৰু এতোলা আধাতোলা মানেৰে আঙঠি গঢ়া নাই জানো ?" মাত্ৰ আঙঠিহে গঢ়োৱা হৈছে বুলি জানিও ভীমপাই প্ৰশ্নটো কৰিলে।

"সিমানেই দিয়কচোন।"

"বলীয়া নেকি তুমি ? মই শুনিবলৈ পাইছোঁ যে খাৰুও গঢ়াইছে।" এইবুলি কপাল কোঁচাই ভ্ৰুকুটিৰে ক'লে—"সুদা আঙঠি পিন্ধালে বেদীৰ পৰা উঠি নাহিবা।" অলপ ৰৈ হাঁহি মাৰি ভীমপাই আকৌ ক'লে—"এনেহেন জোৱাই আৰু এনেহেন ঘৰখন" পাইছে যেতিয়া সাত-আঠতোলা সোণ দিয়াটোনো কি বেছি ? বাহিৰৰ আন কাৰোবাৰ ছোৱালী অনা হ'লে দহতোলা সোণ দিয়াৰ উপৰিও সেই ঘৰ মানুহ চিৰদিন কৃতজ্ঞ হৈ থাকিলহেতেন।" এনেদৰে ভীমপাই বহুতো নক'বলগীয়া কথা ভৰমাৰ আগত বলকিলে।

খুৰাকৰ কথাবোৰ শুনি ভৰমাৰ বৰ ৰং লাগিল। তাৰ মুখ উজ্জ্বল হৈ উঠিল। আগতে সি ভাবিছিল যে সিহঁতৰ খাই-বৈ থাকিবলৈ যথেষ্ট আছে। কিন্তু এতিয়া সি জানিবলৈ পালে যে সিহঁতৰ বংশও উচ্চ, গাৱঁত সিহঁতৰ প্ৰভূত সন্মান আছে আৰু তাৰ মোমায়েকতকৈ সিহঁতৰ সন্মান বেছি হোৱা উচিত আৰু হয়ও। গতিকে সেই চিন্তাবোৰ হিয়াৰ পটত জিলিকি উঠিবলৈ ধৰিলে। ধূৰ্ত্ত ভীমপাই সেই কথালৈ লক্ষ্য কৰি ক'লে—"কোলাত ফল কটাৰী দিয়াৰ সময়ত মই যেনে কৰিবলৈ কওঁ তুমি তেনে কৰিবা। সকলো ৰেহা লাগি যাব।"

এনেতে খাই-বৈ সকলো উভতি আহিল। হৰেন্নাই ভীমপাক দেখা পায়েই সুধিলে—"তই খাবলৈ নগলি ভীম ? তোৰ ঘৰলৈ দুবাৰো গৈছিলোঁ। কিন্তু ঘৰত নাছিলি। ৰত্নাই তোক যাবলৈ কৈছে। যা খাই-বৈ আহগৈ।"

"কোনো প্ৰয়োজন নাই। মোৰ খোৱা-বোৱা হৈ গৈছে বুলিয়ে ধৰক। এয়া আহি পাইছোঁ। ইয়াতে ভৰমন্নাৰ লগত কথা পাতো বুলি বহিছোঁ।"

"থাকক দিয়ক। ইয়াতে খাব। ভৰমাৰ বাবে কাঁহী ভৰাই দিছে নহয় ! সিনো সোপাকে খাবনে ?" বুলি কৈ চিম্মধ্বাই ভীমপাক খাবলৈ মাতিলে।

খাই-বৈ থাকোঁতে যে দিনটো উকলি গ'ল তালৈকে কাৰো মনেই নহ'ল।

পুৰোহিতে যেতিয়া ক'লে—সকলোৱে ২ৰধৰ কৰক, এক দুই ঘণ্টাৰ ভিতৰত লগ্ন পৰিছে।" তেতিয়া আটাইয়ে লৰালৰি লগালে। চাকৰ বাকৰৰ খোৱা-বোৱা পিছেপৰে হৈ থাকিব। জোৱাঁয়েকক আদৰি অনাৰ বাবে বাজনাদাৰ কেইজনক খুৱাই-বুৱাই পঠোৱাৰ ব্যৱস্থা কৰা হ'ল। মল্লই চাকৰৰ দ্বাৰা ঘোঁৰা এটা অনালে। তাৰ পাছত পুৰোহিত আৰু আন বয়সস্থ মানুহ কেইজনমান জোৱাঁয়েকক আদৰি লৈ আহিবলৈ গ'ল।

ভিতৰত জীয়েকক সজাই পৰাই ৰভাৰ তললৈ আনিবলৈ ক'লে ৰত্নম্বাই নবৌৱেকক। তাৰ পিছতে চাকৰক বেগাই পঠিয়ালে নামতি বাইহঁতক মাতি আনিবলৈ। দুই এজনে মানুহ বহাৰ কাৰণে দলিচা পাৰি দিবলৈ ধৰিলে। কোলাত "ফল-কটাৰী" দিওঁতে দিবলগীয়া বয়-বস্তু আৰু জোৱায়েঁকক দিবলগীয়া যৌতুকৰ সামগ্ৰীবোৰ ভিতৰৰপৰা উলিয়াই আনি খাট এখনত থৈ দিয়াৰ কাৰণে বামুন এজনে ঘৰখেদা লগালে। তাৰ পিছতে তেওঁ চাকিবোৰত তেল ঢালি দিবলৈ ক'লে। এনেতে ফুলেৰে সুশোভিত বেণী বান্ধি নীৰৱে আহি তাৰকা খাটখনৰ ওপৰত বহিল। ইফালে নামতি কেইগৰাকীও আহি পালে। দুজনী ডাঙৰ ছোৱালীয়ে আহি তাৰকাক কাণৰ কাষত কৈ গ'ল, তাই কেনেকৈ কোনফালে বহিব লাগে। গুণাৰ বনকৰা পাগুৰী আৰু কোট-চোলা এটা পিন্ধি, যা-যোগাৰ ইটো-সিটো ক'ত কি হৈছে চাই-চিন্তি ৰামপ্পাই বাৰাণ্ডাত ইফাল-সিফাল কৰি ফুৰিছিল। হৈ থকা কাম কাজবোৰ ভালদৰে দেখা পোৱাৰ সুবিধাৰ কাৰণে, তাৰকাৰ ওচৰত বহাৰ উদ্দেশ্যৰে অনন্তই আহি খাটখনৰে একাষে বহিলহি। তাকে দেখি সুন্দৰাবাইয়ে পুতেকক এবাৰ ক'লে—"ইফালে আহ। তই তাত ক'ত বলিবলৈ গৈছ? এতিয়াই তাইৰ দৰাটো আহি পাব।"

অনন্ত তেতিয়াও নহাত "কি! তাই তোৰ কইনা নেকি, তেনেকৈ ইমান ওচৰত গৈ বহিবলৈ?" বুলি হাঁহি হাঁহি সুন্দৰাই আদৰেৰে তাক আকৌ মাতিলে।

অনন্তই উদ্ধতভাৱে জিকজিকাই উঠিল—"এতিয়া বহিলে কি হয়?"

"উদণ্ড ক'ৰবাৰ, মাতিলেও নাহে।" বুলি সুন্দৰম্বা মনে মনে থাকিল।

এনেতে ঢোলে-ডগৰে দৰা আহি পালে। সৰু সৰু ল'ৰা-ছোৱালীবোৰে আগতেই আহি আসন দখল কৰি বহিল। বয়সস্থ সকলে আপোন আপোন মান্যতা অনুসাৰে যথোপযোগী আসন গ্ৰহণ কৰিলে। ভৰমপ্পাই গৈ তাৰকাৰ সোঁহাতে খাটৰ ওপৰত বহিল। সি সমুখৰ ফালে থালৰ ওপৰত থোৱা যৌতুকৰ সামগ্ৰীবোৰলৈ মনোযোগেৰে চালে। ওচৰতে থকা এগৰাকী সম্পৰ্কীয় তিৰোতাই তাৰকাৰ শাড়ী আৰু কোলাত "ফল কটাৰী দিয়াৰ সময়ত দিবলৈ যোগাৰ কৰা বস্তুবোৰ আনি খাটৰ ওপৰত থলে। তেতিয়া পুৰোহিতে কলে—"ভিতৰলৈ যাওক। কইনাক শাড়ীখন সলাই আনকগৈ।

সুন্দৰব্বা আগুৱাই আহিল। শাড়ীখন হাতত ললে আৰু গেচ লাইটৰ পোহৰত শাড়ীখন ওপৰৰ পৰা তললৈ ইলুটি সিলুটিকৈ চালে। এমুৰৰ আঁচলৰ চুক এটি উলিয়াই শাড়ীখনৰ পাড়িটোও নিৰীক্ষণ নকৰাকৈ নাথাকিল তাই। তাৰক্কা লাহেকৈ উঠি ভিতৰলৈ গ'ল। ভৰমাই তাক দিবলৈ বুলি আনি থোৱা কাপোৰখনৰ ফালে মনোযোগেৰে চালে আৰু তাৰ পিছত চকু ঘুৰাই পুৰোহিতৰ ফাললৈকে চাবলৈ ধৰিলে। জোৱাঁইবোপাৰ মনোভাৱ অনুমান কৰি পুৰোহিতে ক'লে—

"অকল সেয়ে নহয়,—আৰু বস্তু আহিবলগীয়া আছে। তুমি এতিয়াই ভয় নাখাবা।"

এনেতে, ইফাল-সিফালকৈ থকা ৰামপাই তিনিটা আঙঠি আনি পুৰোহিতৰ হাতত দিলে। পুৰোহিতে "এয়া দেখিছানে? আঙঠিও আহি পালে। একেলগে তিনিটা!" বুলি কৈ আঙঠি পিন্ধাই দিব খুজিলে। ভৰমাই হাত আগুৱাই নিদিলে। ওচৰতে বহি থকা ভীমপাৰ ফালে এবাৰ চালে। তেতিয়া ধেমালি কৰি পুৰোহিতে কলে—"এতিয়া কি পিন্ধিব? কইনা আহিলেহে পিন্ধিব এও।" এই বুলি তিৰোতাৰ সমাজলৈ উভতি চাই ক'লে—"আপোনালোক মনে মনে বহি আছে কিয়? এটা "শোভন"ৰ গীতকে গাওক।"

গীত গাবলৈ সাজু হৈ থকা তিৰোতা দুগৰাকীয়ে সুললিত সুৰে গীত জুৰিলে। লগতে আৰু দুগৰাকীয়ে কণ্ঠ সংযোজিত কৰিলে।

গীত শেষ হ'ল। গীতৰ সুৰত মগ্ন হৈ থকা সমজুৱাই যেতিয়া চকু তুলি ভৰমাৰ ফালে চালে, দেখিলে যে কোনোৱে মন নকৰোঁতেই কোনো সময়ত তাৰক্কা আহি কাষত বহি আছে। নাৰ্মাতসকলে আন এটি গীত গাবলৈ আৰম্ভ কৰিলে। মানুহ তাৰ অপেক্ষাতে আছিল। পুৰোহিতে গীতৰ মাজতে বাধা দি কলে—"লগ্ন উকলি যাব এতিয়া। আগতে কোলাত "ফল কটাৰী দিয়া" নিয়ম কাৰণবোৰ শেষ কৰক। তাৰ পাছত একেবাৰে ৰাতিপুৱায়মানে গীত গাই থাকিব, বাধা দিব কোনে?"

চিম্মব্বাই তিৰস্কাৰ পূৰ্ণ স্বৰেৰে মাত দিলে—"কোলাত ফল কটাৰী দিয়া"ৰ আগতে দৰাৰ লগত লেন-দেনৰ কথাবোৰতো শেষ কৰি লওক।"

পুৰোহিতে ক'লে—"আৰম্ভনিৰপৰা তাকে কৰি আহিছোঁ। কিন্তু মোৰ লগত সমিল মিললৈ আহিব পৰা নাই।"

শেষত ৰামন্নাই দৰাক দুই চাৰি আযাৰমান কথা বঢ়াই বুজাই কৈ চতুৰ্থ আঙঠিটো উলিয়াই দিলে। কিন্তু ভৰমাৰ কোপ প্ৰশমিত নহ'ল। তেতিয়া ৰঙ্গব্বা নিজেই আগুৱাই আহি "ইয়াতেইনো শেষ হ'বনে? ল'ৰা-ছোৱালী হব লগা আছে। তেতিয়া দিবই লাগিব।" বুলি কৈ জোৱাঁয়েকক ভৱিষ্যতৰ আশাৰে আশ্বাসিত কৰিবলৈ যত্ন কৰিলে।

ল'ৰাই কিজানি শাহুৰেকৰ কথা মানি লয়েই, ইয়াকে ভাবি চিম্মম্বাই ক'লে— "তেতিয়াৰ কথা তেতিয়া দেখা যাব, এতিয়াৰ কথা কোৱা।"

মতা মানুহৰ মাজৰ পৰা মল্লই মাত দিলে—"যেতিয়াই হওক সদায় তাৰেইহে বস্তু।" ইমানৰ পিছতো জোৱাঁয়েকৰ মনৰ উষ্মা নাতৰিল। তেতিয়া এগৰাকী বয়সীয়াল বুঢ়া মানুহে উঠি ক'লে—"কথাবাৰ্তা শেষ হৈছে। এতিয়া নিয়ম-কাৰণবোৰ শেষ কৰা।" মল্লই "এতিয়া মনত অসহ কৰি থাকিব নাপায়। দেউ, আপুনি আপোনাৰ কামত আগবাঢ়ক বুলি কৈ ভৰমাক "সাজু হোৱা" বুলি কোৱাৰ পিছতো ভৰমাই লৰচৰ নকৰিলে। "বোপা, এইবোৰ কথাত ইমান ভৰ দিব নাপায়। আন বহুতো কথাকে চাব লাগে নহয়?" ইত্যাদি ভালেমান কথা কৈও একো লাভ নহ'ল।

অৱশেষত হুৱন্নাই পুৰোহিতক এযাৰ নিৰ্দ্দেশ দিয়াত পুৰোহিতে তাৰক্কাৰ কোলাত—নাৰিকল আদি ফল থৈ দি নিয়ম শেষ কৰিলে। চিম্মম্বাই কিন্তু পুতেকৰ কোলাত ফল দিবলৈ এষাৰো নক'লে। তাই মনতে ভাবিছিল—"মোৰ ল'ৰাৰ উপযোগী যৌতুক লোৱা নহ'ল। কাপোৰ যিখন দিলে, সেইখন পিন্ধি মাত্ৰ পূজাহে কৰিব পাৰি।"

# 7

তাৰক্কা স্বামী গৃহলৈ অহাৰ ছমাহ পাৰ হৈ গৈছে। পোন প্ৰথমবাৰ আহোঁতে শাহুৱেকে যেনে চেনেহ দেখুৱাইছিল তেনে চেনেহ এতিয়া আৰু নোহোৱা হৈছিল। তাকে দেখি হুৱন্নাই মনত বেজাৰ পাইছিল। তথাপি ভাবিছিল যে কিছুদিনৰ ভিতৰতে ঘৈণীয়েকৰ মনটো নিশ্চয় ভাল হৈ পাৰিব। কিন্তু যিমানে দিন যাবলৈ ধৰিলে সিমানেই তাৰ আশা নিৰাশাত পৰিণত হবলৈ ধৰিলে। এদিন হুৱন্নাই ভাবিলে যে এনেকৈ মনে মনে থাকিলে নহ'ব। গতিকে সি চিম্মম্বাক মাত দি কলে— "তাৰা এতিয়া ডাঙৰ হৈছে। বিয়াৰ সময়ত তাইক সৰু সৰু লাগি আছিল। কিন্তু পিছ-বিয়াৰ পিছত তাই ডাঙৰ হ'ল। আমাৰ ল'ৰাও এতিয়া ডাঙৰ হৈছে।"

চিম্মম্বাই তাক আৰু বেছি কথা কবই নিদিলে। ভ্ৰূ-কুঞ্চিত কৰি ক'লে— "আপুনিয়েই বোৱাৰীয়েকক মূৰত তুলি থৈছে—জীয়েকৰ লগতে বহাই থৈ খুৱাই বুৱাই থাকিলে তাই ডাঙৰ নহ'ব? তাইৰ ওচৰত থিয় হ'লে ল'ৰাটোকে ইমান-টোমান লাগে!"

"এতিয়া এইবোৰ কথা কৈছা কিয়? সম্বন্ধটো পাতিবলৈ তোমাৰ বাহিৰে আগতে কোনে কৈছিল? তেতিয়াই কোৱা উচিত আছিল যে ল'ৰাটোৰ বাবে ছোৱালীজনী ডাঙৰ হব।" হুৰন্নাই মূল প্ৰশ্নটোকেই উত্থাপন কৰিলে।

চিম্মব্বাই ক'লে—"ময়েই কৰিছোঁ। গতিকে তাকো ময়েই ঠিক কৰিব লাগিব। আপুনি বোৱাৰীৰ প্ৰতি ইমান পক্ষপাতিত্ব কৰে কিয়?"

কিছুপৰ ভাবি থাকি হুৰন্নাই ক'লে—"ঘৰত যদি সকলোৱে তাইৰ লগত তুমি যেনে আচৰণ কৰা তেনে আচৰণকে কৰে তেনেহলে তাই থাকিব কেনেকৈ?" চিম্মব্বাই সেই কথাৰ কোনো উত্তৰ নিদিলে।

জীয়েক যেতিয়া ঘৰত অকলে আছিল তেতিয়া চিম্মব্বাই তাইক মাতি আনি বুজালে—"তই আজিৰপৰা তাৰক্কাৰ লগত একেলগে খাবলৈ নবহিবি।" মাকৰ কথা শুনি সৰু ছোৱালীজনী আচৰিত হ'ল। স্বাভাৱিক কৌতূহলবশতঃ তাইৰ মুখৰপৰা প্ৰশ্ন ওলাই আহিল—"কেলেই"?

"তাইৰ লগত খালে নজৰ লাগে। পেটৰ অসুখ হয়।" এই কথা ছোৱালী-জনীৰ বিশ্বাস নহল। তাই একে কৌতূহলেৰে আকৌ সুধিলে—"কোনে কৈছে?"

চিম্মব্বাৰ কণ্ঠস্বৰৰ যি পৰিৱৰ্ত্তন হ'ল, শুনি ছোৱালীজনীৰ ভয় লাগিল। অক্কাতায়ী এতিয়াও সৰু ছোৱালী। গতিকে আৰু বেছি কথা সুধিবলৈ তাইৰ ধৈৰ্য্য নাথাকিল। সন্ধিয়া হ'বলৈ তেতিয়াও কিছু সময় আছিল। চিম্মব্বাই জীয়েকক মাতি আনি খাবলৈ দিলে। তাৰ পাছত আন সকলোৱে খালে। এখন থালতকৈ শুকান ৰুটি তাৰক্কাৰ বাবে থলে। বাদ বাকী ৰন্ধাবস্তু নি বেলেগকৈ তুলি থৈ দিলে। তাৰা যেতিয়া কামৰ পৰা (পথাৰৰ পৰা) আহিল কলে—"ভিতৰলৈ গৈ খাই ল।" এইবুলি কৈ তাই বাৰাণ্ডালৈ ওলাই গ'ল।

সদায়ে যেনেকৈ সোধে তেনেকৈ—"তুমি নোখোৱানে অক্কা?" বুলি তাৰক্কা ভিতৰলৈ গ'ল। অক্কাতায়ীয়ে সমিধান দিয়াৰ আগতেই চিম্মব্বাই খংটো মাতেৰে ক'লে—"তাই খাইছে। তই খা। থালত সাজি থৈছোঁ।" তাৰক্কাই একো নামাতিলে। থালত যি সাজি থোৱা আছিল তাকে গিলি থলে। সিদিনা শাহু-ৱেকৰ ব্যৱহাৰ তাইৰ আচৰিত ধৰণৰ লাগিল। তাতকৈও তাইৰ বেছি দুখ লাগিল এই কাৰণে যে ইয়াৰ আগতে এদিনো তাই এনেকৈ অকলে খোৱা নাছিল। সিদিনাৰপৰা ঘৰত তাৰক্কাৰ কাম-কাজ বাঢ়ি যাবলৈ ধৰিলে। নিতৌ পুৱা চাৰি বজাতে উঠি জোৱাৰ ভাঙি গুড়ি কৰা, তাৰ পাছত ঘৰ চোতাল সাৰি পুচি উঠি ৰন্ধা-বঢ়া কৰা আৰু ৰন্ধা-বঢ়া হলে খাবলৈ যিমানখিনি যি দিয়ে তাকে খাই শহুৰেকৰ বাবে জলপান লৈ পথাৰলৈ যোৱা। পথাৰতো শহুৰেকৰ যি যি কাম কৰিবলৈ কয় তাকেই কৰি আবেলিৰ ফালে শহুৰেকে বান্ধি দিয়া ঘাঁহৰ বোজা মূৰত লৈ ঘৰলৈ উভতি অহা আদি বিবিধ কাম তাই কৰিব লগাত পৰিল। উভতি আহি ঘৰ পাই "আহিবৰ সময় হ'লনে?" বুলি শাহুৱেৰাৰ মুখৰ বিকৰ্থনাৰ

প্রসাদ গ্রহণ কৰি পানী আনিবলৈ যোৱা আৰু ঘৰ ঘৰোৱাহখনকে যিমান পানীৰ প্রয়োজন আনি ভৰাই মেলি থৈ গধুলিৰ সাজ ৰন্ধা-বঢ়াৰ বাবে ৰান্ধনী-শালত সোমোৱা আৰু লগতে পিছদিনাৰ কাৰণে জোৰাৰ আদি জাৰি-ফুঁকি থোৱা, আদি সকলো কামকে তাই চম্ভালিব লগা হ'ল। তাতে শহুৰেক পথাৰৰপৰা আহি পোৱাৰ লগে লগে শাহুৰেকে তেওঁক খাবলৈ দিয়াৰ কাৰণে যদি ভিতৰ সোমাল তেনেহলে তাইৰ নিৰ্দেশমতে তাই গৈ গোহালী চাফ কৰাত লাগিব লগা হয়, আৰু শাহুৰেকে যি চাৰিগৰাহমান খাবলৈ দিয়ে তাকে গিলি এটা চুকত পৰি থাকিব লগাত পৰে। এয়ে তাইৰ দৈনিক দিনপঞ্জী।

তাৰকাই তিলমানো কাকো একো নকৈ সকলো কাম কৰি যায়। তাই নিজৰ দুখ-কষ্টৰ বিষয়ে কাকো জানিবলৈ নিদিয়ে। ক'বনো কাক? এবাৰ ভাবিছিল মাকক ক'ব বুলি। কিন্তু লগে লগে মামীয়েকৰ উপদেশ মনত পৰি গ'ল— "গাওঁ একেখনেই গতিকে শহুৰেকৰ ঘৰৰ কথা মাকৰ ঘৰত ক'ব নালাগে।" এই-দৰে আৰু কিছুদিন পাৰ হৈ গ'ল। এইদৰে শেষত তাই এই নীৰস জীৱনৰ প্রতি বিতৃষ্ণাৰ অনুভূতিক চকুলো বোৱাই প্রশমিত কৰি ল'বলৈ ধৰিলে।

এদিন আবেলি তাৰকাই গোহালি সাৰি আছিল। কিছুসময় সাৰি থকাৰ পিছত হাতৰ বাঢ়নীডাল মাটিত পেলাই দি নিজৰ হাতৰ তলুৱা দুখনিলৈ চাই তাই কান্দিবলৈ ধৰিলে। তাইৰ চকুৰ পৰা দুটোপাল চকুপানী সেই হাতৰ তলুৱাত পৰিল, যেন তাইৰ হাতত লাগি থকা গোবৰ মাটিৰ দুৰ্গন্ধ ধুই পেলাব খুজিলে। এনে সময়তে গৰুক ঘাঁহ দিয়াৰ কাৰণে ভৰমা তালৈ আহিল। তাৰকা তেনেই জিকাৰ খাই উঠিল। ততালিকে তাই বাঢ়নী হাতত তুলি ললে। বিতত বিমোৰ হৈ পৰাৰ ফলত তাইৰ কপালত ঘাম বিৰিঙি ওলাল। কোনোমতে তাই বাঢ়নী দিবলৈ ধৰিলে।

ভৰমাই অলপ সংকোচ সংকোচ ভাৱেৰে—গোহালিৰ ভিতৰলৈ সোমাই আহিল আৰু ঘাঁহ দি থকাৰ লগতে আন্তৰিকতাৰ ভাৱে সুধিলে—"কি কথা? কি হৈছে?"

তাৰকাই সাৰিবলৈ এৰি মুৰ দাঙি থিয় হৈ লাহেকৈ "একো হোৱা নাই" বুলি কৈ আকৌ সাৰিবলৈ লাগিল।

'চকু ৰঙা পৰিছে কিয়?"

তাৰকাই ভয় খাই ক'লে—"গোবৰ বুতোলি নিওঁতে হাতৰ কিবা জেং-জাবৰৰ খোচ খাইছোঁ, চেক্‌চেকাইছে।" ভৰমা ওচৰলৈ আহি ক'লে—"চাওঁ—দেখুওৱা-চোন!" তাৰকাই নেদেখুৱালে। ভৰমাই আকৌ সুধিলে—"কি হৈছে বাৰু?"

"পথাৰত জোৰাৰ কাটোঁতে খেৰকুটা পৰিছে।" কৈয়েই তাইৰ চকুৰ পৰা পানী সৰো সৰো হ'ল।

"পিতাদেউ তাত নাছিল নেকি?" ভৰমাই জানিছিল যে পিতাকে তাৰ

ঘৈণীয়েকক ইমানখিনি কষ্ট নিদিয়ে। মাকে কেনেকুৱাকৈ কষ্ট দিয়ে আৰু কেনেকৈ গালি পাৰে সি জানিছিল। কিন্তু তথাপিও সি একো কৰিব নোৱাৰে। সিও মাকৰ কথামতেই চলিব লাগে।

এনেতে বাৰাণ্ডাৰ পৰা চিম্মব্বাই সুধিলে—"ভৰমা, তাত কি কৰি আছ?" সেই কঠোৰ মাত শুনি সিহঁত দুয়োটা কঁপি উঠিল। শুকান মাতেৰে ভৰমাই —"একো নহয়, গৰুক ঘাঁহ খাবলৈ দিছোঁ" বুলি কৈ বাৰাণ্ডালৈ গুচি আহিল।

আবেলি হুৱন্না পথাৰলৈ যোৱাৰ পিছত খৰত এখন হাই-কাজিয়াৰ সৃষ্টি হ'ল। সিহঁত দুজনে গোহালিত পতা কথা-বতৰাখিনি চিম্মব্বাই লুকাই লুকাই শুনি আছিল। পুতেকে তাৰ ঘৈণীয়েকৰ লগত—কথা-বতৰা পতাটো তাইৰ চকুত এটা ডাঙৰ অপৰাধ। গতিকে তাই ভৰমাক যিমান পাৰে বকিলে আৰু তাৰক্কাক অপমানজনক ভাষাৰে ভৰ্ৎসনা কৰিলে। সেইবেলা তাৰক্কাই একো নাখালে আৰু শাহুৱেকেও তাইক খাবলৈ নকলে। মাকৰ অনুপস্থিতিৰ সুযোগ লৈ অক্কাতায়ীয়ে আহি সুধিলে—"তুমি একো নোখোৱানে বাইদেউ?" উত্তৰত তাৰক্কাই "ভোক নাই" বুলি কোৱাত তাইৰ চকুৰে দুটোপাল চকুপানী বৈ আহিল। তাই নীৰৱ হৈ গ'ল। অধিক একো ক'ব নোৱাৰিলে।

এই কাজিয়াখনৰ বাতৰি চুবুৰীৰ মানুহৰ জৰিয়তে গৈ তাৰক্কাৰ মাকৰ কানতো পৰিল। তাই জীয়েকক চাৰিদিনমানৰ বাবে আনিবলৈ গিৰিয়েকক পঠিয়াই দিলে। কিন্তু শহুৰেকৰ ঘৰে জনালে—"চ'তৰ সংক্ৰান্তিৰ সময়। খৰত তাইৰ প্ৰয়োজন আছে।"

দুই তিনিদিনমানৰ পিছত পথাৰলৈ যোৱাৰ বাটত ৰত্নব্বাই থিয়ৈ থিয়ৈ জীয়েকৰ-পৰা সকলো বা-বাতৰি ললে। তাৰক্কাই চাৰিওফালে চাই-চিন্তি কোনো কতো নহোৱা যেন পাই চকুলো বোৱাই মাকৰ আগত অতি সংক্ষেপতে সকলো বিবৰি ক'লে। জীয়েকৰ চকুৰ লো দেখি ৰত্নব্বাইও পাৰেমানে কান্দিলে। সিদিনা আবেলিটো ৰত্নব্বাৰ এনে হেন লাগিল, যেন সময় নাযাব আৰু! তাই ভাবিবলৈ ধৰিলে—"একেটি মাথোন জী। দহখন হালেৰে খেতি কৰে বুলি আৰু আগৰে সম্পৰ্কীয় কাৰণেই ইমান খৰচ-পাতি কৰি বিয়া দিলোঁ। তাইৰো অৱস্থা এয়েহে হ'ল!" এইবুলি ৰত্নব্বা অতি চিন্তিত হৈ পৰিল।

ৰাতি ৰত্নবাই জীয়েকৰ অৱস্থাৰ বিষয়ে গিৰিয়েকক সকলো ক'লে। কথাবোৰ শুনি মল্লইও অন্তৰত দুখ পালে। এবাৰ সি ভাবিলে যে ভনীয়েকক গৈ ক'ব,— যেন ছোৱালীজনীক কষ্ট নিদিয়ে। কিন্তু তেনে কৰিবলৈ বিবেকে বাধা দিলে। ভাবিলে ভনীয়েকক কবলৈ গ'লে জীয়েকৰ ওপৰত অত্যাচাৰৰ মাত্ৰা চৰি যাব। তাতকৈ অতি সোনকালেই চিম্মব্বাৰ তৎ-বুদ্ধি চাপিব বুলি আশা কৰাই ভাল। তথাপিও মনে মনে মল্লৰ ভনীয়েকৰ ওপৰত খং নুঠাকৈ নেথাকিল।

এইদৰেই দিন গৈ থাকিল। তাৰক্কাই শহুৰেকৰ ঘৰত কষ্টৰ বোজা বৈ থাকিল। ইফালে এওঁলোকে তাৰ বাবে নিজ নিজ ঘৰত দুখ মনেৰে কটাবলৈ ধৰিলে।

এবছৰ পিছত। গৰমৰ বন্ধৰ সময়ত অনন্ত পেহীয়েকৰ ঘৰলৈ আহিছে। তাৰক্কাও মাকৰ ঘৰত আছেহি। দুয়োৰে কথা-বতৰা হ'ল। অনন্তই বৰ বেছি কথা নক'লে। ক'বলৈ একো নাছিলও। তাৰক্কাই তাইৰ শহুৰেকৰ ঘৰৰ সকলোবোৰ কথা কৈ তাইৰ মনটো অলপ পাতলাই ললে। সকলো কথা শুনি অনন্তই "হায়"! কৰি উঠিল। চাৰিদিন দুয়ো লগে-সংগে থাকিল। খাবলৈ ভাল পোৱা বস্তু বনাই খালে। তাৰ পাছত তাৰক্কা শহুৰেকৰ ঘৰলৈ গুচি গ'ল। যোৱাৰ সময়ত তাই বৰকৈ কান্দিলে। অনন্তও আগৰ বাৰৰ দৰে গম্ভীৰ হৈ থাকিব নোৱাৰিলে; অশেষ সম্বৰণৰ পিছতো দুটোপাল চকুৰ পানী ওলাই আহিল। তাৰক্কাৰ অৱস্থাৰ কথা ভাবি সি দুখ অনুভৱ কৰিলে।

এইবাৰ নিজৰ ঘৰলৈ উভতি যোৱাৰ পিছতো বাৰে বাৰে তাৰক্কাৰ কথা অনন্তৰ মনত পৰিবলৈ ধৰিলে। সি তাৰ মাকৰ আগত তাৰক্কাৰ শাহুৱেকে কৰা আচৰণৰ বিষয়ে দুই তিনিবাৰমান ক'লেও। তথাপি তাৰ মনত শান্তি নাপালে। পঢ়ি থকাৰ মাজতো তাৰক্কাৰ কৰুণ মাত-কথাবোৰ তাৰ কাণত বাজি বাজি উঠা হ'ল। তাৰ সৰু কোমল মনৰ ওপৰত তাৰক্কাৰ মুখৰ মচিব নোৱাৰা ছাপ এটি বহি ৰ'ল।

তিনিবছৰ পাৰ হৈ গ'ল। অনন্ত মাজে মাজে চন্দুৰলৈ যায়। সেই সময়ত তাৰক্কাও মাকৰ ঘৰলৈ আহে। অনন্তৰ স্বভাৱৰ সলনি হ'বলৈ আৰম্ভ কৰিছে। আগৰ-দৰে জেদী মনোভাৱ তাৰ নাই। সকলোতকৈ বেছি আগ্ৰহেৰে সি তাৰক্কাৰ অৱস্থাৰ ভু-ভা লয়, বুজে আৰু দুখো অনুভৱ কৰে। এতিয়া সি কিছু ডাঙৰ হৈছে। কাক কিমানখিনি কথা কেনেকৈ ক'ব লাগে বুজিব পৰা হৈ আহিছে। আনৰ সুখ-দুখৰ কথা জানি লৈ তাৰ অংশীদাৰ হোৱা নাইবা সম্ভৱ হলে সেইবোৰ ক্ষেত্ৰত সহায়ক হোৱাৰ মনোভাৱ, শিক্ষালব্ধ গুণ হিচাপে তাৰ মাজত অংকুৰিত হবলৈ আৰম্ভ কৰিছে। এবাৰ যেতিয়া আটাইয়ে বহি আছিল তেতিয়া খণ্ডতে তাৰ মুখেৰে ওলাই আহিল—"চাম বাৰু, তোমাৰ শাহুৱেৰানো কেনেকুৱা।" আন সকলোৱে মিলি তাক শান্ত কৰিব লগাত পৰিল। ইয়াৰ ফলত মনে মনে তাৰক্কা আনন্দিত হ'ল এই ভাবি যে যি কি নহওক তাইৰ পিছৰফালেও কোনোবা এজন আছে। অনন্তই আগৰ দৰে আজিকালি খেলাধুলাত সময় খৰচ নকৰে। চন্দুৰলৈ আহোঁতেও লগত দুই তিনিখন-মান ভাল কিতাপ লগত লৈ আহে আৰু তাৰক্কাক তাৰ কাহিনী পঢ়ি শুনায়। কেতিয়াবা কেতিয়াবা সি নিজে পঢ়া সীতা, সাবিত্ৰীৰ কাহিনীও তাইক কয়। অনন্তৰ মুখত তেওঁলোকৰ দুখ কষ্টৰ কথা শুনি তাৰক্কাই নিজৰ কষ্টৰ কথা পাহৰি যায়। এনেকৈ তাৰক্কাৰ মনত শান্তি দান কৰাৰ উপৰিও অনন্তই তাইক বুজায় যে তাৰক্কাই তাইৰ গিৰিয়েকৰ মন জয় কৰি লোৱা উচিত।

সেইবাৰ দেৱালীৰ বন্ধ আহিল। অনন্তৰ মন পেহীয়েকৰ ঘৰমুৱা হৈয়ে আছিল।

ৰত্নব্বাই উছৱৰ সময়ত আহিবলৈ তাক আগতেই মাতি পঠিয়াইছিল। এনে দিনত, মেলাই উছৱে ৰত্নব্বাই অনন্তক সদায়েই মাতি পঠায়।

কিন্তু গাৱঁত থকা পেহীয়েকে অনন্তক মাতি পঠোৱাৰ স্থলতো মাকে অনন্তক নপঠিয়ালে। ক'লে "উছৱটো ইয়াতে কৰ। পিছত গৈ তাত চাৰিদিনমান থাকি আহিবি। ঘৰত 'নাভু'ৰো জন্ম-দিন আছে।"

নাভু, নাভিৰাজ অনন্তৰ সৰু ভায়েক। ইয়াৰ আগতে তাৰ দুয়োটা জন্মদিনতে অনন্ত ঘৰত নাছিল। কোনো নহয় কোনো এখন বেলেগ ঠাইত আছিল। গতিকে মাকৰ উপদেশ অনুসাৰে কেইদিনমান ঘৰত থাকি উছৱ আদি সমাপন কৰিহে চন্দ্ৰৰলৈ গ'ল।

সিফালে ৰত্নব্বাৰ গা ভাল নাছিল। উছৱৰ সময়ত অনন্তলৈ বাট চাই তাই ভাগৰি পৰিল। শেষত জীয়েকৰ আগতে তাইৰ মুখৰপৰা আপোনা আপুনি ওলাই আহিল—"অনন্ত এতিয়া আৰু নাহে।"

তাৰক্কাই সুধিলে—"ময়ো আহিম বুলি অনন্তক কৈ পঠিয়াইছিলা নে?" তাৰক্কাৰ বিশ্বাস আছিল যে যদি তাই আহিব বুলি অনন্তই জানিলেহেঁতেন তেনেহলে সি নিশ্চয় আহিলহেঁতেন।

তাইৰ বিশ্বাস কেতিয়াবা মিছা হ'ব পাৰেনে? দুই এদিনৰ ভিতৰতে অনন্ত আহি উপস্থিত হ'ল। যেতিয়া সি আলি পালে তেতিয়া পেহীয়েক অসুস্থ। গতিকে তাৰ উৎসাহ অলপ সেমেকি গ'ল। সি ভাবিলে যে দুই তিনিদিনতে সেইটো ঠিক হৈ যাব। কিন্তু অনন্ত অহাৰ পিছদিনাই তাইৰ জ্বৰৰ প্ৰকোপ বাঢ়িল। চাৰিদিন পিছতো যেতিয়া জ্বৰ নকমিল তেতিয়া সকলোৱে অলপ বিচলিত হ'ল। এচৰৰ গাৱঁৰ পৰা ডাক্তৰ মাতি আনি দেখুওৱা হ'ল। ডাক্তৰে ক'লে জ্বৰ বৰ বেছি হৈছে। কিন্তু চিন্তাৰ কাৰণ নাই।"

অনন্ত আৰু তাৰক্কাই অতি তৎপৰতাৰে তাইৰ শুশ্ৰূষা কৰিবলৈ ধৰিলে। এনাপুৰমলৈও বাতৰি পঠোৱা হ'ল। ৰামন্নাইও এদিন আহি ভনীয়েকক চাই গ'ল। যোৱাৰ সময়ত অনন্তক সি কৈ গ'ল—"ৰত্না উঠি মেলি ফুৰিব পৰা হলেহে তই যাবি। কেইদিনমান স্কুলৰপৰা ছুটী লব লাগিলেও ল'ব লাগিব। মল্লপ্পাই বেচেৰা, অকলে কি কৰিব? পথাৰতে চকু দিব নে ঘৰকে চম্ভালিব?" তাৰ পাছতে তাৰক্কাৰ ফালে ঘূৰি চাই ক'লে—"তাৰাৰ শাহুৱেক শহুৰেক আহি চোৱা-চিতা কৰিব বুলি আশা কৰিহে ছোৱালীক গাওঁতে দিয়া হৈছিল। কিন্তু এতিয়া তাৰ আশা নাই। তেওঁলোক আহিলেও বাহিৰা মানুহৰ দৰে চায়েই গুচি যায়। অতি কমেও তই চাৰিদিনমান থাকি সময়মতে দৰৱপাতি দিবি। বেমাৰীয়ে যি খাব খোজে নিজ হাতেৰে বনাই খুৱাবি আৰু ভালদৰে চোৱা-চিন্তা কৰিবি।" ইয়াকে বুজাই কৈ সি ঘৰলৈ উভতি গ'ল।

চৈধ্য দিনৰ মুৰত ৰত্নব্বাৰ জ্বৰ এৰিল। অনন্তৰ সেৱা-শুশ্ৰূষাত তাই পৰৱৰ্তী

ছয়দিনৰ ভিতৰতে বিচনাৰ পৰা উঠি বহিল। কিন্তু তেতিয়াও যথেষ্ট দুৰ্ব্বল হৈ ৰ'ল। জ্বৰৰ ভয় আৰু নাছিল। মল্লই খেতি-বাতি চোৱা আৰু পোহনীয়া জন্তু কেইটাক ঘাহঁ-পানী দিয়া আদি সকলো কাম অকলে সামৰিব লগা হোৱাত মাত্র পুৱা আৰু গধূলিহে অলপ সময়ৰ বাবে ৰত্নব্বাৰ ওচৰলৈ আহিব পাৰে। আন সকলো সময় ৰত্নব্বাৰ বিচনাৰ ওচৰত তাৰক্কা আৰু অনন্তহে থাকে। অনন্তৰ কথামতে সুৰ্মথিৰাৰ ৰস উলিয়াই খুওৱা আৰু চাহ তৈয়াৰ কৰি দিয়া আদি কাম হ'ল তাৰক্কাৰ। ঘৰৰ ৰন্ধা-বঢ়া ওচৰ চুবুৰীয়া লোকেই কৰি দি যায়। মাকে গা ভাল পোৱাৰ পিছৰ পৰা, আজি দুই তিনিদিনমানৰপৰা অনন্তক ভাত ৰান্ধি দিয়া কামটো মাত্র তাৰক্কাই কৰিবলৈ লৈছে। বাদ বাকী ৰন্ধা বঢ়াৰ কাম তাই কৰাৰ প্ৰয়োজন নাই। গতিকে কৰিবলৈ আন বিশেষ কামো তাইৰ নাথাকে। ইটো সিটো কথা কৈ তাই মাকৰ বিচনাৰ ওচৰতে কটায়। এদিন ৰত্নব্বাৰ বিচনাৰ ওচৰত বহি থাকোঁতে তাৰক্কাই কলে—"অনন্ত থকা কাৰণে তোমাক চোৱা-চিন্তা কৰিবলৈ ভাল হৈছে। নহলে আমি গাৱঁৰ মানুহেনো জানো কি? কিবা-কিবি জুইত তপতোৱা আৰু তাৰে বুকুত সেক দিয়া—ইমানখিনিহে জানো" এইবুলি কৈ তাই কৰুণ চকুৰে অনন্তৰ ফালে চালে।

অনন্তৰ ফালে কৃতজ্ঞতাৰ চাৱনিৰে চাই ৰত্নব্বাই কলে—"জন্মদাতা ভগৱানৰো জানো আশা নাথাকে? প্ৰতি বছৰ উছৱৰ সময়ত আহি আছে। এইবাৰেই যি পিছত আহিল। যেন মোক চোৱা চিন্তা কৰাৰ কাৰণেহে অনালে।"

"মই একো কৰাই নাই ভাই, সকলো কাম তাৰায়েই কৰিছে। ডাক্তৰে যি যি কৰিবলৈ কৈছে মই মাত্র তাকেহে বুজাই দিছোঁ। তাৰাইতো এদিন ওৰে নিশা উজাগৰে আছে। মোৰ দ্বাৰাতো সেইখিনিও হোৱা নাই।" অনন্তই মুখেৰে এনেকৈ কলে যদিও পেটে নিজে কৰা কামৰ কাৰণে গৰ্ব্বও অনুভৱ কৰিলে। তাৰক্কাই কলে—"বাদ দিয়া। সিদিনা তুমিওতো কিমান ৰাতিলৈকে সাৰে আছিলা।"

ৰত্নব্বাই সিহঁত দুয়োজনলৈ অলপ আচৰিত হোৱাৰ দৰে চাই ৰ'ল। তাই নাজানিছিল যে তাইৰ অসুখৰ সময়ত তেনেবোৰ ঘটনা ঘটি গৈছে। এতিয়া কলেও তাইৰ বিশ্বাস নহয় যে তাই দুই তিনিদিনমান ধৰি অচেতন হৈ পৰি আছিল। ৰত্নব্বা তেনেকৈ বহি থকাৰ সময়তে তাইৰ খা-খবৰ লবলৈ ভৰমা আহিল। তাৰক্কা তৎক্ষণাত উঠি থিয় হ'ল। আৰু লাজ লাজ ভাবেৰে মুৰ তল কৰি গৈ আঁতৰত থিয় দি ৰ'ল। তথাপি তাইৰ চকুৰ চাৱনিতে স্বামীৰ উদ্দেশ্যে স্বাগতম বাণী নিক্ষিপ্ত হৈছিল। অনন্তৰ সৈতে তাৰ বিশেষ পৰিচয় নথকাৰ কাৰণেই হওক নাইবা আন কোনো কাৰণেই হওক অনন্ত গৈ বিছু আঁতৰত বহিল। তাকে দেখি ৰত্নব্বাই কলে—"আঁতৰত বহিছ কিয়? ওচৰলৈ আহ।"

"পাঁচ ছয়দিনমান দেখোন ইফালে অহাই নাই ভৰমা।"

একে সময়তে তাৰক্কাইও চকু তুলি তাৰ ফালে চালে, তাইৰ চকুৰ চাৱনিতো সেই একেটা প্ৰশ্ন।

"চাৰিদিন মানৰ পৰা পথাৰতে আছিলোঁ" ভৰমাই অসংলগ্নভাবে উত্তৰ দি মনে মনে ৰ'ল।

সেই কথা শুনি ৰত্নম্বাৰ মুখেৰে এটি দীৰ্ঘশ্বাস ওলাই আহিল। লগতে সহজ ভাবেই ক'লে—"মাক পিতাকে খা-খবৰ কৰি আছে নহয়! এওঁ আহিব লাগিছে কেলেই?" জোৱাঁয়েকক সান্তনা দিয়াৰ কাৰণেই তাই কথাষাৰ ক'লে। হলেও অপ্ৰকাশিত ভাৱে তাইৰ মাতত এটি শ্লেষৰ ইংগিত লুকাই আছিল।

ভৰমা কিছুপৰ মাতবোল নোহোৱাকৈ বহি থাকিল। তাৰ পাছত সুধিলে—"এতিয়া গা কেনে পাইছে?" আৰু কিছুপৰৰ মূৰকত—"এতিয়া মই যাওঁ" বুলি কৈ যাবলৈ ওলাল। মাকৰ ইংগিতত গিৰিয়েকক খাবলৈ দিয়াৰ কাৰণে তাৰক্কা মাজৰ কোঠাটোলৈ গ'ল। কিন্তু ভৰমাই সেইফালে উভতিকে নাচালে। তাৰক্কা আকৌ এইটো কোঠালৈ উভতি আহিল।

তেতিয়া ৰত্নম্বাই অনন্তক কবলৈ ধৰিলে—"ল'ৰাটো অজলা মুখ তুলি কথা ক'বলৈও নাজানে। তোৰ দৰে কলৈকো অহা-যোৱাও নকৰে। কৰিবলৈ দিয়া কামকাজবোৰ কৰি তাতেই লাগি থাকে।"

"মাকৰ লগত যিখিনি কথাবাৰ্ত্তা কয় সেয়েই যথেষ্ট নহয় জানো?" ইয়াকে কৈ তাৰক্কাই হাঁহিলে। সেই হাঁহিত লাজৰ আভাস আছিল। তাতোকৈও অধিক বিষাদ। হয়তো অলপ হাঁহিও আছিল। তাতকৈ আৰু বেছি একো নক'লেও সেই হাঁহিৰ মাজেৰেই এই মনোভাৱ প্ৰকাশ পাইছিল—"বেচেৰা এই প্ৰাণীটিয়ে কল্পনাও কৰিব নোৱাৰে যে "পত্নীৰ মৰ্ম্মাৰ্থনো কি?"

এই চিন্তাৰ আগত তাইৰ জীৱনৰ শুধৰণিৰ কাৰণে অনন্তই চলোৱা সকলো যত্ন বিফল হোৱা যেন অনুমান হ'ল।

তাৰ চাৰি পাঁচদিনৰ পিছত অনন্তই নিজৰ ঘৰলৈ যাবলৈ সাজু হৈ পেহীয়েকক ক'লে—"এতিয়া মই আহোঁ তেনেহলে।"

—"আহা গৈ বাচা।"

তাৰ পাছত তাৰক্কাৰ ফালে উভতি চাই অনন্তই কলে—'বাইদেউ, এতিয়া মই যাওঁ। তুমি দহদিন কুৰিদিনমান ইয়াতে থাকি পেহীদেউ ভাল হৈ উঠিলে যাবা।" আকৌ পেহীয়েকৰ ফালে মুখ ঘূৰাই ক'লে—"তেওঁলোকে নিবলৈ আহিলেও তাৰাক নপঠিয়াব।"

ৰত্নম্বাই ক'লে—"এতিয়াইনো পঠিয়াম কেনেকৈ? এতিয়াও মই আথা জৰলাবলৈ পৰা হোৱাই নাই। যাব অলপ জিৰাই শ'তাই এমাহৰ পিছত।"

অনন্ত গ'ল। তাৰক্কাই তাক পদূলি মুখলৈকে আগুৱাই থবলৈ লগে লগে গ'ল। অনন্তই উভতি চাই ক'লে—"এতিয়া তুমি ৰোৱা তাৰা। পেহাদেউ আহিলে

ক'বা যে পিছলৈ ৰ'দ বেছি হ'ব, গতিকে মই আহিলোঁ। তেখেত পথাৰলৈ যোৱাৰ সময়তে মই কৈ থৈছিলোঁ যে, মই আজি যাম।" ইয়াকে কৈ অনন্ত গুচি গ'ল।

তাৰক্কা কোনো কথা কব পৰা অৱস্থাত নাছিল। তাইৰ চকু লোতকেৰে উপচি পৰিছিল।

## 8

তাৰক্কাই ষোল্ল বছৰ পূৰ হৈ সোতৰ বছৰত ভৰি দিছে। তাইৰ নোৱনী হোৱাৰ পৰা চাৰি বছৰ পাৰ হ'ল। সৰুৰেপৰা সুখত ডাঙৰ হোৱা বাবে বাৰ বছৰতে তাই লায়ক হৈ উঠিছিল। এতিয়া শহুৰেকৰ ঘৰত কষ্টৰ মাজেৰে জীৱন কটাবলগীয়া হোৱাত, তাইৰ অংগ প্ৰত্যংগত সৌন্দৰ্য্যৰ জেউতি থকাৰ স্থলতো মুখমণ্ডলত সদায় এটি উদাসীনতাৰ ছায়া পৰি থকা হ'ল। ঘৰুৱা জীৱনৰ হাঁহি-ধেমালি তাইৰ ভাগ্যতেই নাই। তায়ো সেইবাবে তাৰ প্ৰতি মনোযোগ নিদিয়ে। সদায় নিজৰ কামতেই ব্যস্ত থাকে। শাহুৰেক শহুৰেকৰ লগতো কামকাজৰ সংক্ৰান্ততহে কথা কয়। বাকীখিনি সময় নিমাওমাও হৈ থাকে।

আৰু এটি কথা—কথাটো এইখিনিতে কৈ থোৱা উচিত। ভৰমাক তাৰক্কাৰ তুলনাত সৰু সৰু যেন দেখা যাব বুলি ভাবি চিম্মম্বাই পুতেকক ভাল ভাল খাদ্য খুৱাইছিল। সিও চিন্তা-ভাৱনা নকৰাকৈ খাই বৈ হৃষ্ট-পুষ্ট হৈ উঠিছিল। গাৱঁৰ ল'ৰাৰ যৌৱন! সি অকলেই জোৱাৰৰ বস্তাবোৰ গাড়ীৰপৰা দাঙি নি ঘৰৰ খটখটিৰে উঠি গৈ ভিতৰত থৈ দিয়ে। ইয়াকে ক'লেই যথেষ্ট নহয়নে? সি এটা সম্পূৰ্ণ ডেকা ল'ৰা হৈ উঠিছিল। বয়সৰ ধৰ্ম্ম অনুসাৰে তাৰ মনেও দাম্পত্য জীৱনৰ সোৱাদ বিচাৰিছিল। এতেকে সি তাৰক্কাৰ ফালে আশাভৰা চাৱনিৰে লক্ষ্য কৰিছিল। একান্তভাৱে সঙ্গ লভি কথা-বতৰা পাতিবলৈও বিচাৰিছিল।

কথা এনে নহয় যে ভৰমাৰ পিতাকে সেই কথা বুজি নাপাইছিল। সি ঘৈণীয়েকৰ সমুখত বাৰে বাৰে সোধে—"আমাৰ লগৰ সকলোৱে নাতিৰ মুখ দেখিছেই নহয় নে?" চিম্মম্বাই মুখ বিকটাই উত্তৰ দিয়ে—"আপুনি চিন্তা কৰিছে যে আপোনাৰ ঘৰতহে নাই, নহয়নে?" তেতিয়া হুৱন্না নিমাত হৈ পৰে। এনেও নহয় যে নাতিয়েক পাবলৈ চিম্মম্বাই ইচ্ছা নকৰে। কিন্তু ভিতৰি ভিতৰি মনৰ ভাৱ হ'ল এনে যে—"যদি তাৰক্কা এতিয়াই সন্তানৱতী হয় তেনেহলে তাইৰ গৌৰৱ

ৰূদ্ধি হব। ৰত্নাৰ অহংকাৰ বাঢ়ি যাব আৰু তাৰ পাছত সিহঁতৰ মাটি-বাৰী আমি পোৱাৰ বাট মৰিব।” এই প্ৰবল মনোভাৱে চিন্ময়বাৰ মনৰপৰা “নাতি লাভ কৰাৰ ইচ্ছা”ক একাষৰীয়া কৰি থৈ দিছিল। সেই কাৰণে চিন্ময়বাই পুতেক আৰু বোৱাৰীয়েকৰ দাম্পত্য জীৱন সম্পৰ্কত সদায় বৰ সজাগ হৈ আছিল।

আজি এমাহ হ'ল ভৰমা ৰাতি পথাৰতেই শোৱে। গাই ম'হবোৰকো তাতেই বন্ধা হয়। গোহালী পৰিষ্কাৰ কৰি গোবৰ-গুঠি তৈয়াৰ কৰিবলৈ তাৰকা সদায় পুৱা তালৈ যাব লগাত পৰে।

তাত এদাল মধুৰী আমৰ গছ আছিল। ফুলিছিলো বৰ ভালকৈ। গোটেই গাওঁখনতে সেই গছদাল এডাল আটাইতকৈ ডাঙৰ গছ আছিল। ফলবিলাকো মিঠা আছিল। সপ্তাহে এবাৰকৈ ফলবোৰ পাৰি ঠিকা-বন্দোৱস্তীত বেচি দিয়া হৈছিল। ঘৰৰ চাকৰ-বাকৰেও হেপাহ পলুৱাই খাইছিল। কিন্তু চিন্ময়বাই তাৰকাক এটি ফলো খাব দিয়া নাছিল। চিন্ময়বাৰ ভিতৰি ভিতৰি মনৰ ভাব আছিল—“তাৰকাই চুৰ কৰি খায় যদি, খাই ধৰা পৰক আৰু সেই সুযোগতে কাজিয়া কৰাৰ চেলু ওলাওক।” তাৰকা কিন্তু তাইৰ সেই ইচ্ছা পূৰণ হবলৈ দিয়া বিধৰ নাছিল। তাইৰ যদি মধুৰী আম খাবলৈ ইচ্ছা যায় তেনেহলে তাই নদী আদিলৈ যোৱাৰ সময়ত মাকক কৈছিল। মাকে দোকানৰপৰা কিনি বাটতে তাইক খাবলৈ দিছিল। তাকে খাই তাৰকাই নিজৰ ইচ্ছা পূৰাই লৈছিল।

মাক-জীয়েকৰ বাহিৰে আন কোনো তৃতীয় এজনেও এই কথাৰ গম নাপাইছিল। ইপিনে তাৰ ঘৈণীয়েকে মধুৰী আম খাবলৈ পোৱা নাই বুলি ভাবি আৰু মাকেও তাইক খাবলৈ দিয়া নাই বুলি ভৰমাই মনত বৰ বেজাৰ পাইছিল। মাকৰ ওপৰত তাৰ খঙো উঠিছিল। কিন্তু সমুখত একো মাতিব নোৱাৰিছিল। মাক নথকাত, পুৱা যেতিয়া তাৰকা পথাৰলৈ আহে তেতিয়া সি তাইক মধুৰী আম খাবলৈ দিম বুলি ভাবিছিল। কিন্তু তাৰকাৰ লগে লগে অকাতায়ী অনবৰত থকাৰ কাৰণে দিব পৰা নাছিল– “যদি তাই গৈ মাকক কৈ দিয়ে তেনেহলে ?”

এই সপ্তাহতো মধুৰী আম পাৰা হ'ল। আগৰ সপ্তাহতকৈ এইবাৰ ফল অলপ বেছিকৈ পোৱা গৈছে। কিন্তু এইবাৰ ঠিকা-বন্দোৱস্তীত কিনি লওঁতা নোলাল। দুদিনলৈ মধুৰী আমবোৰ ঘৰতে এনেয়ে পৰি থাকিল। শেষত ঠিক কৰা হ'ল যে “জোৱাৰৰ সলনিত” সেইবোৰ গাৱঁতে বিকিব। সেই কামৰ ভাৰ পৰিল অকাতায়ীৰ ওপৰত। তাইৰ বাবে কামটো নতুন নহয়। আগতে কেবাবাৰো তাই তেনেকৈ মধুৰী আম বেচিছে। এই কথাই ভৰমাক এটি অৱসৰৰ সুযোগ দান কৰিলে। আগদিনা তাৰ কল্পনাৰ ঘোঁৰাই বহুদূৰলৈ চেকুৰিলে। কাইলৈ ভনীয়েকে মধুৰী আম বেচিবলৈ যাব। মাকে সেই কামৰ বাবে তাৰ ঘৈণীয়েকক পঠিয়াব নোৱাৰে। গতিকে তাৰকা পুৱা ইয়ালৈ অকলেই আহিব। “মই বাৰু তেতিয়া তাইৰ লগত কেনেকৈ কি কথা আৰম্ভ কৰিম ? কথা ক'ম ?” সি সেইদিনা পুৱা সোন-

কালে উঠিল। গোটেই গছদাল চলাথ কৰি ওপৰৰ ডালত লগা মধুৰী আমৰ ভিতৰৰ পৰা দুই তিনিটা ভাল ভাল মধুৰী আম লৈ আহিল। আকৌ ভাবিলে—তাইক এইবোৰ কি উপায়েৰে দিব? দিলে লব নে? সি এইবোৰ বিষয়ত পটু নহয়! নিজ হাতেৰে তাইক সেইবোৰ দিবলৈ তাৰ সাহ নহৈছিল। শেষত সি এটা উপায় ভাবি উলিয়ালে। জাবৰ-জোঠৰ ভৰাই নিয়া টুকুৰীৰ তলত সি ফলকেইটা লুকাই থৈ দিলে। সি ভাবিলে যে টুকুৰীটো নিয়াৰ সময়ত তাই নিশ্চয় সেইকেইটা বুটলি লব আৰু তাই যেতিয়া মধুৰী আম খাবলৈ ধৰিব তেতিয়াই সি তাইৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিব। মনটো তাৰ ইমান সংকচিত আছিল!

মধুৰীআম সি টুকুৰীৰ তলত লুকাই থলে কিন্তু পিছত আকৌ মনত এটি সংশয়ৰ উদ্ভৱ হ'ল—যদি মই ইয়াত থাকোঁ তেন্তে তাই মধুৰী আম কেইটা নলবও পাৰে। সেই কাৰণে কি বুদ্ধি কৰা যায়? এতিয়া তাই অহাৰ সময় হ'লেই। মই পানী আনিবলৈ যাওঁ। এই বুলি ভাবি সি পানীৰ ঘাগৰী হাতত লৈ নদীৰ ফাললৈ গুচি গ'ল। মনটো তাৰ সেই চিন্তাতে মজি থাকিল। মই আহি পাওঁ-মানে তাই মধুৰী আম তুলি লৈ খাবলৈ আৰম্ভ কৰি দিব। মই অহা দেখিলেই তাই ভয় খাই যাব। তেতিয়া মই কম—“ভয় নকৰিবা, মই তোমাৰ কাৰণেই সেই কেইটা থৈ দিছোঁ।” তেতিয়া তাইৰ কিমান আনন্দ লাগিব! নাজানো তাই কি কব? ভাবৰ এনে খেলি-মেলিৰ মাজেৰে সি পানী লৈ আহি পালে। আহি দেখিলে কি? সেইদিনা কাম কৰিবলৈ ঘৈণীয়েক অহা নাই। আহিছে মাক। তাকে দেখি ভৰমা নিৰাশ হ'ল। ততোধিক তাৰ ভয় লাগিল। টুকুৰীৰ তলত থৈ দিয়া ফল-বোৰ চিম্মব্বাই দেখিছিল। বুদ্ধিত তাই পুতেকতকৈ কম নহয়! পুতেকৰ পৰিকল্পনা বঢ়িয়াকৈ বুজি পালে। খঙত তাইৰ চকু ৰঙা পৰি উঠিল। “ঘাগৰী লৈ পানী আনিবলৈ গৈছে? আহিব দে, কাণ মুচৰি শিকাম তাক আজি” বুলি ভাবি,—সি অহালৈ বাট চাই থাকিল। ভৰমাক দূৰত দেখা পায়েই তাই খঙেৰে সুধিলে -“মধুৰী আম তাত কোনে থৈছে?”

ভৰমাই একো নভবা নিচিন্তাকৈয়ে উলটি সুধিলে—“ক'ত? মইতো নাজানো!” মাতটো তাৰ কঁপিছিল।

“তই কেনেকৈ জানিবি? যি কৰিব খুজিছ কৰ। মই সেই পাগলীজনীৰ মুৰ খুৰাই দিয়াম।” মুখত যিহকে আহে তাকে তাই বকিবলৈ ধৰিলে। ভৰমাই এষাৰ কথাৰো উত্তৰ নিদিলে। বৰং মনতে সি ভাবিবলৈ ধৰিলে—“মোৰনো ইয়াত দোষ কি? যদি মই মোৰ পত্নীৰ লগত প্ৰেম-আচৰণ কৰোঁ তেনেহলে এওঁৰনো ক্ষতি কি? এনেকুৱাই যদি কথা তেনেহলেনো বিয়া কৰালোঁ কিয়?” সিদিনা তাৰ হৃদয়ত এটি বুজাব নোৱাৰা উদাসীনতাৰ ভাব বিয়পি পৰিল। সি নীৰবে থিয় হৈ থাকি হাতত ঘাঁহ এডাল লৈ তাকে টুকুৰা টুকুৰকৈ চিঙিবলৈ ধৰিলে। চিম্মব্বাৰ মুখত

যেনেকৈ গালি আৰম্ভ হৈছিল তেনেকৈয়ে চলি থাকিল। সি বৰ বেছি পৰলৈ মাকৰ সেই প্ৰলাপ শুনি থাকিবলৈ নোৱাৰিলে। অন্তৰত এটি আচৰিত দুখৰ সৃষ্টি হ'ল। তাৰপৰা আঁতৰি থাকিবলৈ মন গ'ল। এখোজ দুখোজকৈ সি গোহালীৰ ফাললৈ যাবলৈ ধৰিলে। গোহালিৰ দুৱাৰমুখলৈ গৈ সি অলপ সময় ৰ'ল। তেতিয়াও মাকৰ মুখ অবিৰত ভাৱে চালিয়ে থাকিল। ভৰমাই বুজিব নোৱাৰিলে—কি কৰা যায়। লাহেকৈ গৈ সি গাইজনীৰ ওচৰত থিয় দিলে। মন নকৰাকৈয়ে সি গাইজনীৰ কোমল গাটোত হাত ফুৰাবলৈ ধৰিলে। একেদৰে গাইজনীৰ ডিঙি-টোও পিহি দিলে সি। গাইজনীয়ে মুখখন ঘূৰাই আনি ভৰমাৰ কান্ধত ভৰ দি থলে। তাইৰ মুখখনতো হাত ফুৰালে ভৰমাই। তাৰ অন্তৰৰ আৱেগো উপচি উঠিল। হয়তো গাইজনীক এটি চুমা খাই দিবৰো মন গ'ল। তাৰ হাত দুখনেই যে তাৰ মনৰ ভাৱ প্ৰকাশ কৰি পেলাইছে ভৰমাৰ সেই চেতনা নাছিল। আজি তাৰ মনত এনে ভাৱনাৰ উদয় হৈছে কিয়? মাকৰ ওপৰত খং উঠিছে কিয়? সেইকথা সি বুজিব পৰা নাই কিয়? তাৰ এটি সহজ-আকাঙ্খ্যাৰ পৰিপূৰণত মাক বাধাস্বৰূপ হৈ থিয় দিছে কিয়? এইবিলাকৰ কোনোটো কথায়েই সি বুজিব পৰা নাছিল। এটি অব্যক্ত অথচ সুস্পষ্ট যন্ত্ৰণাই তাৰ অন্তৰখন থকা-সৰকা কৰিছিল। কেতিয়া যে সি গাইজনীক এৰি দূৰলৈ আঁতৰি গ'ল নাজানে। শৰীৰত সি একপ্ৰকাৰৰ এটি অস্থিৰতা অনুভৱ কৰিলে।

আনমনা ভাৱে ভৰমা গোহালীৰ এটি চুকলৈ গ'ল। তাত থকা কেঁচা ঘাঁহৰ ওপৰত বাগৰিবলৈ তাৰ ইচ্ছা হ'ল। সি বাগৰ দিলে। আৰু এঙামুৰি মাৰিবলৈ ধৰিলে। এনেতে গাইজনীয়ে হেম্বেলিয়ালে। তাকে শুনি পোৱালী এটি উঠিল আৰু গা-জোকাৰি খুটাত বান্ধি থোৱা পঘা চিঙি পেলাবলৈ টনাটনি লগালে। ভৰমাই গৰু ম'হক ঘাঁহ দি উঠি হাত ভৰি মেলি বহি পৰিল। চিম্মম্বাই ঘাঁহ দিওঁ বুলি ভিতৰলৈ আহি কৰ্কশ মাতেৰে কলে—"এনেকৈ ভূতে পোৱা মানুহৰ দৰে বহি আছে কিয়? গৰুক ঘাঁহ দে, সোৱা সেইটোক তাৰপৰা অঁতৰ কৰ। তিৰোতা মানুহে আৰু সদায় কিমান কৰিব?" এই বুলি গৰুৰ আগত ঘাঁহ কেইডালমান পেলাই দি চিম্মম্বা গাখীৰ খীৰাবলৈ বহি গ'ল। ভৰমাই উঠি হামি কাঢ়িলে আৰু এঙামুৰিও মাৰিলে। ম'হৰ ঠেঙৰ দোল খুলি দি সি বাহিৰলৈ গ'ল। চিম্মম্বাই গাখীৰ খীৰাই উঠি কলে—"ভৰমা গাখীৰ খাব খুজিছে যদি খাই ল। মই ঘৰলৈ যাওঁ। বোৱাৰীয়ে বা কি কি কাম কৰিছে নাজানো। তহঁতৰ সকলো কাম-কাজৰ কাৰণে ময়েহে মূৰ ঘমাব লগা হয়। তোৰ নাইবা তাইৰ চিন্তায়েবা কি? কাইলৈ মই মৰিলে নাজানো জীৱন কেনেকৈ চলাবি। তাই ভোৰ ভোৰাই গ'ল। ভৰমাই আনমনা হিচাপে ভিতৰলৈ গৈ গাখীৰ খালে। সিদিনা গাখীৰ খাই কিন্তু তাৰ ভাল নালাগিল।

চিম্মব্বা ঘৰলৈ যোৱাৰ পাছত সি ঘাঁহ কাটিবলৈ গ'ল। মনটো তাৰ উদ্বিগ্ন হৈ আছিল। মধুৰীআমৰ ডালে-ডালে ভাটো চৰাই আনন্দ মনেৰে উৰি ফুৰিছিল। মৃদু-মৃদু বতাহত কুঁহি কোমল পাতবোৰো নাচি আছিল। এই প্ৰাকৃতিক শোভাৰ মাজতো সি এটা অভাব, এটা অপূৰ্ণতা দেখা পালে। নৰাৰ বোজা মূৰত তুলি লৈ সি উঠি আহিব খোজোঁতেই কাঁইটিয়া লতাত তাৰ ভৰি মেৰ খাই গ'ল। যন্ত্ৰণাত উঃ কৈ উঠি সি সেইদাল কাঁচিৰে কাটিবলৈ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। মূৰৰ পৰা বোজাটো নমাই থৈ লতাদালৰ মেৰ মুকলি কৰি দি নৰাৰ বোজাটো গোহালীলৈ দাঙি লৈ গ'ল। আৰু ধুপুচকৈ পেলাই দিলে। তাৰ পাছত সি ঘৰলৈ বুলি খোজ ললে। চাৰি-ছয় খোজমান আগুৱাই গৈয়েই আকৌ সি উভতিল। বোজাটো খুলি গৰুৰ আগত নৰাবোৰ মেলি দিলে আৰু তাৰ পাছত গুচি গ'ল। তেতিয়া সূৰ্য্য ক্ৰমে ওপৰলৈ উঠি গৈ আছিল আৰু তাৰ উত্তাপো বাঢ়ি আছিল।

ভৰমা আহি ঘৰ পালে। ঘৰত চিম্মব্বাই বকাবকিথন কৰিয়ে আছিল। সি বাহিৰত থিয় হৈ থাকিয়েই শুনিবলৈ ধৰিলে।

"ইমানখিনি ডাঙৰ হৈছ। এইখিনিও জ্ঞান নাই তোৰ? বুদ্ধি-বৃত্তি গুচি গ'ল কেনি? খাবলৈ দিলে চাৰিখন ৰুটি কিন্তু তৎক্ষণাত খাই পেলাব! তোক জানো এতিয়াও কৈ থাকিব লাগিব? অনবৰত যদি চিঞৰিয়েই থাকিব লাগে তেনেহলে কাম হ'ব ক'ৰ পৰা? নিজৰ ঘৰ, নিজৰ গৃহস্থালী সেই কথালৈ মনোযোগ হব নালাগেনে বাৰু?"

ভিতৰৰপৰা হুৰন্নাই কোৱা শুনা গ'ল—"এতিয়ানো হ'ল কি? খাবলৈ দিয়াচোন!"

"এনেকৈয়েতো আপুনি তাইক মূৰত তুলি থৈছে। "মোৰ কইনা, মোৰ কইনা" বুলি সিতো ঘৈণীয়েকক মগজুত সুমুৱাই লৈছে। এতিয়া ঘৰ চলে কেনেকৈ? ঘৰৰ নীতি নিয়ম আদি শিকোৱাৰ প্ৰয়োজন নাই নেকি?"

"পিছলৈওতো দায়িত্ব আমাৰ মূৰৰ ওপৰতে থাকিব? নিজে নিজেনো কৰিব কেনেকৈ? যিমান দিনলৈ আমি আছোঁ সিমান দিনলৈ, কৰিব লগাটো কৰি থাকা।"

"হলেও কামবোৰতো ঠিকমতে হ'ব লাগে? এতিয়া পুৰোহিত বাপু আহিলে মই কি কৰিম? এখন ৰুটি বেলেগ কৈ থৈ দিলে তাইৰ কি বিপত্তি হ'ল-হেঁতেন?"

ভৰমাই গোটেই ঘটনাটো বুজি পালে। পিতাক বোধহয় খাবলৈ গৈছে। তাৰ ঘৈণীয়েকে ভগৱানৰ নামত ৰুটি বেলেগকৈ তুলি থৈ নিদিয়াকৈ পোনেই খাবলৈ দিছে। সেইবাবে ইমান বকাবকি চলিছে। সি লাহেকৈ ভিতৰলৈ গ'ল। চিম্মব্বাই আগৰ দৰেই কৈ থাকিল—"সেইটোও কথা নে? কব নোৱাৰো ই কেতিয়াবা

ঘৈণীয়েকৰ মুখখন দেখিছে নে নাই, তাৰ ভাৰিবে গচকি থব পাৰি। কাইলৈ সি গম পাব যেতিয়া তাই তাৰ বুকুত জাট পাৰি লৈ মুগ দলিবলৈ ধৰিব।"

ভৰমাই ব্যগ্রভাৱে সুধিলে—"হল কি?"

"হ'বনো কি? ঘৰৰ সকলো নীতি নিয়ম নিপাতে গ'ল। ঘৰ গৃহস্থালী নোহোৱা (অঘৰী) মানুহ হলো আমি। ভগৱানৰ নামত দিবলৈ যে বুটি বেলেগাই থ'ব লাগে তাকো নাজানেনে তাই?"

"এদিন পাহৰিলে। কিটোনো হব? আটাকে দি দিবা।"

ভৰমাই ইমানখিনি ক'বলৈহে পালে চিম্মব্বাই কাজিয়া কৰোঁ কৰোঁকৈ উঠিল। পুৱা সেই "মধুৰীআম দেখা" ঘটনাটোৰ বাবেই তাইৰ অন্তৰখন দক্‌দকাই আছিল। গতিকে এনে এটা সুযোগ পালে আৰু তাইক কি লাগে? "অ! মোৰ ল'ৰা এতিয়া মুখামুখিকৈ কথাৰ উত্তৰ দিব পৰা হ'ল? তাক এতিয়াতে শোনাব লাগিল।" মনতে ভাৱিলে তাই। মনৰ এই কাৰণবোৰেই তাইক কাজিয়া কৰিবলৈ উৎসাহ যোগালে। পিছত এখন ডাঙৰ কাজিয়া আৰম্ভ হ'ল। ঘৰত কাৰো একো খোৱা-বোৱা নহ'ল। তাৰক্কাই একো নোখোৱাকৈয়ে শহুৰেকৰ লগত কাম কৰিবলৈ পথাৰলৈ গুচি গ'ল। ভৰমা যেনে খোজেৰে আহিছিল তেনে খোজেৰেই উভতিল। চিম্মব্বা মুখ ওফন্দাই বহি থাকিল।

সিদিনাৰ দিনটো তেনেকৈয়ে পাৰ হ'ল। সন্ধিয়ালৈ সকলোকে এজন এজনকৈ মাতি মাতি খুওৱা মিলা কৰোঁতে কৰোঁতে অক্কাতায়ী তেনেই ভাগৰি পৰিল।

ভৰমাই তাৰক্কাক দিয়াৰ কাৰণে মধুৰীআম লুকুৱাই থোৱা; সেই কথাকে লৈ ঘৰত কাজিয়া লগা আৰু তাৰ ফলত সকলোৱে লঘোনে থাকিব লগা হোৱা ইত্যাদি সকলো কথা ওচৰ চুবুৰীয়াৰ জৰিয়তে দুই তিনিদিনৰ ভিতৰতে ৰত্নব্বাৰ কাণত পৰিল। কথাবোৰ শুনি একে সময়তে ৰত্নব্বাৰ যেনেকৈ খং উঠিল তেনেকৈ আনন্দও লাগিল। জোৱাঁয়েকৰ মনত তাৰক্কাক মধুৰীআম খাবলৈ দিয়াৰ ইচ্ছাটো জাগ্রত হৈছে; এয়েই ৰত্নব্বাৰ আনন্দৰ কাৰণ। জীয়েকৰ জীৱনৰ ভবিষ্যত সম্পৰ্কে মনত তাইৰ আশাৰ সঞ্চাৰ হ'ল। তাই ভাৱিলে—"এতিয়া জোৱাঁইৰ মন জয় কৰাটোহে কথা! যদি সি মোৰ জীৰ লগত অকলে থাকে তেনেহলে আনবোৰে যিমানে যি যত্ন নকৰক একো ফল নহয়। হে ভগৱান! ধৰ্ম্মৰাজ, দয়াকৰি ভৰমপ্পাক এইখিনি সুবুদ্ধি দিয়া। মই তোমাক পাঁচ টকাৰ ঘুগুৰা কিনি বান্ধি দিম"—বুলি কৈ ৰত্নব্বাই প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। পিছদিনা জোৱাঁয়েকক দিয়াৰ কাৰণে ঘৰত তাই লাৰু আৰু মিঠাই তৈয়াৰ কৰিলে। সিদিনাই দুপুৰীয়া পথাৰলৈ যোৱা বাটতে ভৰমা যোৱালৈ বাট চাই তাই ৰৈ থাকিল। সি অহা দেখা পাই তাই "ভৰমা" বুলি ডাঙৰকৈ মাত দিলে।

ভৰমাই তাক মতা শুনিলে, কিন্তু তথাপি নুশুনা ভাও জুৰি পাঁচ-ছয় খোজমান আগুৱাই গুচি গ'ল। শাহুৰেকে আগতে তাক এনেকৈ কোনোদিন

ডাঙৰকৈ মতা নাই। তেনেকৈ মাতিবলৈ হলে—আত্মীয়তাসূচক আচৰণৰ যিখিনি যোগ্যতা থকা উচিত সেইখিনি যোগ্যতা তাৰ ব্যৱহাৰত কোনোদিনে প্ৰকাশ পোৱা নাছিল। গতিকে সংচাকৈয়ে মাতিছে বা নাই? এনে এটা সন্দেহৰ ভাৱত সি গৈ থাকিল। এনেয়েই সি সংকুচিত স্বভাৱৰ ল'ৰা। এই সংকোচ স্বভাৱেই জানো তাৰ কাৰণে বাধা কাৰক নহয়? ৰত্নব্বা অলপ ৰ'ল। মনৰ মাজেৰে তাইৰ এটি নিৰাশাৰ ঢৌ বাগৰি গ'ল। তথাপি দ্বিতীয়বাৰ তাই মাতিলে। এইবাৰ ভৰমাই উভতি চালে। ৰত্নব্বাই চাৰিখোজমান আগুৱাই গৈ নম্ৰতা আৰু স্নেহেৰে ক'লে—"অলপ ঘৰলৈ আহিবানে বোপা?"

"এতিয়ানো কি কাম আছে? আন এসময়ত আহিম।"

"আকৌ বা কেতিয়া আহা,—এতিয়াই ব'লাচোন!"

ভৰমাৰ সংকুচিত স্বভাৱটো ৰত্নব্বাৰ কামত আহিল। ৰত্নাৰ পিছে পিছে ভৰমা তাইৰ ঘৰৰ ফালে যাবলৈ ধৰিলে। বাটতে চুবুৰীৰ এগৰাকী বুঢ়ীয়ে সিহঁত দুয়োটিকে গৈ থকা দেখি মাত দিলে—"বহুদিনৰ মূৰত দেখোন শাহুৱেৰৰ ঘৰলৈ, ভৰমা?"

তাৰ উত্তৰত ৰত্নব্বাই—"পথাৰলৈ বুলি গৈ আছিল। ময়ে মাতি আনিলোঁ। বোলোঁ, এওঁৰ কাৰণেই মিঠাই আনিছোঁ, খাই যোৱাহি।" বুলি ভৰমাক ভিতৰলৈ লৈ গ'ল, পীৰা-পাৰি বহিবলৈ দিলে আৰু এখন থালতকৈ চাৰিটা লাৰু আৰু চাৰিটা মিঠাই সাজি আনি আগত থলে।

ভৰমাই ক'লে—"ইমান কিয়? এতিয়াই খাই বৈ আহিছোঁ। ভোক নাই।"

ৰত্নব্বাই ক'লে—"খোৱাচোন খোৱা, কিটোনো বেছি?" অলপ বৈ তাই আকৌ ক'লে—'ঘৰত কিবা এটা বনালে তোমাক এৰি খাবলৈ মন নাযায়। মনটোৱে বাৰে বাৰে তোমাৰ ফালেহে টান খায়। পিছে কি কৰিম? তোমাৰ মাৰাই নুবুজে! সেই কাৰণে আমি তোমাক মাতি আনিবলৈ ভয় কৰোঁ। কিন্তু আজি মনে নামানিলে কাৰণে মাতিলোঁ।" ভৰমাৰ মনোভাৱ বুজিবৰ কাৰণেই কলে কথাখিনি ৰত্নব্বাই।

ভৰমাই নীৰৱে নিমাতে খাই থাকিল। এনে লাগিল, যেন তাৰ মন আন কিবা চিন্তাত মগ্ন হৈ আছে। ৰত্নব্বাই আকৌ কলে—"ছোৱালীজনীক তোমাৰ হাততে সপি দিছোঁ। বোপা, তোমাৰ বাহিৰেনো তাইৰ কোন আছে? তাইৰ যদি কিবা ভুল ভ্ৰান্তি হয় তেনেহলে সেইটো তুমিয়ে চম্ভালি লৈ যাব লাগিব।"

"চম্ভালাৰ কথা কিটো আছে? তেওঁৰ জানো মোক প্ৰয়োজন নাই?" কথাষাৰ কৈয়েই লাজৰ হেচাঁত সি ঠিক কৰিব নোৱাৰিলে পিচৰ বাক্যটো কেনেকৈ ক'ব। কিছুপৰ পিচতে চিন্তা কৰি সি ক'লে—"কিন্তু বুঢ়ীৰ বিবেচনাবোৰহে আন কিবা ধৰণৰ। এতিয়ানো তেওঁ বুজিবনে? ঘৰত সকলোৰে অশান্তি!"

—"ঠিকেই আছে। তেওঁকো চম্ভালিব লাগিব। তেওঁ তোমাৰ মাৰাহে? কিন্তু

তোমালোক দুয়ো যদি ইজনে সিজনৰ লগত ঠিকে থাকা তেন্তে তেওঁ ভোৰ-ভোৰাই থাকিলেও সেইটোৱে মোৰ ছোৱালীজনীৰ খয়-খতি কৰিব নোৱাৰে বুজিছা?" বুলি কৈ ৰত্নবাই ভিতৰৰপৰা আৰু দুটা লাৰু আনি তাৰ থালত দিলে।

ভৰমাই তেতিয়া অলপ মুকলিমুৰীয়াকৈ কথা ক'বলৈ ধৰিলে—"মই সকলো বুজি পাওঁ। কিন্তু কি কৰিব পাৰি বাৰু? মাই আমাৰ জীৱনটোক এনে অৱস্থাত পেলাইছে যে কেনেকৈ কি কৰোঁ-নকৰোঁৰ মাজত জট লাগি ৰৈছোঁ।............। কালি কি খন ঘটি গৈছে আপুনি শুনা নাই। নহবলগীয়া সকলো কথাৰে মূল হ'ল চাৰিটা মধুৰী আম—তাকে লৈয়েই কাজিয়া লাগিল। সন্ধিয়ালৈকে ওৰে দিনটো লঘোনে ভোকে বনবাস যেন হ'ল।"

"কোনো কথা নাই, যেতিয়ালৈকে ভাগ্যত দুখ থাকে তেতিয়ালৈকে তাক সহিবই লাগিব। পিছে, তুমি এতিয়া ডাঙৰ হৈছা। নিজে ভাবি চিন্তি যদি চলা তেনেহলে সকলো ঠিক হৈ যাব। এতিয়া তুমি আগৰ দৰে সৰু হৈ থকা নাই। আনৰ নাইবা মাৰাৰ কথা শুনিব নালাগে বুলি মই নকওঁ। কিন্তু তুমিতো এই কথা মানি লব লাগিব যে তোমালোক পতি-পত্নীহাল যি বন্ধনত বান্ধ খাইছা তাৰপৰা আৰু এই জন্মত এৰাএৰি নাই।" ৰত্নবাই অতি কোমলতাৰে কথাবোৰ ক'লে। তাই জানে এতিয়ালৈকে যি ঘটিছে সেই সকলোখিনিৰ বাবে জোৱাঁয়েকেই জগৰীয়া। লগতে তাই ইয়াকো বুজে যে তাৰ দোষৰ ফলাফলটো তাৰ গাত জাপি দিবলৈ হলেও এনে নম্ৰতাৰ প্ৰয়োজন যাতে কথাবোৰ তাৰ অসহনীয় হৈ নপৰে। নহলে সম্প্ৰতি সিহঁতৰ যি মনৰ মিল গঢ়ি উঠিবলৈ আৰম্ভ কৰিছে তাত আকৌ ফাঁট মেলিব। এই ভয়ো ৰত্নবাৰ মনৰ মাজত আছিল। গতিকে ততোধিক বিনীতভাৱে অনুনয়ৰ সুৰত ক'লে "মোৰ ছোৱালিজনীক যদি তুমি এখন ভৰিৰে লথিয়াইও দিয়া তথাপি তাই তোমাৰ আনখন ভৰি সাৱটি ধৰি তোমাৰ লগতে জীৱন কটাবলৈ সাজু হৈ থকা ছোৱালী—। মৰণ কাললৈকে তোমাৰ বাহিৰেনো তাইৰ কোনে আপোন আছে? তাই তোমাৰ পোহনীয়া কুকুৰণীৰ দৰে! তোমাক এৰি যাব কলৈ?"

শাহুৱেকৰ কথা শুনি ভৰমাৰ যেন চকু মুকলি হৈ গ'ল। আজিহে সি বুজিব পাৰিলে শাহুৱেকে তাক কিমান মৰম কৰে। মুহূৰ্ততে সি অনুভৱ কৰিলে যে আৰম্ভনিতেই সি ভীমম্পাৰ কথামতে চলি ভুল কৰিছে। সি তাৰ বন্ধুবান্ধৱে শহুৰেকৰ ঘৰলৈ অহা-যোৱা কৰা আৰু সুখে সন্তোষে কাল কটোৱাৰ বিষয়ে জানে। তেনেদৰে চলিবলৈ তাৰো ইচ্ছা হয়। কিন্তু মাকৰ নিষেধ তাৰ বাবে লক্ষণ-ৰেখা সদৃশ হৈ থকা কাৰণেই তাৰ সীমা পাৰ হবলৈ তাৰ সাহে নুকুলায়। সেই কাৰণেই দুখমনেৰে সি সেই জালত আজি পৰিমিত আৱদ্ধ হৈ আছে। ভৰমা খাই মেলি যাবলৈ ওলাল। তেতিয়া অশ্ৰুপূৰ্ণ নয়নেৰে ৰত্নবাই ক'লে—"আমাৰনো আৰু কোন আছে? তায়েই একেজনী মাথোন ছোৱালী, আৰু তুমিও আমাৰ ল'ৰাৰ নিচিনা।" গৈ গৈ পথাৰ পায় মানে ভৰমাৰ মনত সেই কথাষাৰেই অনবৰত ঘূৰি থাকিল।

সিদিনাই আবেলি কোনোবাই চিম্মব্বাক বাতৰি দিলে যে ভৰমাই জলপান খাবলৈ শাহ্নুৰেকৰ ঘৰলৈ গৈছিল। কথাটো শুনি চিম্মব্বাই পোনতে আচৰিত যেন হৈছিল। কিন্তু কেবাপ্ৰকাৰেও প্ৰশ্ন কৰি জানি ললে যে বাৰ্তাৰটো সঁচা। মনত অসন্তুষ্ট হলেও বাহিৰত সেইটো নেদেখুৱাই বাতৰি দিয়া তিৰোতাজনীৰ আগত ক'লে—"কোনো কথা নাই, ছাগলী বাহিৰত চৰে মানে অঘৰীৰেই লাভ।" তথাপিও তাইৰ মনত ভাৱনাৰ ধুমুহা ববলৈ ধৰিলে।—"ল'ৰাটো তালৈ গৈছে! ঠিক নাই এনেকৈ সি কিমানদিন অহা-যোৱা কৰিছে, কোনে জানে? মোৰ জানো পিছফালে চকু দুটা নাই? সেই কাৰণেহে সি কালি তেনেকৈ কথা কৈছিল? নহলে আজি পৰ্য্যন্ত উলটি সি এষাৰ উত্তৰ দিয়া নাছিল! বোধহয় শাহ্নুৰেকৰ লগাৰে পৰা তেনেকৈ কথা কবলৈ শিকিছে।" ভালেমান পৰলৈকে চিম্মব্বাই কি উপায় উলিয়াব পাৰি ভাবি থাকিল। শেষত নিজকে নিজে ভোৰভোৰালে—"অকল কাজিয়া কৰি থাকিলে সি সঠিক বাটলৈ নাহে।"

সন্ধিয়া চিম্মব্বাই খোৱাৰ বাবে "সজ্জিগে" (একপ্ৰকাৰৰ ৰন্ধা বস্তু) তৈয়াৰ কৰিলে। ভৰমা পথাৰৰ পৰা অহাৰ লগে লগে হাত ভৰি ধুবলৈ গৰমপানী যতনাই দিলে আৰু খাবলৈ মাতিলে। সি গৈ বহাৰ লগে লগে সমুখত বহি লৈ পাতত ঘিউ বাকি দি অতি মৰমসনা মাতেৰে ক'বলৈ ধৰিলে—"গাৱঁৰ মানুহবোৰ বৰ বেয়া বাচা! আমি যদি আমাৰ ঘৰত হাঁহি ধেমালিৰ মাজেৰে কাল কটাওঁ তেনেহলে সিহঁতে সহিব নোৱাৰে।"

ভৰমাৰ ভোক নাছিল। সি লাহে লাহে খাইছিল। চিম্মবাই কৈ গ'ল—"তই মোৰ একেটি পো। তোৰ ওপৰত আশা কৰিয়েই আমি চাৰিজন জীয়াই আছোঁ। কোনোবাই ক'ৰবাত কিবা খুৱাই মিলাই দিব, গতিকে কাৰো ঘৰতে তই একো নাখাবি।"

ভাৰমাই চিন্তা কৰি কৰি খাই থাকিল। মাকে আজি যে কিয় এনেবোৰ কথা কৈছে সি বুজি পালে। গতিকে মনে মনে অলপ ভয়ো খালে। মাকৰ আগত নিজৰ ইচ্ছা অনিচ্ছাৰ কথা প্ৰকাশ কৰাৰ নাইবা কিবা বুজোৱা মিলোৱাৰ সামৰ্থ্য তাৰ নাছিল। চিম্মব্বাই কৈয়েই থাকিল—"মনে মনে থাকিলি কিয়? ভুতে-চুতে লম্ভা নাইতো? মোৰ কথা বুজিছনে নাই?" খং উঠিছে ক্ষুণ্ণ হৈছে; এনে সুৰেৰে তাই ক'লে।

"বুজি পাইছোঁ।" ভৰমাই লাহেকৈ অথচ দৃঢ় স্বৰেৰে ক'লে।

মুখখন ঘুৰাই মাকে সুধিলে—"বুজি পাইছ, তেনেহলে কেলেই গৈছিলি আজি খাবলৈ? কিবা প্ৰকাৰে তাই তোৰ মগজুটোকে ওলট পালট কৰি পেলাব। তেতিয়া তই গৈ সিহঁতৰ দুৱাৰমুখত কুকুৰৰ দৰে নেজ জোকাৰি থাকিবিগৈ। নাজাননে সিহঁত মাক-জীয়েক হালেই তেনেকুৱা। তিৰি-স্বভাৱত সম্পূৰ্ণ কাজী—।"

এই কথা ভৰমাৰ সহ্য নহল। শাহ্নুৰেকৰ স্নেহপূৰ্ণ প্ৰেম-প্ৰতিমা তাৰ চকুৰ

আগত ওপাঙি আছিল।—"সেইবোৰ এৰা। তুমি যে এটা নহয় এটা কৈয়েই থাকা। কুহুমসৰ ৰোগীয়ে সকলো বস্তুকে হালধীয়াই দেখে। তোমাৰো তেনেধৰণৰ এটা বলিয়ালী আছে।"

ভৰমাই তেনেকৈ কৈ পেলালে। কিন্তু পিছত আকৌ ভাবিবলৈ ধৰিলে—"মাৰ আগত মই তেনেকৈ কথা ক'ব নালাগিছিল। তাকে লৈয়েই তেওঁ আকৌ কাজিয়া লগাব পাৰে—।" সি মাকৰ লগত কাজিয়া কৰিব নোখোজে—। কালি যিখন দ্বন্দ্ব লাগিছিল তাৰপৰা সৃষ্টি হোৱা তাৰ মনৰ অশান্তি—এতিয়াও শাম কটা নাই। মাথোন "এইবাৰ যদি কাজিয়া এখন নালাগে তেনেহলে আগলৈ আৰু কাজিয়া হবলৈ নিদিওঁ।" ইয়াকে মনত ভাবি সি জিভাতে কামোৰ এটা মাৰিলে।

"ভৈয়াই—ঐ—" কপালত চপৰিয়াই চিঞৰিবাই ক'লে— " এয়া মোৰ কপালৰ লিখন! তইনো কি কৰিবি? লবলৈ দিবলৈ তই মোৰ একেটি পো। জন্মৰে পৰা আজিলৈকে উলটি এষাৰ কথা কোৱা নাছিলি। আজি কবলৈ লৈছ। কোনে জানে তোৰ পেটত কিহে বাঁহ ললে?" এই বুলি মুখ ওফন্দাই চকুপানী মচি মচি কৰুণ সুৰেৰে সুধিলে— "দুপৰীয়াখন ফুচুলাই লৈ গৈছিল নহয় নে?"

ভৰমাৰ এনে সামৰ্থ্য নাছিল যে সি যি কোনো বিষয়ৰ দোষ-গুণ বিচাৰ কৰি কোনো এটা সিদ্ধান্তত গৈ উপনীত হব। সি তেনেই সহজ সৰল আছিল। সৰুৰে পৰা সি ঘৰৰ জ্যেষ্ঠসকলৰ ওপৰত নিৰ্ভৰ কৰি চলি আহিছিল। সেই কাৰণে মাকে কোৱা কথাৰ প্ৰভাব তাৰ ওপৰত বৰ বেছিকৈ পৰিল। এই পৰ্য্যন্ত শাহুৱেকৰ প্ৰতি যি সহানুভূতি তাৰ অন্তৰত জাগ্ৰত হৈছিল সেই সহানুভূতি উভতি মাকৰ প্ৰতি ধাৱিত হ'ল। মাক তাৰ জীৱনৰ আধাৰ-স্তম্ভ। সেই মাকৰ কৰুণ কন্ঠস্বৰ শুনি তাৰ অন্তৰ ভৰপূৰ হৈ উঠিল। শাহুৱেকে তাক ইমানদিনে বিচৰা নাছিল। আজিহে কিয় মাতি নি খুওৱা-বুওৱা কৰিলে? নালাগে বোলাতো কিয় দ্বিতীয়বাৰ আকৌ লাৰু আৰু থালত দি দিলে? মাকে কোৱাৰ দৰে আন কিবা মিহলাইতো তাক খুওৱা নাই? এনেদৰে শাহুৱেকৰ স্নেহ সম্পৰ্কত তাৰ মনত বিবিধ চিন্তাৰ উদয় হবলৈ ধৰিলে। এই নৱ-যৌৱনৰ প্ৰভাৱত তাৰক্কাৰ প্ৰতি তাৰ মনত যি স্বাভাৱিক আকৰ্ষণৰ উদ্ভৱ হৈছিল, শাহুৱেকে কিবা কিবি খুওৱাৰ ভয়ত, তাৰ মোহ কৰ্পূৰৰ দৰে উৰি গুচি গ'ল। গতিকে তাৰক্কাৰ প্ৰতি আকৰ্ষিত হোৱা মনটোক সি সযতনে বাধা দি ৰাখিবলৈ আৰম্ভ কৰিলে।

# 9

চাৰিমাহ মানৰপৰা হুৰেন্না শয্যাশায়ী হৈছে। চাৰিদিন যদি ভালে থাকে তেনেহলে আৰু চাৰিদিন বিচনাত পৰি থাকিব লাগে। অলপ অলপ কাহ। মাজতে জ্বৰ উঠে। হাত ভৰি ভাঙি যাওঁ ভাঙি যাওঁ লাগে। একো খাবলৈ মন নাযায়। এইদৰে লাহে লাহে হুৰেন্না দুৰ্ব্বল হৈ যাবলৈ ধৰিলে। দৰৱজাতি দি ঘূৰি ফুৰা গাৱঁলীয়া বেজ দুই তিনিজনৰ পৰা দৰৱ লৈও চালে। সিহঁতে দৰৱৰ আধাখিনি বেচ লৈ বাকী আধা বেমাৰ ভাল হোৱাৰ পিছত লৈ যাবহি বুলি কৈ গ'ল। কিন্তু সেই পইচা নিবলৈ কোনোদিনে নাহিল। গতিকে তাৰ খা-খবৰো একো কৰা নহ'ল। দিনক দিনে হুৰেন্না শুকাই খীণাই যাবলৈ ধৰিলে। কিন্তু তথাপিও মনৰ ধাউতি কেতিয়াকৈ পথাৰলৈ যাব পৰা হ'ব। কেতিয়াবা কেতিয়াবা তাৰ এনেবোৰ ভাবৰ উদয় হয়—"মোৰ জীৱনটোতো ভালেৰেই অতিবাহিত হ'ল। তথাপি নাতি-নাতিনীৰ মুখ দেখাৰ পিছতহে যদি ভগৱানে নিলেহেঁতেন তেনেহলে কিমান ভাল আছিল!" এই মনোভাৱ সি কেবাবাৰো প্ৰকাশ্যে মানুহৰ আগতে ব্যক্ত কৰিছিল।

মগদুম পৰিয়ালৰ ৰজ্জবাই হুৰেন্নাৰ এই আকাংখ্যাৰ বিষয়ে গম পালে। সেই কাৰণে তায়ো গিৰিয়েকৰ পিছত লাগিল। কলে—"যেতিয়া হুৰেন্নাৰ খবৰ লবলৈ যাব তেতিয়া এই কথা উত্থাপন কৰিব। ছোৱালীজনী লায়ক হবৰ চাৰি পাঁচ বছৰ হৈ গ'ল। এতিয়াও তাই নিষ্কলঙ্ক প্ৰদীপেৰ দৰে জ্বলি আছে। এতিয়াও তাইক গিৰিয়েকৰ লগত ঘৰ দিয়া নাই। আপুনি কিভাবে নাজানো। তিলমানো তাইৰ প্ৰতি আপোনাৰ মনোযোগ আছে নে? আপোনাৰ ভনীয়েকৰেই বা মতলবটোনো কি? তেওঁৰতো জন্ম আপোনাৰ ৰাশিতে। তেওঁনো নাজানেনে ছোৱালীজনীয়ে দিন কেনেকৈ কটাইছে? অতি কমেও আপুনি হুৰেন্নাৰ সাক্ষাততে বিষয়টো উত্থাপন কৰিবচোন!"

জীয়েকৰ কথা মল্লই চিন্তা নকৰা নহয়। কিন্তু এনে ধৰণৰ কথাবোৰ মুখ ফুটাই কবলৈ সি জানো তিৰোতা মানুহ?

এদিন সি হুৰেন্নাক চাবলৈ গ'ল। চিম্মম্বা ওচৰত নাছিল। সেই সুযোগৰ সদ্ব্যৱহাৰ কৰিয়েই মল্লই কলে—"তুমি দিনে দিনে দুৰ্ব্বল হৈ গৈ আছা। যদি তোমাৰ চকুৰ আগত নাতি-নাতিনীয়ে খেলি ধূলি থাকিলহেঁতেন তেনেহলে তুমি সোণকালেই আৰোগ্য লাভ কৰিলাহেঁতেন।"

হুৰেন্নাই কথাটোত হয়ভৰ দি কলে—"ল'ৰাৰ বিয়া হোৱাৰ পাঁচ ছয় বছৰ হৈ গ'ল। তাৰ লগৰবিলাকৰ এটা নাইবা দুটাকৈ ল'ৰা-ছোৱালীও হ'ল। আমাৰ ভাগ্যয়েই বেয়া।"

"ভাগ্যইনো কি কৰিলে?······বিচাৰিলে নো ল'ৰা-ছোৱালী নুপুজিবনে?"

এই কথাষাৰৰ অৰ্থ গমি চাই হুৰন্নাৰ বিষাদযুক্ত মুখত এটি ক্ষীণ হাঁহিৰ ৰেখা বিৰিঙি উঠিল। সেই হাঁহিৰ আঁৰত কিমান গভীৰ দুখ লুকাই আছিল তাক মাত্ৰ মল্লইহে বুজিব পাৰিলে। তাৰ মানে এইটো নহয় যে হুৰন্নাই মল্লই উত্থাপন কৰা কথাটো নুবুজে। কিন্তু তাৰ ঘৈণীয়েকে মানি নলয়। তাইক সেইটো মনাই লোৱাটোও সম্ভৱ নহয়। তদুপৰি শয্যাশায়ী হৈ পৰাৰ পিছৰে পৰা ঘৈণীয়েকৰ কথাৰ বিপৰীতে যোৱাটোৰ সামৰ্থ্যও নোহোৱা হৈ পৰিছে তাৰ। হুৰন্নাই কৈ গ'ল—"তাৰকা গৰ্ভৱতী হোৱা কথাষাৰ মোৰ কাণত পৰাৰ পিছত মই যদি মৰিও যাওঁ তথাপি মই সুখী হলোহেঁতেন কিন্তু তেওঁ······।"

হুৰন্নাই আৰু কিবা কলেহেঁতেন কিন্তু দুৱাৰৰ সিটোকাষে কথা-বতৰা শুনি ৰৈ থকা চিম্মব্বা তৎক্ষণাত সোমাই আহিল আৰু কলে—"মই কাল কটাইছোঁ কেনেকৈ আৰু তেওঁৰ মগজুটোৱে ভৰমি ফুৰিছে ক'ত? সোপাই পুৰি সাং হওক। আমিতো এনেয়েই মৰিছোঁ। মোৰতো দিনে নিশাই চকুত টোপনি নাই। এখেতৰ কিন্তু······।"

ঘৈণীয়েকৰ কথা শুনি হুৰন্নাই নিতাল মাৰিলে। মুখখন শেতাঁ পৰি গ'ল। মল্লৰ মুখৰ ভাবো গোমোঠা হৈ পৰিল। তথাপি সিওঁ ক'লে—"সেই বিষয়ত আমিও চিন্তিত। ঘৰখনলৈ দুৰ্যোগ আহিব নালাগে। সেই কাৰণেইতো কৈছোঁ যে ঘৰখনত নাতি-নাতিনী থাকিব লাগে।"

"হবতো, ল'ৰাছোৱালী! বাটৰপৰা বুটলি আনিমগৈ নেকি? এয়া দেখা নাই? এওঁ বিচনাতে পৰি আছে। ভঁৰালত জুই লাগিলে তাক নুমোৱাৰ কথা নাভাবি কোনোবাই তেতিয়া গুটি সিঁচা বতৰৰ বুজ লয় নে?"

কথা-বতৰাৰ তাতে ওৰ পৰিল। কিন্তু প্ৰসংগৰ অন্ত নপৰিল। দুপৰীয়া যেতিয়া পুতেক খাবলৈ আহিল তেতিয়া চিম্মব্বাই কলে—"আজি শহুৰেৰ আহি-ছিল তাৰীৰ বিষয়ে কবলৈ।"

ভৰমাই আচৰিত হৈ সুধিলে—"তেওঁৰ বিষয়ে? কি কবলৈ?"

—"জীয়েকৰ এতিয়াও ল'ৰা-ছোৱালী হোৱা নাই!"

মাজতে কৌতুহলেৰে ভৰমাই মাত দিলে—"কোনে কয়?"

"কোনেনো কব আৰু······" অলপ ৰৈ, "এওঁতো পাটীত পৰিয়েই আছে। কথালৈ তেওঁ কি মন দিব? কথা বতৰা নাই, যেতিয়াৰে পৰা এওঁ পাটীত পৰিছে তেতিয়াৰে পৰা তেওঁ ধৰি লৈছে যে যেন এই ঘৰখনো তেওঁৰেই হৈ গ'ল। আনন্দৰ প্ৰকোপত তোৰ শাহুৰেৰা ইমানখিনি মানলৈ ওপৰ উঠি গৈছে।" হাতেৰে দেখুৱাই চিম্মব্বাই ক'লে!

এই কথা শুনি ভৰমাৰ মনটো উদাস হৈ পৰিল। সি কলে—"আমাৰ পিতাদেউ নৰীয়াত পৰিছে, তাতনো তেওঁলোকৰ আনন্দ কিটো?"

"তই এতিয়াও সৰু হৈয়ে আছ। এতিয়াইনো বুজিছ কিমানখিনি? বুঢ়া-কতো সিজনে নিজৰফলীয়া কৰি লৈছেই। সদায়ে ধপাত হোপাৰ চেলু লৈ আহে আৰু কিবা নহয় কিবা মন্ত্ৰণা দি যায়।"

"কিয়?" ভৰমাই বুজি নাপাই সুধিলে।

"সকলো বুজিবি তই, মই কিয় কওঁ!—এতিয়াও গাখীৰ খোৱা কেচুৱা হৈয়ে আছ নে?" অলপ সময় বৈ "ইমানকে কওঁ যে তই সিহ'তৰ কথালৈ কাণ নিদিবি।" চিম্মব্বাই ৰহণ চৰাই কথাটো বৰ্ণালে।

"খোলাখুলিকৈ কোৱানা। এনেকৈ ক'লে বুজি পাওঁ কেনেকৈ?" ভৰমাই বিৰক্তি প্ৰকাশ কৰি কলে।

"বিচনালৈ পঠিয়াব লাগে।" বোলাতেই তাৰক্কা ভিতৰলৈ আহিল। গতিকে কথা সলাই ক'লে—"সকলোৱে দোষ মোৰ ওপৰতে জাপি দিয়ে। তোৰনো কি? ডাঙৰ হৈছ। ঘৰলৈ ঘৈণীয়েৰ আহিছে। বুঢ়ীক খাতিৰ কৰিবি কিয়?"

ভৰমাই খাই-বৈ বাহিৰলৈ গুচি গ'ল। এনে নহয় যে এই কথাৰ ভাৱাৰ্থ তাৰক্কাই বুজি নাপালে। খাললৈ জাবৰ পেলাবলৈ যোৱাৰ সময়তে তাই সুযোগ বুজি ক'লেগৈ—"মা আৰু পিতাইয়ে শহুৰ-দেউতাৰ খবৰ লবলৈ ঘনাই ঘনাই কিয় আহে?"

ৰত্নব্বা মনে মনে ৰ'ল। তাৰক্কাই আকৌ ক'লে—"আহি দুই চাৰি আষাৰ কথা কৈ গুচি নাযায়। কোনোবা নহলে কোনোবাই মোৰ প্ৰসংগ উলিয়াবই। এতিয়া কেলেই লাগিছে মোক সেই সুখ? কৰণৰ সময়ত যেতিয়া তেওঁ ৰভা-তলত খং দেখৱাই থিয় হৈছিল, তেতিয়াই জানিছিলোঁ যে মোৰ জীৱনত সুখ নাই। আপোনালোকে নিজৰ মাজত কিবা কথন মথন কৰি থাকিলে কি লাভ? ভাগ্যত যি লিখা আছে সি মিছা হয় জানো?"

ৰত্নব্বাৰ এনে লাগিল যেন বজ্ৰপাতহে হৈছে। তাই ভাৱিছিল যে গিৰিয়েকে হুৱন্নাৰ আগত কথা এষাৰ ক'লে মনোবাঞ্চা পূৰণ হব নিশ্চয়। কিন্তু তাৰ পৰিণাম স্বৰূপে জীয়েকৰ মুখেৰে যি কথা শুনিলে, শুনি হতাশ হ'ল। তাই চিন্তামগ্ন হ'ল। মনতে ভাৱিলে—"ছোৱালীজনীৰ সুখৰ বাবে যেতিয়াই কিবা এটা কৰোঁ, এনেকৈ ওলোটা ফল হয় কিয়? আৰু একো আপদ নাইতো? গণকক দক্ষিণা দি সুধি মেলি চাম নেকি?" কিন্তু জীয়েকৰ আগত তাই মনৰ কথা নক'লে।

এই চিন্তা ৰত্নব্বাৰ মনত যে এইবাবেই প্ৰথম জাগ্ৰত হৈছে তেনে নহয়। ইয়াৰ আগতেও তাই ভালেমান মণ্ডল চাওঁতাক (সাধু-সন্ত) সোধা-মিলা কৰিছে—। পইচাও খৰচ কৰিছে। যেতিয়াই কাৰোবাক পাইছে তেতিয়াই পইচা দি তাবিজ তৈয়াৰ কৰাই জীয়েকৰ গলত বান্ধি দিয়াইছে। কিন্তু চিম্মব্বাই তেনে তাবিজ দেখিলেই পুতেকক লগাই দি তাবিজ খুলি পেলোৱায়। দুই তিনিবাৰ তেনে

ঘটনা ঘটাৰ পিছত তাৰক্কাই তাবিজ আদি পিন্ধিবলৈ এৰিয়ে পেলাইছে। তাৰক্কাই বুজিছিল যে তাবিজ পিন্ধাৰ ফলত ভাল ফল হোৱাৰ সলনি, শাহুৰেকৰ মনত তাইৰ প্ৰতি ভাল ভাবৰ পৰিবৰ্ত্তে বক্ৰ মনোভাৱৰহে উদ্ভৱ হয়। কিন্তু ৰত্নব্বা তেনে যত্নৰ ফলাফলৰ বিষয়ত এতিয়াও নিৰাশ হোৱা নাছিল। তাই ওচৰৰে গাৱঁৰ গণকৰ ওচৰলৈ গৈ উপায় সুধিলে। গণকে কলে—"পিচচোতালত থকা "কৰেব্বা" দেৱীক তোমালোকৰ পূৰ্ব পুৰুষসকলে বছৰত এবাৰকৈ শাড়ী পিন্ধাই চাৰিসেৰ চাউলৰ ভোগেৰে পূজা কৰিছিল। সেই দেৱীৰ লেঠা লাগিছে তোমাৰ ছোৱালীৰ। তুমিও এতিয়া অমাবস্যাৰ ৰাতি ক'লা বৰণৰ শাড়ী পিন্ধাই দেৱীৰ পূজা এভাগ কৰা, তোমাৰ ছোৱালীৰ সুখ হব।" সেইমতে অমাৱস্যা ওচৰ চাপি অহাৰ লগে লগে বত্নব্বাই দেৱীৰ পূজাৰ আয়োজন কৰিলে।

তাকে দেখি সহজ সৰলভাৱে মল্লই কলে—"হুৱন্নাৰ বেমাৰ, চিম্মব্বাই নকলেই হয় যে, এনে সময়তে আমি পূজা পাতি আনন্দ কৰিছোঁ।" ৰত্নব্বাৰ সমুখত জীয়েকৰ মংগল চিন্তাৰ বাহিৰে আন একো কথা নাছিল। কিন্তু কোনো সান্ধু-সন্তই উক্ত বিষয়ে উল্লেখ নকৰা কাৰণে তাই পূজা কৰিবলৈ মনস্থ কৰিছিল। সেয়ে তাই ক'লে—"তাতেনো কি হল? তেওঁৰনো কিবা এদিনীয়া বেমাৰ নে? বেমাৰ হোৱাৰ পাঁচ-ছয়মাহ হৈ গৈছে। সেইবুলিয়ে তেওঁলোকে ঘৰত থাবলৈ ববলৈ এৰি দিছেনে? পোন্ধৰ কুৰিদিনমানৰ পৰা তেওঁ হাতত লাখুটি লৈ লৰি-চৰি ফুৰিব পৰা হৈছে। মই যদি পূজা কৰোঁ, তেওঁলোকৰ কি ক্ষতি?"

মল্ল নিমাতে ৰ'ল। ঘৰত দেৱীৰ পূজা আছে বুলি কৈ চাৰিদিনমানৰ বাবে তাৰক্কাক শাহুৰেকৰ ঘৰৰপৰা লৈ আহিল। তাৰক্কা মাকৰ ঘৰলৈ আহিয়ে এনাপুৰৰ পৰা মামীয়েক আৰু অনন্তক মাতি পঠিয়ালে। কিন্তু তেওঁলোকৰ কোনো নাহিল। জনালে যে চাৰি ছয়দিন মানলৈ ঘৰ এৰি অহাটো সম্ভৱ নহ'ব। অমা-ৱস্যাৰ দিনা পুৱাই আহি পাব।"

এদিন চিম্মব্বা পানী আনিবলৈ নদীলৈ যাওঁতে চাগলব্বা বুঢ়ীক লগ পালে। বুঢ়ীয়ে দুই এষাৰ কথা পতাৰ ইচ্ছাৰে মাত দিলে—"চিম্মা, পানী নিয়া কামটো জানো তোমাৰ?"

"তাই মহাৰাণী মাকৰ ঘৰলৈ গৈছে। আননো কোনে নিব? তাইৰনো কি? বিয়া হৈ আহি গাদীৰ ওপৰত বহি গৈছে। ঘৰ-দুৱাৰ চম্ভালোতে চম্ভালোতে মোৰ মূৰৰ চুলি সৰি শেষ হ'ল। ৰং-ধেমালি নকৰিলেই নচলে তাইৰ!" চিম্মব্বাই এইদৰে কোৱাৰ উদ্দেশ্য এয়েই যে বুঢ়ীয়ে যেন গৈ ৰত্নব্বাক সেই কথা শুনায়।

চাগলব্বাই চিম্মব্বাৰ কথাৰ প্ৰত্যুত্তৰ নিদি নিজে যি কম বুলি ভাবিছিল তাকে কবলৈ ধৰিলে—'নাজানো, এইবোৰ কি কৰে! আমাৰ শাস্ত্ৰত জানো এনে দেৱ-দেৱীৰ পূজাৰ কথা আছে? "ইল্লেব্বা" কৰেব্বা" এইবোৰ সঁচা মিছা দেৱ দেৱীৰ পূজা কৰিলেই জানো ছোৱালীৰ সংসাৰখন সুখিৰ হব?"

চিম্মম্বাই সকলো বুজিলে। তথাপি ওচৰ চাপি আহি অলপ কৌতুহলেৰে সুধিলে—"কাৰ সংসাৰ? কি কৰিব খুজিছে?"

"কাৰণো হব? তোমাৰ বোৱাৰীয়েৰাৰ। তাইৰ মুৰটো! তাইৰ সংসাৰখন সুথিৰ কৰিবৰ কাৰণেইতো তোমাৰ মিতিৰে দেৱীৰ পূজা কৰিবলৈ ওলাইছে। জানো, ক'ত সুধি আহিছে! ঠিকনা নাই ক'ৰ দেৱী। ৰাতি পূজা খায় ভূতৰ দৰে। খায়বা তাকো কেইভাগে? কৰিবলৈ দিয়া! দিনত নো হ'ব নোৱাৰেনে পূজা?" কৈ কৈ চাগলম্বা—যাবলৈ ধৰিলে।

চিম্মম্বাই এবাৰ ভাৱিলে যে ঘৰলৈ গৈ কথাটো গিৰিয়েকৰ আগত কোৱা উচিত। কিন্তু পিছ মুহূৰ্তে ভাৱ হ'ল—গিৰিয়েকে শুনিয়েই বা কি কৰিব?

অমাৱস্যাৰ দিনা পুৱাই ৰন্ধা বঢ়াৰ কাম আৰম্ভ কৰা হ'ল। সিদিনা দিনতে অনা পানী ৰান্ধনীশালত থোৱা হ'ল। ৰঙ্গম্বাই খৰধৰকৈ বজাৰৰ পৰা বয়-বস্তু তথা দেৱীৰ পূজাৰ বাবে প্ৰয়োজনীয় সামগ্ৰী আদি কিনি আনিলে। সিদিনা পাঁচসেৰ মানৰ জোখাৰে খাদ্য প্ৰস্তুত কৰা হ'ল। ওচৰ চুবুৰীয়া দুই তিনি গৰাকী তিৰোতা ৰন্ধা-বঢ়া কৰিবলৈ আহিল! তেওঁলোকে গা-পা ধুই শুদ্ধ কাপোৰ পিন্ধি ৰান্ধিব বাঢ়িব ধৰিলে। শাহুৱেকৰ ঘৰত কাম কৰি কৰি বেচেৰী ছোৱালীজনী শুকাই-উবাই আহিছিল। সেই কাৰণে ৰঙ্গম্বাই তাইক সেই কামৰ কাৰণে নক'লে। তাই ঘৰৰ সৰু সুৰা কাম কৰাতেই ব্যস্ত থাকিল। তাৰ মাজতো মাজে মাজে তাই বাৰে বাৰে বাহিৰলৈ গৈ গৈ যেন কোনোবা অহা নহালৈ অপেক্ষা কৰিবলৈ ধৰিলে। দিনটোৰ বেলা বাঢ়ি যোৱাৰ লগে লগে তাইৰ মনৰ ব্যগ্ৰতাও যেন বৃদ্ধি পাবলৈ ধৰিলে। অলপ সময়ৰ পিছত এখন গৰুগাড়ী আহি নঙলা মুখত ৰ'ল। তাৰক্কা লৰ মাৰি গৈ গাড়ীৰ ওচৰ পালে। গাড়ীৰ পৰা বয়-বস্তু নমাবৰ কাৰণে মল্লও গ'ল। গাড়ীত সুন্দৰম্বাক অকলে দেখি তাৰা নিৰাশ হ'ল আৰু সুধিলে—"অনন্ত অহা নাই?"

গাড়ীৰপৰা নামি আহি থাকোঁতে সুন্দৰম্বাই ক'লে—"তাৰ পৰীক্ষাৰ ওচৰ পাইছোঁহি। সেই কাৰণে অহা নাই অ' বাচা।"

তাৰক্কাৰ মুখখন মোলান পৰি গ'ল। তাই অনন্তৰ কাৰণেই বাট চাই আছিল। আশা সফল নোহোৱাত তাইৰ অন্তৰখন গধুৰ হৈ পৰিল।

সিদিনাই গধূলি মল্লই গৈ হুৱন্নাক ক'লে—"আজি গধূলি আমাৰ ঘৰত পূজা আছে। যি কোনো প্ৰকাৰে গৈ প্ৰসাদ লৈ আহিবা।"

"এইবোৰ লেন-দেন কিহৰ? এইবোৰ কিয়? মোৰ আৰু তোমাৰ ঘৰ দুখন কিবা বেলেগ বেলেগ ঘৰ নে? আন মানুহবোৰতো আহিবই" ধপাত হুপি, চিলিমটো আগুৱাই দি হুৱন্নাই ক'লে।

"বেছি একো খাব নালাগে। দালিভাতকে খাবা। অলপ জিভাৰ জুতিও সলনি হ'ব। লাহে লাহে লৈ গৈ খুৱাই পঠাম। বেছি দূৰলৈওতো যাব নালাগে!"

"ভাল কথা। চাওঁচোন! সকলো কাম কাজ আগতে সমাপন কৰি লোৱা।" এনেতে চিম্মব্বা বাহিৰৰপৰা আহি অলপ খঙেৰে ক'লে—"কলৈকো যোৱাৰ প্ৰয়োজন নাই। যাবই বা কিয়? গৌড়ৰ ঘৰে মাতিছে, সমাজৰ আন আন মানুহে মাতিছে। আজিলৈকে কলৈকো যোৱা হোৱা নাই। পৰহি গৌড় ডাঙৰীয়াই ইমান জোৰ কৰিলে তথাপি যোৱা নহ'ল। তেখেতে যথেষ্ট খোৱা বস্তু ঘৰলৈকে পঠিয়াই দিলে। মই তাকো খাবলৈ নিদিলোঁ।" সিহঁতৰ প্ৰতি কিমান মানুহৰ সম্ভাৱ সহানুভূতি আছে তাকে বুজাবলৈকেই তাই ইমানখিনি কথা ক'লে।

সেই কথা বুজিয়েই মল্লই ক'লে—"সেইটোনো কি কথা ভনীটি, যেতিয়া চাৰি ছয়জন লোকৰ লগত তোমালোকৰ চা-চিনাকি আছে তেতিয়া স্বাভাৱিকতে পঠিয়াবই। আমিও তোমালোকৰ বাবে খোৱা বস্তু পঠিয়াব পাৰিলোহেঁতেন। কিন্তু ভগৱানৰ প্ৰসাদ ঘৰৰ বাহিৰলৈ পঠিয়াব নাপায়। গতিকে তালৈ মাতি নি খুৱাব খুজিছোঁ।" ইয়াকে কৈ ঘৰৰ আটাইকে নিমন্ত্ৰণ জনাই হুৱন্নাক আকৌ এবাৰ যোৱাৰ কথা কৈ মল্ল ঘৰলৈ গুচি গ'ল।

মল্ল খোৱাৰ পিছত চিম্মব্বাই হুৱন্নাৰ আগত খং প্ৰকাশ কৰিলে—"কোনোবাই অলপ নিমন্ত্ৰণ যাচিলেই তৎক্ষণাত যাবলৈ সাজু হয়! যেন ঘৰত খাবলৈ নাপায়হে! আনৰ ঘৰত খাই আহি যদি ইয়াত বিচনাত পৰি থাকিব লগাত পৰে, তেনেহলে সেৱা কৰিবৰ কাৰণে মই ইয়াতে অসহায় হৈ বহি থাকিম বুলি ভাবিছে হবলা? আজি চাৰিমাহৰ পৰা আপোনাৰ আল পৈচান ধৰি লৰা-ঢপৰা কৰোঁতে কৰোঁতে মোৰ ভৰিৰ তলুৱা ক্ষয় গ'ল।"

হুৱন্নাৰ বিষাদপূৰ্ণ নয়ন লোতকেৰে ভৰপূৰ হ'ল। ক'লে—"আজি চাৰি-দিনমান হ'ল, ভালকৈ খোজ পেলাবই পৰা নাই। কাঁহ বাঢ়ি গৈছে। যদি ভাল পাওঁ খাই আহিম গৈ। পিছলৈ জানো মই খাবলৈ যাব পাৰিম? তোমাৰ মাৰাৰ ঘৰ যেতিয়া, তুমি আজি নগ'লেও কাইলৈ গৈ খাবা।"

"এৰাতো, মাৰ ঘৰ! সেইখনতো মোৰ শতৰুৰ ঘৰ হৈ পৰিছে। মই মৰিলেহে সিহঁতৰ জীয়েকজনী সুখী হব। তাইতো তাকে বাট চাই আছে। মাৰ ঘৰ বুলিবলৈ মোৰ সম্পৰ্কতো কোন কেতিয়াতে শেষ হৈছে।" এই বুলি কৈ চিম্মব্বাই আঙুলি ফুটাবলৈ ধৰিলে। "নাজানো কেতিয়া সেই ঘৰখনৰ চাকি বন্তিগছ নুমাল বুলি শুনিবলৈ পাম।" কথাষাৰ কৈ চিম্মব্বাই শাওপাত দিলে।

সূৰ্য্যাস্তৰ পৰলৈ খোৱামিলাৰ জোগাৰ হৈ উঠিল। মল্লই "কুৰুব্বা"ক ক'লা শাড়ী পিন্ধালে। কোলাত চাউল ঢালি দিলে। দেৱীৰ সমুখত কাপোৰ পাৰি দি সেই কাপোৰৰ ওপৰত ভাত আৰু *"হোলিগেৰে" থগি সাজি দিলে। নেমুটেঙা

* ('হোলিগে'=গুড় আৰু দালিৰে তৈয়াৰ কৰা এবিধ মিঠা খোৱা বস্তু। দেখাত পৰঠা যেন দেখি।)

দুটা দুফাল কৰি তাৰ দুয়োকাষে থলে। তাৰ পাছত ধূপ জ্বলাই নাৰিকল ভাঙিলে। ৰত্নবাই—"আইগোসানী মোৰ ছোৱালীজনীক উদ্ধাৰ কৰা, আমাৰ সকলো দায় দোষ মৰিষণ কৰা"—বুলি গুন-গুনাই উচ্চাৰণ কৰি প্ৰাৰ্থনা জনাই দেৱীক সেৱা কৰিলে। জীয়েকক মাতি আনি দণ্ডৱতে সেৱা কৰালে। মল্লইও দেৱীক সাংটাঙ্গে প্ৰণিপাত কৰিলে। মনে মনে সংকল্প কৰিলে—"অহা বছৰৰ ভিতৰত যদি জীজনীৰ ল'ৰা, ছোৱালী কিবা এটা জন্মে তেনেহলে তোমাক আৰু এবাৰ শাড়ী পিন্ধাই পূজা কৰিম।" তেতিয়া এন্ধাৰ নমাৰ পৰৰপৰা দুঘণ্টামান অতিবাহিত হৈ গৈছিল।

মল্লই চুবুৰীয়াল সকলক খোৱাৰ বাবে মাতি আনিবলৈ গ'ল। মতামানুহবোৰে খাই-বৈ উঠি যোৱাৰ পিছত মল্লই হুৰন্নাক মাতি নিলে। দুয়োজন খাবলৈ বহিল। হুৰন্নাৰ মুখৰ ৰুচি সলনি হৈছিল। গতিকে অলপ বেছিকৈয়ে খালে। খোৱাৰ সময়ত ক'লে—"কিনো হব? এদিনতো মৰিমেই! পাঁচ-ছয়মাহমান হ'ল গুড়ৰ মুখ আজিহে দেখিলোঁ। আজিহে খালোঁ।"

ৰত্নবাই হুৰন্নাক উৎসাহ যোগাই ক'লে—"একো নহয়। ভগৱানৰ প্ৰসাদহে। সকলো তেওঁৰ হাততে এৰি দিয়ক, সকলো ঠিক হৈ যাব।" ফলত হুৰন্নাই সাধাৰণতে দিনে যি পৰিমাণে খায় তাতকৈ অধিক খাই পেলালে।

ৰত্নবাই সিদিনা চিম্মম্বাকো নিমন্ত্ৰণ কৰিবলৈ গৈছিল আৰু বাউসীত ধৰি বৰ আগ্ৰহেৰে খাবলৈ আহিবলৈ অনুৰোধ কৰিছিল। কিন্তু তাই নাহিল। ক'লে—"গোটেই ঘৰখনৰ মানুহ খাবলৈ যাব লাগে কিয়? বিয়া বাৰুৰ কথাতো নহয়! শহুৰেক আৰু বোৱাৰীয়েক দুয়োজনেই দেখোন গৈছে।" চিম্মম্বাই ভৰমাক সিদিনা আন দিনাতকৈ সোনকালেই খুৱাই-বুৱাই পথাৰলৈ পঠিয়াই দিছিল। সিও খাবলৈ যোৱাৰ কাৰণে উৎসাহ দেখুওৱা নাছিল।

এমাহ আগৰপৰা হুৰন্না কোনোমতে চুঁচৰি বাগৰি চলি আছিল। কিন্তু কাতি-মহীয়া বৰষুণৰ বতৰত চেঁচা বতাহ লাগি আকৌ শয্যাশায়ী হব লগীয়া হ'ল। "মিতিৰৰ ঘৰলৈ গৈ খাইছিল নহয়! লগতে বেমাৰো কঢ়িয়াই আনিলে মই হাক দিয়াতো মোৰ কথা নুশুনিলে নহয়!" চিম্মম্বাই বাৰে বাৰে তাকে শুনাই যেন বিষহে ঢালিলে। তাই যে অকল হুৰন্নাক শুনায়েই নীৰৱে থাকিল সেইটো নহয়। বোৱাৰীয়েৰক শুনাইও কুৎচিত মন্তব্য কৰিলে—"নাজানো কি খুৱাই দিলে। এওঁ চাৰিদিন ভালে থকাটোও তহঁতৰ সহ্য নহ'লনে?"

যেতিয়াই তাৰকাই এই কুকথনা শুনে তেতিয়াই তাইৰ চকুৰপৰা পানী নোলোৱাকৈ নাথাকে। তাই দুখ মনেৰে সদায় ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায়—"হে আই, হে ভগবান, এই বদনাম মোৰ ওপৰতেই পৰিব। মোক ইয়াৰ পৰা উদ্ধাৰ কৰা। এবাৰ শহুৰ দেউতাক আৰোগ্য কৰি দিয়া।" কিন্তু এইবাৰ হুৰন্নাৰ লক্ষণৰ পৰা এনে নালাগিল যে সি এইবাৰৰ বাৰিষা কালটো অতিক্ৰম কৰিব পাৰিব।

যিমানে হুৱমাৰ বেমাৰ বেছি হবলৈ ধৰিলে সিমানে চিম্মৰবাৰ মনতো সংশয়ৰ উদয় হবলৈ ধৰিলে। তাইৰ মনত খেলাবলৈ ধৰিলে যে তাইৰ গিৰিয়েকক কোনোবাই কিবা কৰিছে। "তেওঁ যেতিয়ালৈকে আছে মই থিকেই চলিব পাৰিম। কিন্তু তেওঁ যেতিয়া নাথাকিব মোক চাব কোনে?" এনে চিন্তা মনলৈ আহিলেই সন্দেহৰ ভাৱটো তাইৰ আৰু বেছি দৃঢ় হৈ পৰে। গতিকে এদিন তাই গণকক সুধিবলৈ গ'ল। গণক জনৰ নাম আছিল দেৱেন্দ্ৰ। তেওঁ এইমাত্ৰ দুপৰীয়াৰ এঘুমতি মাৰি উঠিছিল। চিম্মৰবা গৈ তেওঁৰ দুৱাৰ দলিত উপস্থিত হওঁতেই হাঁহি মাৰি তেওঁ তাইক স্বাগত সম্ভাষণ জনালে।" আহা চিম্মৰবা, বহুদিনৰ মূৰকত ওল ালাহি।"

ভিতৰলৈ সোমাই গৈ থাকি চিম্মৰবাই কলে—"কাম থাকিলেহে গণকৰ ঘৰলৈ অহা হয়। নহয় জানো? নহলেনো কিয়? গৈ ভিতৰ চোতাল পাই আকৌ কলে—"অলপ, "পঞ্জিকাখন বাহিৰ কৰকচোন।"

দেৱেন্দ্ৰ গণকে ভিতৰৰ পৰা "পঞ্জিকা"ৰ* টোপোলাটো উলিয়াই আনিলে আৰু সেইটো সমুখত থৈ দি লগে লগে কিবা মন্ত্ৰ কিছুমান আওৰাবলৈ ধৰিলে। চিম্মৰবাই আগুৱাই গৈ দক্ষিণা আগবঢ়াই দিলে আৰু নমস্কাৰ এটা কৰি অলপ পিছুৱাই আহি ওচৰতে বহিল। অলপ পৰ ৰৈ গণক বাপুৱে বান্ধি থোৱা "পঞ্জিকা"ৰ টোপোলাটোৰ কাপোৰৰ গাঁথি খুলি থাকোঁতে কলে—"ভালকৈ বিচাৰ কৰি কব কিন্তু হাতযোৰ কৰিছোঁ। আমাৰ গিৰিহঁতে মগদুম পৰিয়ালৰ ঘৰত গৈ খাই-বৈ অহাৰ পিছৰে পৰা তেওঁৰ অসুখ বাঢ়ি গৈ আছে। অলপ গণি-পিতি কওকচোন, তেওঁক কোনোবাই কিবা খুওৱা নাইতো ?"

দেৱেন্দ্ৰ বাপুই সকলো কথা মনোযোগেৰে শুনিলে। তিনি চাৰিবাৰ মান কড়িৰ চাল মাৰিলে আৰু যোগ-বিয়োগ কৰি কিবা-কিবি গণি-পিতি চালে। শেষত চিম্মৰবাৰ হাতত, পৰি থকা বেতৰ বুকুতা এটুকুৰা দি সেই টুকুৰাটো তেওঁৰ হাতত থকা পুথিৰ পাতৰ মাজৰ যি কোনো এঠাইত সুমুৱাই দিবলৈ কলে । চিম্মৰবাই অতি শ্ৰদ্ধাৰে ভক্তিপূৰ্ণ মনোভাৱেৰে সেই টুকুৰাটো পুথিখনৰ এঠাইত থৈ দিলে। গণক বাপুৱে সেইখিনিতে পুথিখন মেলি চালে । কিছুপৰ ভাৱি চিন্তি চাই কলে—"কোনো এগৰাকী সধৱা তিৰোতাই কামটো কৰিছে।" চিম্মৰবাৰ আনন সঁচা বুলি প্ৰতীয়মান হ'ল। তাই বাপুৰ কথা শুনি মূৰ দুপিয়ালে। তাৰ পাছত লাহে লাহে সুধিলে—"ইয়াৰ কিবা প্ৰতিকাৰ আছেনে? কওকচোন।"

বাপু দেৱেন্দ্ৰই অলপ চিন্তা কৰি কপাল কোচাঁলে আৰু হাতৰ পৰা কড়িৰ চাল মাৰি ক'লে—"হব পাৰে। কিন্তু পইচা খৰচ কৰিব লাগিব ।"

---

* বাৰ, তিথি, নক্ষত্ৰ যোগ আৰু কৰণৰ নাম পঞ্চাঙ্গ। এই পঞ্চাঙ্গ সন্নিবিষ্ট গ্ৰন্থৰ নামেই পঞ্জিকা।

"খৰচৰ কাৰণে আপুনি নাভাবিব। যিমানে লাগক মই দিম। আপুনি ব্যৱস্থা কৰক।"

ব্যৱস্থা কি কৰিম? শাস্ত্ৰ অনুসাৰে গ্ৰহ-শান্তি কৰি দিম। আনৰ দৰে ক'লা শাড়ী পিন্ধোৱা দেৱীৰ পূজা কৰা, ৰাতি মানুহক মাতি ভোজ খুওৱা এইবোৰ মই নাজানো। পোণে পোণে "পদ্মাৱতীক" প্ৰতিষ্ঠা কৰি তাবিজ গঢ়াই দিম। সেইটো নি হুৱন্নাৰ সোঁবাহুত বান্ধি দিবা। কাম হৈ যাব।"

চিম্মব্বাই আকৌ এবাৰ হাত যোৰকৈ নিৱেদন জনালে—"তাকে কৰি দিবা বাপু; লাগিলে টকাটো, আধলিটো লৈ লবা।"

"তুমি কোনো চিন্তা নকৰিবা। মই সকলো ঠিক কৰি দিম। তোমাৰ "তেওঁৰ" হেৰফেৰ নহয়। তুমি পূজাৰ সামগ্ৰীখিনি ভৰাই লৈ গুচি আহিবা। যদি সেইটো সম্ভৱ নহয় তেনেহলে মোলৈ দুটকা চাৰি অনা পইছা দি পঠিয়াবা। মই সকলোখিনি কৰি' লম।"

"টকা দি যাওঁ ব'বা।" বুলি চিম্মম্বা উঠি থিয় হ'ল। এনেতে ভিতৰৰ পৰা দেৱেন্দ্ৰ বাপুৰ ঘৈণীয়েকে মাত দিলে—"আহা চিম্মা বাইদেউ, ভিতৰলৈ আহা।"

"যাওঁ দিয়া গধূলি হৈ গ'ল।"

"হবলৈ দিয়া। এতিয়ানো কি? ঘৰত বোৱাৰী আছে, কৰিব লগাখিনি কৰি থাকিব।" জোকোৱাৰ সুৰত কথাষাৰ ক'লে বাপুৰ ঘৈণীয়েক মৰুদেৱীয়ে।

ভিতৰলৈ খোজ লৈ গৈ থাকোঁতে চিম্মব্বাই কৈ গ'ল—"হয় হয়......ঘৰৰ কাম বোৱাৰীয়ে চোৱাচিতা কৰিবহে! নকলে, নিজে নিজে কোনোৱে একো কাম নকৰে। তাইক কোৱাতকৈ নিজেই কৰি পেলোৱা ভাল।"

"আৰুনো কি? আজি-কালিৰ ছোৱালীয়ে কৰেই বা কিটো? মইনো এচৰে-পাজৰে বোৱাৰীবোৰক দেখা নাই নে? নিজৰজনীৰ কথানো কি ক'বা?"

"সকলো একেই। আমাৰোতো ভাগ্যত থাকিব লাগিব?" চিম্মাই কথাৰ মাজতে নিজৰ মন্তব্য দিলে।

মৰুদেৱীয়ে গালত আঙুলিৰে হেঁচি ধৰি আচৰিত হোৱাৰ দৰে কলে—"হয় নে? হেৰা পাগলী, তুমিও সেই তাহানিৰ পুৰণিকলীয়া তিৰোতাৰ দৰে জানা নো কিটো? মাত্ৰ কোৱা, "কপালত নাই।" এই বুলি অলপ বৈ ক'লে—"বাৰু চিম্মা, তোমাৰ মিতিৰ ঘৰৰ বাবে গণৎকাৰ পণ্ডিত আৰু গাৰঁত নোহোৱা হ'লনে কিবা, যে আন গাঁৱলৈ গৈ পূজাৰ বিষয়ে সোধা-পুচা কৰিলে? এনেনো কি কথাটো হৈছে তোমাৰ বোৱাৰীৰ?"

চিম্মব্বাই কিবা কব খুজিছিলহে, মৰুদেৱীয়ে আকৌ ক'লে—"যি কৰিবলগীয়া আছিল তেওঁলোকেতো কৰিলেই। কিন্তু গাঁৱৰ কোনো পণ্ডিতকো থাবলৈ মাতিব নালাগিছিল?" এইবুলি হাতৰ আঙুলি ফুটাই কলে—"দোভাগ নিশাখন আমিওনো ক'ত গলোহেঁতেন! মোৰ গিৰিহঁতে আকৌ দিনটো শেষ

হোৱাৰ পিছত পানী এটুপিও মুখত নিদিয়ে।" কথাখিনি তেওঁ এই কাৰণেই কলে যে, যেন চিম্মাৰ মনত ধাৰণা নহয়—মগদুম পৰিয়ালে খাবলৈ নিমন্ত্ৰণ নকৰা কাৰণে তাইৰ মনত ক্ষোভ আছে।

'তোমালোকক মাতা নাছিল ?" মুখ খুলি অলপ থমকি বৈ অলপ গৰ্ব্বেৰে চিম্মাব্বাই ক'লে "মই নিজে নগলোঁৱেই। তিনি চাৰিবাৰ মান মাতি নিবলৈ আহিছিল।"

মৰুদেৱীয়ে কলে—"নগলা ?······ভালেই কৰিলা। বাদ দিয়া, যিবিলাকে খাবলৈ গৈছিল তেওঁলোকৰনো কি সুখটো হ'ল ?"

# 10

হুৱন্নাৰ অন্তিম সংস্কাৰ কৰি মানুহবোৰ এইমাত্ৰ উভতি আহিছে। ৰাতি-পুৱা সময় কাৰণে ভালেমান মানুহ সংস্কাৰ কালত গোট খাইছিলহি। ভৰমাই উচুপি উচুপি কান্দি আছিল। মল্লই তাক বাহুত ধৰি লাহেকৈ ঘৰৰ ভিতৰলৈ লৈ আহিল। শ্মশানলৈ নিয়াৰ আগতে হুৱন্নাক যিখিনি ঠাইত শুৱাই থোৱা হৈছিল সেই ঠাইখিনি গোবৰেৰে লিপি-পুচি পেলোৱা হ'ল। এটা ঘাগৰিতকৈ এঘাগৰি পানী সেই ঠাইত থৈ দিলে। অন্তিম-সংস্কাৰৰ উদ্দেশ্যে যিবিলাক মানুহ শ্মশানলৈ গৈছিল সেই সকলোৱে লগত লৈ অহা শিলৰ টুকুৰা আৰু কুশবোৰ সেই পানীৰ ঘাগৰিটোত সুমুৱাই দি নিজ নিজ ঘৰলৈ গুচি গ'ল। বাৰাণ্ডাত চিম্মব্বা বহি আছিল। তাইৰ ওচৰতে, তাইৰ গাত ধৰি বহি আছিল ৰত্নব্বা। ওচৰতে এটা চুকত তাৰক্কা! অক্কাতায়ী কুমাৰী ছোৱালী কাৰণে তাইৰ গাত অশৌচ নাছিল। গতিকে তাই ঘৰৰ ভিতৰ ভাগত বহিছিল। ওচৰ চুবুৰীয়া দুই এগৰাকী তিৰোতাই ঘৰৰ কাম-কাজ চোৱা চিন্তা কৰিছিল। মানুহ ঘৰক চোৱা-চিন্তা কৰাৰ উদ্দেশ্যে তেওঁলোক তালৈকে আহিছিল।

ভৰমা অহাৰ লগে লগে চিম্মব্বাই চিঞৰি উঠিল—"পুৰি থৈ আহিল তাৰ বাপেকক, মোৰ পুতাই ঐ, অ' মোৰ গোঁসাই ঐ মোৰ শিৰৰ সেন্দুৰ মুচি পেলালে, মোৰ শাখা ভাঙি পেলালে, মোৰ গহনা, মোৰ আনন্দ মোৰ সাজ-পাৰ কলৈ গুচি গ'ল ঐ !" অলপ বৈ উশাহ এটা লৈ—"হে প্ৰভু, তুমি মোৰ কি গতি কৰিলা ? আই ঔ, আই, ওহোঃ।" বুলি চিম্মব্বাই হায়ে-বিয়েকৈ কান্দিবলৈ ধৰিলে। ৰত্নাব্বাই তাইক সাৱটি ধৰি চকুপানী টুকি টুকি সান্ত্বনা দি ক'লে—"এতিয়া মুখেৰে

লবলৈ নামটোহে বাকী ৰ'ল। তোমাৰ স্বামী আৰু আহিব ক'ৰপৰা? তোমাৰ আনন্দ, তোমাৰ ৰাজপাট তেওঁৰ লগতে আছিল, তেওঁৰ লগতে গ'ল। এতিয়া পাবা ক'ত? আমি লগে-ভাগে কন্দাকটা কৰিলেও আৰু নাহে। তেওঁ এনে ঠাইলৈ গুচি গৈছে য'ৰপৰা কোনোদিনে কোনো উভতি নাহে।"

"আই ঔ! গুচি গ'ল মোৰ গোসাঁই! আই ঔ? গোসাঁই মোৰ; আই ঔ!"

ভিতৰৰ ফালৰ পৰা ওলাই অহা এগৰাকী জাঁকে সান্ত্বনা দি ক'লে—"তেওঁতো গুচি গৈছে! তাতো তেওঁৰ আৱশ্যক হৈছে; গুচি গৈছে। যাৰ প্ৰয়োজন ইয়াত নাই, তাতো নাই, তেওঁৰ কাৰণে মৰনো নাই।"

ৰত্নবাই "এৰা, ইয়াত বিয়েক সকলোকে লাগিছিল। তথাপি ঈশ্বৰে আৰু চাৰিদিনৰ বাবেও তেওঁক নাৰাখিলে" বুলি কৈ মূৰত থপৰিয়াই থপৰিয়াই ক'লে—"বোৱাৰীয়েক গৰ্ভৱতী হোৱা বুলি এবাৰ মাত্ৰ শুনিবলৈ আশা কৰি কৰিয়েই মৰিল তেওঁ।"

চিম্মন্বাই ৰত্নবাতকৈও ডাঙৰকৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। সেই ঠাইতে ওচৰত বহি থকা তাৰক্কাইও ফেঁকুৰি ফেঁকুৰি কান্দি আছিল। এওঁলোকৰ দৰে তাই চিঞৰি চিঞৰি কন্দা নাছিল। গতিকে তাইৰ প্ৰতি মানুহৰ দৃষ্টি আকৰ্ষিত হোৱা নাছিল। খবৰ লবলৈ অহা সকলোৱে চিম্মন্বাৰ ওচৰলৈ গৈ তাইকহে সান্ত্বনা যাচিছিল। দেৱেন্দ্ৰ বাপুৰ ঘৈণীয়েক আহি তাৰক্কাৰ ওচৰলৈ গৈ বুজালে—"নাকান্দিবা। ঈশ্বৰে যি কৰে মংগলৰ বাবেই কৰে।"

তাৰক্কাই মুখেৰে নামাতি ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে। কি প্ৰত্যুত্তৰ দিব, তাই ভাবি নাপালে। ইমানেই তাই শোকাকুল হৈ আছিল! কিন্তু চিম্মন্বাই তাৰ অৰ্থ আন ধৰণে লৈ ক'লে—"তাই যিহকে বিচাৰিছিল সেয়ে হৈছে বাইদেউ! ইহঁতে তেওঁক কিবা খুৱাইছিল। মোৰ হাত-ভৰি দুয়োখন কটা গ'ল।" কথাখিনি কৈয়েই তাই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। ৰত্নবা অপ্ৰস্তুত হ'ল। তাই চিম্মন্বাক কেনেকৈ সান্ত্বনা দিব কিছুপৰ ভাবিব লগীয়া হ'ল। তাইৰ ধাৰণা হ'ল যে, তাৰক্কাই কন্দা-কটা নকৰা কাৰণেই চিম্মন্বাই তেনেকৈ অভিযোগ কৰিছে। অলপ পিচত তাৰক্কাৰ ওচৰলৈ গৈ তাইৰ থুতুৰিত ধৰি মুখখন তুলি ধৰি ৰত্নাই ক'বলৈ ধৰিলে—"এতিয়া আৰু তোৰ শহুৰেৰ আহিব কৰ পৰা? তাৰা বুলি তোক মাতিব কোনে? এতিয়াৰ পৰা তই দিনে কাৰ বিচনা-পাতি পাৰি দিবি?" কেনেকৈ কান্দি শোকৰ অনুভূতি প্ৰকাশ কৰিব লাগে তাৰে পাঠ পঢ়ুৱাবলৈ যত্ন কৰিলে ৰত্নাই। তাকে দেখি কেইজনীমান তিৰোতা তাইৰ কাষলৈও গ'ল।

দুপৰীয়া হ'ল। চুবুৰীয়া সকলে দৈ লৈ আহিল আৰু ইহঁতক খুৱাবলৈ মাতি নিলে। সেই সময়ত আকৌ কান্দোনৰ ৰোল চৰিল। হাতত ধৰি সিহঁতক তুলি নিবলগীয়া হ'ল। বেলা বঢ়াত অহা-যোৱা কৰা মানুহৰ সংখ্যা কমিল। গৰু-গাইৰ দানা পানীৰ ব্যৱস্থাৰ কাৰণে ৰত্নবা ঘৰলৈ গ'ল। যাওঁতে বাটত দেৱেন্দ্ৰ বাপুৰ

ঘৈণীয়েকক লগ পালে। তেওঁ ৰত্নব্বাক সুধিলে—"এতিয়া ঘৰলৈ যোৱা?" "এৰা, পুৱাই আহিছিলোঁ। তেওঁ, ঘৰলৈ যাব নোৱাৰিলে। ময়ে গৈ চাকৰ-বাকৰক গৰু-গাইক দানা-পানী দিবলৈ কৈ আহোঁ।"

এনেতে সিফালৰপৰা চাগলব্বা আহি পালে আৰু মাত দিলে—"এৰা কামতো কৰিবই লাগিব। মৰাজন মৰি গ'ল। পিছত ৰৈ যোৱা বিলাকতো মৰিব নোৱাৰে! যেনেকৈয়ে হওক জীৱনটো চলাই নিব লাগিব।"

ৰত্নব্বাই ক'লে—"ল'ৰাটি এতিয়াও সৰু হৈ আছে। যি কি নহওক বাপেকটো বিচনাত বহি আছিল, এটা সহায় বুলিবলৈতো আছিল।"

"সেইটোতো ঠিকেই। পিছে কি কৰিবা। কৰ্ম্মফলটো ভুগিবই লাগিব। দেৱলোকৰ ইন্দ্ৰ আৰু চন্দ্ৰকো কৰ্ম্মফলে ৰেহাই দিয়া নাই। আমি প্ৰাণীবোৰনো কোনকুটা?"

চাগলব্বাক কথাৰ মাজতে বাধা দি মৰুদেৱীয়ে ক'লে—"পিছত পৰি থকা বিলাকৰ একো নহয় যেনে-তেনে চলি যায়। কিন্তু যিজন গ'ল তেওঁৰ কথানো কি ক'বা? বেচেৰাই ইমান দিন কষ্ট কৰি কৰি বুঢ়া হ'ল। এতিয়া বহি সুখেৰে খোৱাৰ সময় হওঁতেই প্ৰভুৰে লৈ গ'ল।"

ৰত্নব্বাই চকুপানী বোৱাই বোৱাই ক'লে—"ভগৱানৰ ডাক আহিলে কোনে কি কৰিব পাৰে?"

"কেনে বিশুদ্ধ গাখীৰ যেন মানুহ আছিল! এতিয়া অলপ চলি-ফুৰি ফুৰিব পৰা হৈছিল, লাঠিদাল লৈ মন্দিৰলৈ আহিছিল, পাঠ শুনিছিল। চিম্মব্বা বেচেৰীৰ কপালতেই হ'বলগীয়া আছিল। তাই মৰি গলেনো কি বেয়া আছিল? এতিয়া মিছাতে এটা গলগ্ৰহ হৈ ৰৈ গ'ল।"

দীঘলকৈ উশাহ এটি লৈ ৰত্নব্বাই "কিহৰ ভাগ কোনে পায়? বুলি কৈ ঘৰ অভিমুখে যাবলৈ ধৰিলে।

সিদিনাৰ দুখৰ দিনটো কোনোমতে পাৰ হ'ল। পিছ দিনা অস্থি ভস্ম অনা আদি নিয়ম-কাৰণো সমাপ্ত হ'ল। দুঃখ কিছু পাতলিল। ভৰমাৰ মনটো অলপ সুস্থিৰ হ'ল। চিম্মব্বাই উচুপি উচুপি থাকিও নিজৰ আৱশ্যকীয় কাম-কাজ কৰিবলৈ ধৰিলে। দুই চাৰিদিন পাৰ হৈ যোৱাৰ পিছত ওপৰোক্ত কথা-বাৰ্ত্তাৰ বিষয়ে তাইৰ কাণত পৰিল। তাই পুতেকক মাতি-আনি কলে "চা ভৰমা, মোৰ কথা তই মিছা বুলি নাভাবিবি। সিহঁতে কিবা কৰিছিল। তোৰ শাহুৱেৰাই মোকো কিবা কৰিবলৈ বিচাৰে!"

"অতি কমেও এতিয়া কেইদিন মানলৈ এইবোৰ কথা এৰি পেলোৱা চোন! এতিয়া তেওঁলোকৰ বাহিৰেনো আমাৰ কোন আছে?" বেজাৰেৰে ভৰমাই ক'লে।

"কেনে কথা কৰ? তোৰ শাহুৱেৰাই খোলা-খুলিকৈ মানুহৰ আগত কৈছে।

সেইবোৰ কথা পাহৰি তই সিহঁতক আমাৰ সহায় বুলি কব খোজ ? তইনো সিহঁতৰ কাৰণে পৰি মৰ কিয় ?"

"মা, তেওঁলোকে মোক মাৰিলেনো কি পাব ? তেওঁলোকৰ জানো ল'ৰা-ছোৱালী এগাল আছে !"

"যা তয়ো গৈ সিহঁতৰ লগতে থাক। ঘৰ এৰি নাযাবনো কিয় ? মইতো সিহঁতৰ লগত মিলি থাকিব নোৱাৰোঁ !" খঙতে তেনেকৈ চিঞৰি চিঞৰি চিম্মব্বাই কবলৈ ধৰিলে—"এতিয়া তইনো মোৰ কোন ? সকলোৱে মোক ভৰিৰ ধূলি যেন ভাবিছে। মোৰ গোঁসাইজন গুচি গৈছে। আই ঔ, মোৰ গোঁসাই, এতিয়া মই তোমাক ক'ৰপৰা লৈ আহিম ? এইখন ঘৰত মই কেনেকৈ থাকিম ? আই ঔ মাই !"

ঘেঁহুৰ দৰ-ভাও সুধি-পুচি বাহিৰৰপৰা অহা মল্লই ভিতৰ সোমাই আহি চিম্মব্বাক ধমকিৰ সুৰত মনে মনে থাকিবলৈ কৈ, ক'লে,—"হৈছে আৰু, মনে মনে থাকা কি হৈছে তোৰ ? ঘৰখনত গোটেইখনৰ মালিক দেখোন তয়েই ? সকলোৱে জানে। মনে মনে বহি থাক। সকলো তোৰ। পুতেৰ আছে, কামকৰিবলৈ বোৱাৰীয়ে আছে, সিহঁতক চোৱা-চিন্তা কৰি কাল কটাই দে।" ভৰমা বহিৰলৈ ওলাই আহি সুধিলে "ঘেঁহুৰ দাম সুধিলেনে ?"

"ঘেঁহুৰ দাম সুধিছোঁ। বসব্বাই তিনি বুলি কৈছে। গুড়-চাউল আদি সকলো তাৰ পৰাই ললে অলপ কমত দিব।"

"হ'ব তেন্তে" আকৌ মাকলৈ উভতি চাই "মা ঘেঁহু কিমান কিনিম ? সকলো মানুহকে খুৱাব লাগিব নহয় ?" অলপ লাহে লাহে ভৰমাই চিম্মব্বাক সুধিলে।

চিম্মব্বাই কৰ্কশ সুৰত কলে "মোক কেলেই জুৱলাই মাৰ। মোমায়েৰা আছে নহয় ? তেওঁ সকলো জানে। তেওঁক সুধিয়েই সকলো কৰ।"

কথাষাৰে ভৰমাৰ মনত আঘাত দিলে। সি একো নামাতিলে। মল্লই নিজেই ভনীয়েকক ক'লে– "গাঁৱৰ সকলো মানুহ আহে যদি এবস্তা লাগিবই। তাকে জাতি ফুঁকি ভাজিবলৈ দে।"

"মইনো তোমাকতকৈ বেছি পাকৈতনে। তুমি যেনে ভাল দেখা কৰা।" এই বুলি অলপ বৈ চিম্মব্বাই বিলাপ কৰিবলৈ ধৰিলে, "হে ভগৱান, তেওঁক লৈ গৈ তুমি মোক কিয় এনে দিন দেখুৱালা ?"

হুৱন্না ঢুকোৱাৰ পিছত কিছুদিনলৈ মল্ল ভনীয়েকৰ ঘৰতেই থাকিল কাৰণ সংসাৰৰ আও-ভাও সম্পৰ্কে ভাৰমাৰ একো জ্ঞান হৈ উঠা নাছিল। মল্লই ভাবিছিল যে বিয়ৈয়েকৰ সকাম-নিকাম কৰাই উঠি ঘৰলৈ যাব। তাৰ কাৰণে কোনো অসুবিধাও নাছিল। ইয়াৰ উপৰিও হুৱন্না গাঁৱৰ এজন সকলোৰে প্ৰিয় মানুহ আছিল। গতিকে তেওঁৰ নাম অনুসাৰে সকাম হোৱাটোও উচিত। অসুবিধাও একো নাই। ঘৰত

ঈশ্বৰে দিয়া টকা-পইচাও যথেষ্ট আছে। সকলোবোৰ চিম্মব্বাৰ হাতত অৰ্পি দিয়েই হুৰন্নাই প্ৰাণ ত্যাগ কৰিছে। মল্লই ভাবিলে যে বৰ্ত্তমানে যেনেকৈয়ে হওক ধাৰে-ঋণে কাম চলাই নিব লাগিব। পিছত চিম্মব্বায়েই ধাৰ মাৰিব। এই মনোভাৱ জোৱাঁয়েকৰ আগত মল্লই প্ৰকাশো কৰিছিল।

আজি-কালি ঘৰৰ কাম-কাজবোৰ তাৰক্কায়েই চোৱা-চিতা কৰিব লাগে। অক্কাতায়ী তাইৰ লগে লগে থাকে। চিম্মব্বাই আগৰ দৰে ইফাল-সিফাল কৰি কাম কৰি-কৰি থাকিব পৰাৰ অৱস্থাত নাছিল। ঘৰলৈ অহা-যোৱা কৰা মানুহৰ লগত কথা-বতৰা পাতি চিম্মব্বা ঘৰৰ এফালে বহি থাকে। সেই কাৰণে ঘৰৰ নাইবা বাহিৰৰ সকলো মানুহকে খুওৱা-বুওৱাৰ দায়িত্ব তাৰক্কাৰ ওপৰতে। তাই অতি নিষ্ঠাৰে সেই দায়িত্ব পালন কৰিছিল। তাই ঘৰৰ সকলো ধৰণৰ কাম কৰে কিন্তু তথাপি এটা কাম তাইক কৰিবলৈ দিয়া হোৱা নাছিল। ভৰমা যেতিয়া খাবলৈ আহে তেতিয়া অক্কাতায়ীয়েহে তাক খাবলৈ দিয়ে। তাই নাথাকিলে চিম্মব্বাই নিজে আহি পুতেকক খাবলৈ দিয়ে, কিন্তু সেই কাম তাৰক্কাক কৰিবলৈ নিদিয়ে। বোধহয় এই কথা বুজিয়েই তাৰক্কাই নিজেও গিৰিয়েকক খাবলৈ দিবলৈ নাহে। কিন্তু ভৰমাই ভনীয়েক পথাৰলৈ যোৱাৰ সময়লৈ চাইহে খাবলৈ আহে। মাক যদি কিবা আন কথাত ব্যস্ত থাকে তেনেহলে সি "মা মোক খাবলৈ দিয়া" বুলি কৈ মাক আহি পোৱালৈ বাট নাচায়েই খাবলৈ বহি যায়। তেনে সময়ত সি তাৰক্কালৈ চায়। তাৰ চাৱনিৰ অৰ্থ "খাবলৈ তুমিয়েই দিয়াচোন" বুলি বুজিব পাৰি। তাৰক্কাই কি কৰিব কি নকৰিব ভাবি ঠিক কৰে মানে চিম্মব্বাই আদেশৰ সুৰত মাত দিয়ে— "অলপ ৰ", যাব ধৰিছোঁ" কেতিয়াবা অসুবিধা হলে চিম্মব্বাই কিবা নহয় কিবা কামৰ চেলু উলিয়াই তাৰক্কাক বাহিৰলৈ পঠিয়াই দিয়ে। ভৰমাৰ আৰু তেতিয়া কোনো উপায় নোহোৱা হয়।

এদিন মল্লই ঘেহু জোখ-মাখ কৰাই তাতে থৈ ঘৰলৈ খোজ লৈছিল বাটতে দেবেন্দ্ৰ বাপুক লগ পালে। বাপুই মল্লৰ ফালে প্ৰশ্নসূচক দৃষ্টিৰে চালে। তালৈ মন কৰি মল্লই কিবা এআষাৰ কওঁ কওঁ বুলি ভাবোঁতেই বাপুই নিজেই সুধিলে—"তেৰদিনীয়া সকামৰ যা-জোগাৰ হৈছে যেন পাইছোঁ?"

"এৰা কৰিছোঁ, আজি নৱম দিন হ'ল। এটা দুটাকৈ বয়-বস্তু গোটাওতে দিন আহি পালেই।"

দেবেন্দ্ৰ বাপুই ক'লে "সকামখিনি কিমান খৰচৰ ভিতৰত কৰিব খুজিছে আপোনালোকে?" ইমান ডাঙৰ মানুহ এজন ঢুকাইছে। "সমেদ শিখৰ"ৰ ব্যৱস্থা কৰিব লাগে শোভা-যাত্ৰা লাগে।"

তেৰদিনীয়া সকাম বৰ ভালকৈ কৰাৰ ইচ্ছা মল্লৰ আছে। কিন্তু ইমান বেছি আড়ম্বৰ কৰাৰ কথা ভবা নাই। গতিকে মল্লই কলে—"আমাৰ দৰে মানুহৰ কাৰণে শোভা-যাত্ৰাৰ প্ৰয়োজন কি? সেইবোৰ "গৌড়"ৰ নিচিনা পৰিয়াল

মানুহৰ কাৰণেহে শোভা পায়। বিয়া নাইবা, পূজাত তেওঁলোকে কৰিব। আমাৰ লৰাও এতিয়া সৰুই আছে। ইমান খৰচ কৰিব লাগে কিয়?" বুলি মল্লই তেওঁৰ পৰাই উপদেশ বিচাৰিলে। ভ্ৰু-কোঁচাই দেৱেন্দ্ৰ বাপুই কলে—"তুমি তোমাৰ নিজৰ জোখাৰে নাভাবিবাচোন কথাটো! তেওঁ আছিল গাঁৱৰ এজন মুখীয়াল (চোঁগলা) সম্মানৰ চিন স্বৰূপে তামোল-পান পাইছিল। সেই কথা মনত ৰাখি কাম কৰিব লাগে।"

কথাষাৰ মল্লৰ মনত লাগিল। মনতে ভাবিলে—"দোলা সজাই শোভা-যাত্ৰা (দোলাযাত্ৰা) উলিয়ালে কেনে হ'ব বাৰু?" আৰু কলে "তুমি কোৱাটো ঠিকেই। বেছ অলপ ধুম-ধাম কৰা উচিত। কিন্তু তাৰ কাৰণে পইচাৰো দৰকাৰ নহয়? মুখৰ কথাৰেইতো কাম নচলে।"

"কিবা এটা কৰিবই লাগিব। এইটোৱেই শেষ কাম। ইয়াৰ পিছত হুৰন্নাৰ বাবে কৰিবলগীয়া কামনো কি থাকিব। লাগিলে আবেলিলৈ আহি মই নিজে চিম্মব্বাৰ লগত এই বিষয়ে কথা হম।" দেৱেন্দ্ৰ বাপুই এনে দৃঢ়ভাৱে কথাষাৰ ক'লে যেন চিম্মব্বাই তেওঁৰ কথা নেপেলাব।

মল্লই ক'লে "আহিব খুজিছা আহা, কোনেনো হাক দিয়ে?"

দেৱেন্দ্ৰ পণ্ডিতে চিম্মব্বাৰ লগত কি কথা-বতৰা হ'ল নাজানো, কিন্তু চিম্মব্বাই আগ্ৰহেৰে সিদ্ধান্ত কৰিলে যে দোলা-যাত্ৰা উলিয়াই ডাঙৰকৈ কাৰ্মখিনি কৰিব লাগিব। তেৰদিনৰ দিনাই সকাম হব আৰু দোলা-যাত্ৰা উলিওৱা হব। সিদিনা চাৰি-ছয় মোন মান শস্যৰ ৰান্ধন-বাঢ়ন কৰি ওচৰ সমন্ধীয় নিজৰ মানুহখিনি আৰু যিসকলে মৰাশ কান্ধত লৈ শ্মশানলৈ গৈছিল সেইসকলক খুৱাব লাগিব। পিছদিনা গোটেইখন গাওঁকে ভোজ খুওৱা হ'ব। বাপুৰ পৰামৰ্শ অনুসাৰে সকাম দুদিনীয়াকৈ কৰাৰ ব্যৱস্থা হ'ল। সেইমতে আজি শ' বৈ নিয়া মানুহৰ ঋণ-শোধ কৰিব লাগিব। দোলাৰ আগে আগে বাজনা-বজাই যাবলৈ ওচৰৰে আন গাৱঁৰ পৰা বাজনাদাৰহঁত আহি পাইছে। জ্ঞাতি-কুটুমসকল আহি ঘৰ ভৰি পৰিছে। হুৰন্নাক উপলক্ষ কৰি নৈবেদ্য নিয়া হে নুঠে মানে আজি চিম্বব্বাই একো খাব নোৱাৰে গতিকে কোনোবাই তাইক বাৰে বাৰে চাহ বনাই দি আছিল। চিম্মব্বাই ভিতৰত চাহ খাইছিল। এনেতে এনাপুৰৰপৰা সুন্দৰাবাই আহি পালে। হুৰন্নাৰ মৃত্যুৰ বাতৰি সুন্দৰাবায়ে সময়মতেই পাইছিল। কিন্তু এবাৰ খবৰ লবলৈ অহা আৰু পিছত আকৌ শ্ৰাদ্ধলৈ অহা সম্ভৱ নহয় কাৰণে তাই একেবাৰতে আজিয়ে আহিছে। ইহঁতৰ ঘৰলৈ অহা-কথা গতিকে মল্লৰ ঘৰলৈ নগৈ তাই পোনে পোনে ইয়ালৈ আহিল। আহি ঘৰৰ নঙলা পাওতেই চিম্মব্বাই তাই অহাৰ গম পালে। সুন্দৰব্বা ভিতৰলৈ গ'ল। চিম্মব্বাই লৰা-লৰিকৈ চাহ-খোৱা শেষ কৰি বাহিৰলৈ ওলাই আহিল। আৰু "এতিয়াহে আহিলানে তোমাৰ মিতিৰক চাবলৈ?" বুলি মুৰত ভুকুৱাই গৈ বৈঠকখানাত

বহিল আৰু "আই ঔ মোৰ গোসাঁইজন গুচি গ'ল ঐভনীটি" বুলি কান্দিবলৈ ধৰিলে; সুন্দৰম্বাইও কান্দি কান্দি গৈ তাইৰ কাষত বহিল আৰু ক'লে "এতিয়া নাকান্দিবা। তোমালোকৰ হাততে সিজন গৈ ভগৱানৰ ওচৰ পালে। তোমাৰ ল'ৰা ডাঙৰ হৈছে বিয়া-বাৰু কৰাইছে। সিজনে কৰিবলৈ থকা সকলো কাম শেষ হৈছে। তেওঁ আছিল মানে তোমালোকে শুশ্ৰূষা কৰিছা, তেওঁক কোনো কষ্ট দিয়া নাই, তেওঁৰ লগেলগেই আছা যিমানখিনি সম্ভৱ দৰৱ-জাতি খুৱাইছা।" ইত্যাদি কথাৰে সুন্দৰম্বাই চিম্মম্বাক সান্ত্বনা দিবলৈ ধৰিলে। আকৌ সুধিলে "বৃহস্পতিবাৰে ঢুকাল নেকি? আমি ঠিক সময়মতে চিঠি নাপালোঁ। সেই কাৰণে আজি আহিছোঁ" বুলি সুন্দৰাম্বাই ইতিমধ্যে নহাৰ কাৰণ ব্যাখ্যা কৰিলে।

চিম্মম্বাই মুৰত হাত দি বহি ৰ'ল আৰু ক'লে "হয়তো! যাব লগাজন গুচি গ'ল। কোনে আহিনো কি কৰিব পাৰিলেহেঁতেন? বুধবাৰে ৰাতিৰ পৰাই উশাহ লবলৈ কষ্ট পাইছিল। আই ঐ! ওৰে নিশা উজাগৰে গ'ল। চাকি জ্বলাই বহি ৰলোঁ।" এই বুলি এটি দীঘলকৈ উশাহ ললে আৰু কলে– 'ঢল-ফাঁট দিয়াৰ পৰতেহে অলপ অলপ জ্ঞান আহিল, চকু মেলি চালে। "তাৰা" বুলি বোৰীয়েকক মাতিলে। মই ভাবিলোঁ এইবাৰলৈ সাৰিল। পিছে ৰাতিপুৱা দেৱেন্দ্ৰ বাপু আৰু আমাৰ ভীমপ্পা দুয়ো আহিল। তেওঁলোকৰ অভিজ্ঞতা আছে। তেওঁলোকে ক'লে যে শেষ সময় উপস্থিত হৈছেহি; দান দক্ষিণা কৰিব লাগে।" এই বুলি উচুপি উচুপি ক'বলৈ ধৰিলে—"হাত-ভৰিবোৰ চালোঁ বৰফৰ দৰে চেঁচা পৰি গৈছে। তেহে বিচুৰ্তি হৈ মই বুকুখন মোহাৰিবলৈ ধৰিলোঁ। কিন্তু ইতিমধ্যে তেওঁ গুচি গৈছিল। ল'ৰাই তেতিয়া বামুন, গণক, ভট্টাচাৰ্য্য আদি সকলোকে মাতিলে। দহটকাৰ চাউল দান দিলে। সৰু-সুৰা মানুহবিলাকক চাৰি মোন "মাকৈ" বিলালে। "ইয়াকে কৈ তাই চিঞৰি চিঞৰি ক'বলৈ ধৰিলে—"এইবোৰ কৰি উঠি পিছত কাণত বিদায় মন্ত্ৰ (নমোকাৰ মন্ত্ৰ) উচ্চাৰণ কৰাৰ লগে লগে প্ৰাণ ত্যাগ কৰিলে। হায়!" বুলি চিম্মম্বাই কান্দিবলৈ ধৰিলে। পিছত আকৌ কৈ গ'ল –

"আমাৰ শহুৰ ঢুকাওতেও কুৰি টকাৰ শইচ দান দিয়া হৈছিল। আৰু চাকৰ-বাকৰ আদি সৰু-সুৰা মানুহক পাঁচ-মোন ঘেঁহু বিলাই দিছিল। কৰিব খুজিলে কিনো বৰ ডাঙৰ কামটো? মোৰ শহুৰ বুঢ়া-মানুহ আছিল। আমি ৰূপৰ ফুল গঢ়াই দিছিলোঁ। আটাইবোৰ পো'-নাতিয়ে সেইবোৰ তেওঁৰ ওপৰত চটিয়াই দিছিল।"

"আমাৰ তেওঁৰ কাৰণেও কৰিবলগীয়াখিনি ঘাটি কৰা নাই। মল্লপ্পাই অলপ হেহোঁ-নেহোঁ কৰিছিল। কিন্তু মই তেওঁৰ কথা নুশুনিলোঁ। কৰিবলগীয়াখিনি সকলো কৰি পেলালোঁ। এতিয়া মই অকলশৰীয়া হৈ পৰিছোঁ······। তেওঁৰ বাবে কৰিবলগীয়াখিনি মই কৰিছোঁ। মোৰ পালত বা কোনে কি কৰে নাজানোঁ।" ইয়াকে কৈ চিম্মম্বাই কান্দি থাকিল।

পানীৰ ঘাগৰি বাহিৰত থৈ ভীমপ্পা ভিতৰলৈ আহিল আৰু চিম্মম্বাক শান্ত

কৰিবৰ কাৰণে ক'লে—"হৈছে হৈছে মনে মনে থাকা। তুমি মৰিলে কি কৰা হ'ব, তাকে চাবলৈ তুমি ক'ত থাকিবা? সেই চিন্তা তোমাৰ কিয়? মানুহৰ কৰিবলগীয়া সকলো কাম-কাজ কৰি তুমি চাৰিজনৰ প্ৰশংসা পাইছা। তোমাৰ পালত তাকে কৰি ইহঁতে প্ৰশংসা লব খোজে যদি কৰিব, নহ'লে নকৰে। তেতিয়াৰ কথা তেতিয়া হ'ব। যেতিয়া যি ভুগিবলগীয়া আছে তাকে ভোগ কৰা। এইবোৰ কথালৈ কিয় মূৰ ঘমাইছা?" চিম্মম্বাই চকু-পানী মচি লৈ সুন্দৰম্বাক সুধিলে—"তোমাৰ লগত কোন আহিছে?" "আন কোনো আহা নাই, ডাঙৰ ল'ৰাটিকে লগত লৈ আহিছোঁ।"

"অ অন্তু আহিছে? কত আছে? মাতাচোন তাক! বেচেৰাৰ ভোক লাগিছে যেন পাওঁ, কিবাকিবি খাই লওক।"

তেৰাদিনীয়া শ্ৰাধৰ সকলো নীতি-নিয়ম কৰা হ'ল। কিন্তু সেই বিষয়ে অলপ ক'বলগীয়া আছে। যিদিনা গাঁৱৰ মানুহক ভোজ দিয়া হল সেইদিনা আবেলি সকলো কাম-কাজ কৰাৰ পিছত ভীমপ্পা নোখোৱা-নোবোৱাকৈ তাৰ ঘৰলৈ গুচি গ'ল। সূৰ্য্যাস্তৰ পিছত কোনোবাই চিম্মবাক কথাটো ক'লে। তৎক্ষণাত চিম্মম্বাই এজনক পঠিয়াই দিলে ভীমপ্পাক লগতে লৈ আনিবলৈ। কিন্তু ভীমপ্পা নাহিল। তাক আনিবলৈ যোৱা মানুহজনে আহি ক'লে—"সি কৈছে যে ঘৰত ঘৰৰ মানুহৰহে কাম, আমালৈনো চায় কোনে? জ্ঞাতিৰ মানুহখিনি একেলগে বহিছিল। ময়ো তেওঁলোকৰ লগতে বাৰ দিন ধৰি অশৌচ পালন কৰিছোঁ। ভৰমাই ক'লে—খুৰা তুমি এই শাৰীতেই বহা। কিন্তু সেই "মগদূম"ৰ মল্লই এতিয়াই কিয়,—পিছৰ চামৰ লগত নবহেনো কিয়? বুলি মোক উঠাই দিছে। তেনেকৈ কথা শুনিবলৈ মই জানো—সিহঁতৰ ঘৰলৈ গৈছিলোঁ? গতিকে মই আকৌ তালৈ যাব নোৱাৰোঁ।"

কথাশুনি চিম্মম্বাই ওচৰতে থিয় হৈ থকা মল্লক শুনাই শুনাই কলে—"কাক কেনেকৈ কথা কব লাগে মল্লই নাজানেনে? আজি এনেকৈ কথা কৈ তেওঁ ঘৰলৈ গুচি যাব, কাইলৈ সেইবোৰ মানুহকে লৈ আমিহে চলিব লাগিব!" পিচত ভীমপ্পাক বঢ়াই বুজাই আনিবলৈ চিম্মম্বা নিজে তাৰ ঘৰলৈ গ'ল। কিন্তু তথাপি সি নাহিল। অৱশেষত খোৱা-বস্তু ভীমপ্পাৰ ঘৰলৈ পঠিয়াই দিয়া হ'ল।

তেৰাদিনীয়া সকামৰ পিছদিনা দুপৰীয়া, অনন্ত ভিতৰৰ কোঠালিত শুই আছিল। তাৰ মনত অলেখ ভাবৰ ঢৌ উঠিছিল আৰু মাৰ গৈছিল। তাৰক্কাই দিনে ৰাতিয়ে ঘৰত কাম কৰি থাকিব লাগে। এই ঘৰখনত তাইক তুমি খাইছানে নাই? তোমাৰ ভাগৰ লাগিছে নেকি? বুলি এষাৰ সুধিবলৈ জন-প্ৰাণী এটি নাই। কালিৰে পৰা দেখি আছোঁ। তাইৰ এতিলমান সময়ৰো অৱসৰ নাই। "এইবোৰ ভাবিচিন্তি থাকোঁতে তাৰ টোপনি আহি গ'ল। সেই আধা-নিন্দ্ৰা আধা-জাগৰণ অৱস্থাত

তাৰক্কাৰ বৰ্ত্তমানৰ ৰূপটি তাৰ মানসপটত জিলিকি উঠিল। নিৰুদ্যম মৰা-মুজা ৰূপটি। লৰালি কালত যেতিয়া তাই খেলা-ধূলা কৰি কাল কটাইছিল তেতিয়া তাইৰ মুখখন কেনে উজ্বল হৈ আছিল। তেতিয়াৰ সৈতে এতিয়াৰ পাৰ্থক্য দেখি তাৰ দুখ লাগিল। এনেতে সি শুনিলে যে যেন কোনোবাই তাক চিঞৰি মাতিছে। চকুমেলি চালে সি। দেখিলে ওচৰতে থিয় হৈ থকা ভৰমাই তাক মাতিব ধৰিছে— "অথনিৰে পৰা শুই আছা! নুঠা জানোঁ? কিবা খাই লোৱা। টোপনিতো অহা নাই নিশ্চয়?" কথা কৈ কৈ ভৰমা ওচৰতে বহি পৰিল।

"দুদিনৰ পৰা ভালকৈ টোপনি হোৱা নাই। পৰহি নিশা আছিল পূজা আৰু দোল-যাত্ৰা। তেনেকৈয়ে ৰাতি পুৱাল। কালি ঘৰত বহু পৰলৈকে খাৱন-দাৱন চলিল।" এই বুলি অলপ বৈ চকুদুটা ডাঙৰ ডাঙৰকৈ মেলি চেলাউৰি হিয়কৈ এবাৰ ওপৰলৈ তুলি এবাৰ তললৈ নমাই অনন্তই সুধিলে— "মানুহৰ পৰা অনা বয়-বস্তুবোৰ ওভোটাই দিয়া শেষ হ'লনে?"

এই চাৰি-পাঁচ দিনে একেলগে কটোৱাৰ ফলত অনন্ত আৰু ভৰমাৰ মাজত ঘনিষ্ঠতা বৃদ্ধি পাইছিল। তদুপৰি ভৰমা এতিয়া বেছ বিবেচনাশীলো হৈ পৰিছে। দায়িত্বৰ বোজা আহি মূৰত পৰাৰ পৰাই সি উপলব্ধি কৰিবলৈ আৰম্ভ কৰিছে,— আনৰ লগত কেনেদৰে ব্যৱহাৰ কৰা উচিত।

"সকলো হৈছেই। মোমাইদেৱে চিক্কাৰিড়ৰপৰা কাপোৰ লৈ আহিলেই কাম শেষ হ'ল বুলি ধৰিব পাৰা। এতিয়া ঘৰত থাকি যোৱা মানুহখিনিক খুৱাই-বুৱাই পঠিয়াই দিবলৈহে বাকী" ভৰমাই ক'লে। "তেনেহলে কাম শেষ হ'ল ক'ত? দায়িত্ব মূৰত পৰিলে ইটোৰ-সিটোৰ পিছত সিটোকৈ কাম ওলায়েই থাকে" এই বুলি আন কিবা এটা ভাবি অনন্তই কথাৰ প্ৰসংগ সলালে আৰু ক'লে "বাকী সকলো কাম চিম্মব্বা মামীয়ে চম্ভালিব।"

তাৰ কথা শেষ হওঁতে-নহওঁতেই অসন্তুষ্টিপূৰ্ণ স্বৰেৰে ভৰমাই ক'লে "তেওঁ কি চম্ভালিব? তেওঁ চম্ভালিব পৰা হলে এনে দশা হয়নে?"

"ঠিক আছে, তেওঁৰ বয়স হৈছে। কোনোমতে তেওঁক বঢ়াই-বুজাই তোমালোক পতি-পত্নী হালে ঠিকমতে চলি থাকা।" বুজোৱাৰ চলেৰে অনন্তই লাহে লাহে কথাষাৰ কৈ ভৰমাৰ মনৰ চাল বুজিবলৈ যত্ন কৰিলে।

"সেইটোতো ঠিকেই" বুলি ভৰমাই অনন্তক ফল-মূল খাবলৈ মাতি লৈ গ'ল।

এই কথা-বতৰাৰ পিছত অনন্তই ভৰমাৰ মনৰ কিছু উমান পালে। ইয়াৰ আগতেই সি তাৰক্কাৰ মনৰ ভাব-গতি সম্পূৰ্ণ বুজিছিল। সি জানিছিল যে ভিতৰি ভিতৰি ভৰমা আৰু তাৰক্কা দুয়োৰে দুয়োৰে মনৰ টান আছে। পোনতে ভৰমাৰ নিঃস্পৃহতা দেখি তাৰক্কাই তাৰ ওচৰ চাপিবলৈ যত্ন কৰিছিল আৰু তেতিয়া ভৰমা পিচুৱাই ফুৰিছিল। কিন্তু এতিয়া ভৰমাই তাৰক্কাৰ ওচৰ চাপিবলৈ যত্ন

কৰে আৰু আৰম্ভনিতেই নিৰাশ হৈ পৰা তাৰক্কা পিচুৱাই যায়। দুয়োৰে হৃদয় সাগৰৰ দৰেই উজ্বল হৈ আছে কিন্তু মাজতে যি এটা বাধা দণ্ডায়মান সেই বাধা পাৰ হৈ যোৱাৰ উগ্ৰতা দুয়োজনৰে নাছিল। দুয়োজনেই যে এদিন পৰস্পৰে মিলি যাব লাগিব অতি কমেও সেইকথা বুজি পালেই যথেষ্ট হয়। আজি নহয় কাইলৈ ধুমুহা আহিব, তেতিয়া বাধাৰ প্ৰাচীৰ নেওচি ঢৌৱে ঢৌৱে একাকাৰ হৈ মিলি যাব। এইভাৱ মনত খেলোৱাৰ লগেলগে অনন্তই বিশাল হৃদয়ৰ এচুকত অতি-তীব্ৰ যন্ত্ৰণাৰ আচোঁৰ অনুভৱ কৰিলে।

অনন্ত এতিয়া ডাঙৰ হৈছে। দশমমান শ্ৰেণীত পঢ়ে। দিন গৈছে মানে বিবেচনা কৰিব পৰাৰ ক্ষমতা তাৰ বৃদ্ধি পাইছে। পৰহি সি যেতিয়া ভৰমাৰ সৈতে কথা-বতৰা পাতিছিল তেতিয়া তাৰ মনটো তাৰক্কাৰ প্ৰতি ব্যথিত হৈ পৰিছিল। সি ঘৰলৈ যোৱাৰ আগদিনা আবেলি চিন্ময়ৰা মন্দিৰলৈ গৈছিল। বাৰাণ্ডাত সুন্দৰৰাই অক্কাতায়ীৰ সৈতে কথাপাতি আছিল, ভৰমা কোনিবা বাহিৰলৈ গৈছিল, তাৰক্কাই অকলে ৰান্ধনি শালত ৰাতিপুৱাৰ ৰাহি হোৱা গাখীৰখিনি তপতাই আছিল। অনন্তই পানী খোৱাৰ ছলেৰে তালৈ গৈ অলপ ধেমালিৰ সুৰেৰে-হাঁহি মাৰি সুধিলে—"কি তাৰক্কা, ভৰমাই খাবলৈ গাখীৰ গৰম কৰিছা নেকি?"

"এৰাতো, মইহে গৰম কৰিম? তেওঁৰ বাবে গৰম কৰিবলৈ, তেওঁক খুৱাবলৈ আন আছে নহয়! সেই অধিকাৰ মোৰ ক'ত?" তাৰক্কাই সহজ ভাবেই লাহেকৈ ক'লে। কিন্তু কথাষাৰ অন্তৰ ফালি ওলাল।

"তোমাক এতিয়াও সেইখিনি অধিকাৰ দিয়া নাই?"

তাৰক্কা নিমাতে ৰ'ল। "ইমান দিন হৈ গ'ল, তেনেহলে কেতিয়াকৈ পাবা?" অনন্তৰ কথাৰ অৰ্থ নুবুজি তাৰক্কাই "কি?" বুলি সুধিলে।

"ইমান দিন সেৱা-শুশ্ৰূষা কৰিছা তথাপিও অধিকাৰ পাবৰ হোৱা নাইনে?"

"পাম নহয়, আজি নহলে কাইলৈ!"

"তাকে কোৱা। মইহে গৰম কৰিম? বুলি কোৱা কিয়?"

"খুৱাবলৈ আছে বাঘিনীৰ দৰে মাক আৰু আন কামৰ তদাৰক কৰিবলৈ আছে ভনীয়েক। মোক তেওঁৰ কি প্ৰয়োজন? মই যদি তেওঁক খাবলৈ দিও, নজৰ লাগিব নহয়?…গতিকে মোক…………।"

"উপৰুৱাকৈ নজৰ লাগি যাব,—এনেকথা কোনে কয়? এইবোৰ খেচ্ গাঁৱলীয়া কথা। মানুহে সদায় হোটেলত আন মানুহৰ আগত বহি বহি খায় সিহঁতৰ একো নহয়, ঘৰত যদি ঘৈণীয়েকে গিৰিয়েকক খাবলৈ দিয়ে তাতে নজৰ লাগি যাবনে?" তাৰক্কাৰ মনৰ ভাৱ বুজিবলৈ অনন্তই ক'লে।

"তোমালোকৰ চহৰত এই নজৰ-চজৰ লগা কথাবোৰ নাই। আমাৰ গাঁৱততো সেইবোৰ সকলো হয়, বুজিছা?" অলপ ৰৈ আকৌ ক'লে "বিশেষকৈ আমাৰ ঘৰততো সোনকালে নজৰ লাগে। নাজানো কাৰণটোনো কি? হয়তো আমাৰ

ঘৰৰেই লক্ষণ!'' তাৰাই অনন্তৰ ফালে চাই কলে। জ্বলি থকা আখাৰ জুইৰ পোহৰত অনন্তই তাৰকাৰ মুখত চিন্তাৰ অনল-শিখা জ্বলি থকা দেখা পালে।

"এই ঘৰৰ লক্ষণ নহয়, তোমাৰেই লক্ষণ।'' বুলি কৈ অনন্তই থমথমীয়া পৰিস্থিতিটোত অলপ হাস্যৰসৰ সঞ্চাৰ কৰিবলৈ যত্ন কৰিলে।

"তেনেহলে মোৰেই লক্ষণ? মই আনৰ বুলি কৈছোঁনে? কোনোবাই যদি কাৰোবাক ভাল নাপায় তেনেহলে তেওঁৰ লক্ষণবোৰতো বেয়া দেখিবই। যদি কোনোবাই মোক ভাল পালেহেঁতেন তেতিয়াহলে মোৰনো আজি এনে দশা হয়নে?''

"তোমাক কোনেনো পচন্দ নকৰে?'' মাজতে কথাৰ আঁত ধৰি অনন্তই কৌতূহলেৰে সুধিলে।

"আটাইবোৰেই দেখোন!"

''আটাইবোৰেই? ভৰমাইও?"

"তেওঁতো মোক আগৰেপৰা পচন্দ নকৰে'' অলপ বৈ তাই অনাই চালে। বাহিৰৰ পৰা কোনো অহা নাইতো? তাইৰ মনোভাৱ বুজিব পাৰি অনন্তই ক'লে "কোনো নাই।''

তাৰকাই তপত হুমুনিয়াহ পেলাই ক'লে "যদি তেওঁ পচন্দ কৰিলেহেঁতেন তেনেহলে এনেবোৰ হ'লহেঁতেন কিয়? ইহঁতে মোক পিতনিৰ জাবৰ যেন দেখে।'' "কোনে তোমাক পিতনিৰ জাবৰ বুলিছে? তুমিহে তেনেকৈ ভাবা।'' ভৰমাৰ মনটো কেনে সেইকথা বুজোৱাৰ উদ্দেশ্যেৰে অনন্তৰ মুখেৰে কথাষাৰ ওলাই আহিল।

"তেনেহলে কোৱা, মানা কৰিছে কোনে? তথাপি এনেকৈ কব লাগে কিয়?" অনন্ত কিছুসময় মনে মনে থাকিল। তাৰকাও নীৰৱে ৰ'ল। কিন্তু কথা মাজতে বন্ধ কৰা কাৰণে তাই অনন্তৰ ফালে চাবলৈ ধৰিলে।

"এয়া তোমাৰ কি হৈ গৈছে?" অনন্তই সুধিলে। কথা শেষেই হৈছিল।

"মোৰ কি হৈছে? এৰা, একো হোৱা নাই। সকলো ঠিকেই আছে। অসুখ-বিসুখো নাই। বিচনাত পৰা নাই। এনেয়ো নহয় যে আজি নাইবা কাইলৈ মৰি যাম। সকলোৰে দৰে খাইছোঁ-বৈছোঁ কাম কৰিছোঁ। সেইটোৱে নহয় জানো?''

এক কথা শুনি অনন্তৰ এনে লাগি গ'ল যে যেন তাৰ হৃদয়ত কোনোবাই আকুহি দিলে। "মইনো কিয় তেনেকৈ কলোঁ'' বুলি ভাবি তাৰ দুখ লাগিল। সি বেদনাৰ্ত্ত স্বৰেৰে কলে "এতিয়াই মৃত্যু বিচৰা কিয়? আজি নাইবা কাই'লৈ সুখ পাবাই। স্বামীৰ সৈতে ঘৰ সংসাৰ চলোৱা। ল'ৰা-ছোৱালী হওক, তাৰ পিছত মৰিবা।" সান্ত্বনা দিয়াৰ উদ্দেশ্যেই সি কথাখিনি ক'লে।

তাৰকা মনে মনে বহি থাকিল। বহুত আগৰে পৰা আখাত জুই জ্বলি

আছিল। স্বাভাৱিক ভাবেই তাৰক্কাৰ হাত দুখনিয়ে জুইখিনি বঢ়াই দিলে। কথাকৈ থাকোতে থাকোতে গাখীৰ গৰম হবলৈ দিয়াৰ কথা তাই পাহৰিয়েই গৈছিল। জুই বঢ়াই দিয়াত গাখীৰ উথলি উঠিল। তাই গাখীৰৰ পাত্ৰটো নমাই থবলৈ ধৰি ক'লে "ল'ৰা-ছোৱালীৰ ধ্বংস মাতি অনাটো কোনে বিচাৰে ?"

এনে সময়তে বাহিৰৰ পৰা অহা অক্কাতায়ীয়ে সুধিলে "গাখীৰ পৰিল নেকি ?"

অনন্তই উঠি বাহিৰলৈ যাওঁতে তাৰক্কাৰ উদ্দেশ্যেই কৈ গ'ল "যদি এনেকৈ ভাবা তেতিয়াহলে নিজৰ হাত নিজে পুৰি সকলো হেৰুৱাবা।"

তাৰক্কাই অনন্ত যোৱাৰ ফালে মুখ ঘুৰাই চাই সি কৈ যোৱা কথাখিনিৰে পুনৰাবৃত্তি কৰিলে।

# 11

হুৱন্নাৰ শৰাধলৈ অহা আত্মীয়-কুটুম্ব সকল গুচি যোৱাৰ পিচত মল্লই জোৱায়েকক এফালে মাতি আনি ক'লে—"সকলো বয়-বস্তু বচব্বয়াৰ দোকানৰ পৰা আনিছিলোঁ। কাপোৰ আৰু অন্যান্য বস্তুৰ কাৰণেও তাৰ পৰা পইচা লৈছিলোঁ। সকলো মিলাই দুশ পঞ্চাশ টকা খৰচ হৈছে। মাৰাৰ পৰা পইচা লৈ সকলোখিনি দি দিবা। পলম কৰি দিয়াটো ভাল নহয়। এতিয়া মই মোৰ নিজৰ ঘৰলৈ যাওঁ। দহ-পোন্ধৰ দিন হ'ল পথাৰলৈ যোৱাই নাই। সিফালে বা কি অৱস্থা হৈছে গমকে নাপাওঁ।"

ভৰমাই মোমায়েকক কলে—"মাৰ পৰা পইচালৈ ধাৰ পৰিশোধ আপুনিয়ে কৰি যাওক। এতিয়া সেইবোৰ পৰি থাকিব লাগে কিয় ? যেতিয়াই হওক বচব্বায়কতো দিবই লাগিব।

"বোপা, তোমালোকৰ নিজৰ কাম তোমালোকে নিজে কৰাই উচিত। এয়া তোমালোকৰ নিজৰ ঘৰৰ কথা। মই সম্পৰ্কীয় মানুহহে। এই বিষয়ত মই বৰ বেছি আগাদেৱা কৰাটো ঠিক নহয়। "আপুনি আহি সোমাইছে কিয় ?" বুলি যাতে চিম্মব্বাই ক'ব নোৱাৰে। মই সিদিনাই গুচি গলোঁহেতেন। পিচে মই ভাবিলোঁ যে কথাটো ঠিক নহব। য'ৰে কাম ত'তে পৰি আছিল। গতিকে মই যিটোৰ ভাৰ ললোঁ সেইটো কাম সমাধা কৰি দিলোঁ। এতিয়া তোমাৰ নিজৰ কাম-কাজ তুমি নিজে চোৱা-চিতা কৰা।" ধীৰে সুস্থিৰে কথাখিনি কৈ মল্ল গুচি গ'ল।

পিছদিনাই বচব্বয়াৰ মানুহ পইচা বিচাৰি ভৰমাৰ ওচৰ পালেহি। ভৰমাই তেতিয়া নিজে দোকানলৈ গৈ কৈ আহিল—“কিবা নহয় কিবা উপায়ে কাইলৈ দি দিম। এইখিনি কথা কওঁতেই তাৰ মনৰ অৱস্থাটো কিবা আচহুৱা আচহুৱা হৈ পৰিল। সি আগতে এনে ঘৰুৱা লেঠাবোৰৰ বিষয়ত আগ-ভাগ লব লগা হোৱা নাই। এনেবোৰ বিষয়ে তাৰ অভিজ্ঞতাৰো অভাব। দোকানৰ পৰা পোন চাতেই মাকৰ ওচৰ পালেগৈ দোকানীক পইচা দিয়াৰ বিষয়ে মাকৰ লগত সি আলোচনা কৰিলে। সেই বিষয়ে মাকে ক'লে—“ঘৰত বয়বস্তু আছে, গৰু-ম'হ আছে, বোৱাৰীৰ গাত গহনা-গাঠৰি আছে, কিবা নহয় কিবা উপায়ে তই ধাৰ-ধুপাৰখিনি মাৰিব লাগিব। পিতাৰই নিজৰ শ্ৰাদ্ধ আদি কৰিব নাৰাৰাকৈ তোক ভিকহু কৰি এৰি যোৱা নাই নহয়!”

ভৰমা তাতে স্তব্ধ হৈ ৰ'ল। মনে মনে সি ভাবিলে—“পিতাদেৱে নিজৰ শ্ৰাদ্ধাদি কৰাৰ কাৰণে যাতে কোনো আহুকাল নহয় সেইবাবে মাৰ হাতত যথেষ্ট টকা-পইচা দি গৈছে। গতিকে তেওঁনো এতিয়া দিব নোৱাৰে কিয়?” ইয়াৰ পিছত, দোকানৰ মানুহ যেতিয়া দ্বিতীয়বাৰ সাধিবলৈ আহিল তেতিয়া ভৰমাই অলপ সময় ভাবি চাই তাক অলপ আঁতৰলৈ মাতি নি কাণে কাণে ক'লে—“মাৰ ওচৰলৈ গৈ খোজাচোন!”

দোকানৰ সাধনীয়াৰে চিম্মব্বাৰ ওচৰলৈ গৈ পইচা খোজাত চিম্মব্বাই ক'লে—“মইনো এই ঘৰখনত কোন?—মোৰ বোপাই! পো-বোৱাৰীয়ে দিয়া-বুটি একোট্‌কুৰা খাই মই কোনোমতে কুকুৰণী এজনীৰ দৰে চুকত পৰি আছোঁ! সিজন থাকোতেনো মই কি কৰা নাই? যিমান লাগে দিয়া-থোৱা কৰিছোঁ। এতিয়া জানো মোৰ কথা ৰজে? আটাইবোৰৰ কাৰণে এতিয়া সাবালক ল'ৰা আছে; তাক, এৰি মোৰ তালৈ আহিছা কিয়? কথাখিনি কৈ অলপ পৰৰ পিচত সৰৱে বিলাপ জুৰিলে। চিম্মব্বাই—“এনে দিনো আহিব বুলি জানিছিলোঁ নে মই? হায় মোৰ গোঁসাই মোৰ হাতত একো নাথাকিবৰ বাবেই মোক একো নিদিয়াকৈ গ'লা নেকি তুমি? উঃ, মোৰ গোঁসাই।” সাধনীয়াৰ জনে একো বুজিব নোৱাৰিলে। সি উভতি গ'ল।

তাৰ দুদিন পিচত বচব্বয়াই মল্ল আৰু ভৰমা দুয়োজনকে মাতি আনি খোলা-খুলিকৈ কলে—“বস্তু নিয়াৰ সময়ত নিৰ্বিবাদে লৈ গ'ল। এতিয়া পুতেক আৰু মাক দুয়োজনে, ইজনে সিজনৰ গাত ভেঁজা দি দায় সাৰিব খোজে। আগলৈনো আৰু বাকী দিমনে?”

মল্লই তাক সান্ত্বনা দি আচল পৰিস্থিতিটো বুজাই দিলে। তদুপৰি দুই তিনি-দিনৰ ভিতৰতে কিবা এটা ব্যৱস্থা কৰাৰ বিষয়ে কৈ ভৰমাক কলে—“এবাৰ আকৌ তোমাৰ মাৰাক সুধিচোৱা। যদি একো ফল নহয় তেনেহলে কিবা নহয় কিবা উপায়ে ধাৰ মাৰিবই লাগিব।” কথাখিনি কৈ মল্ল গুচি গ'ল।

সিদিনাই দুপৰীয়া ভৰমাই মাকক আকৌ এবাৰ কলে—“মা এতিয়া তোমাৰ

হাতত যি ধন আছে তাকে দিয়া পিছত চ'তমহীয়া খেতিৰ কপাহ বেচি পইচা তুমি লৈ ল'বা। ঘৰৰ সকলোবোৰ তোমাৰেহে। মইতো একোকে বাহিৰলৈ লৈ নাযাওঁ। তুমিনো এনেখন কৰা কিয়? লোকৰ আগত মোৰ মুখত ছাই সানিব খোজা? কথাটো তোমাৰ ভাল লাগেনে?" এইদৰে ভৰমাই অশেষ অনুনয়-বিনয় কৰিলে। কথাৰ সুৰত তাৰ দীনতা প্ৰকাশ পাইছিল।

"ওহো, নহব। মোৰ কাৰণেওতো অলপ থাকিবলৈ দে। তহঁতেতো দিয়া নাই। বুঢ়া বয়সত আহি হাতত জমা হৈছে। তেওঁহে মোক দি গৈছে। তই যে কি উপাৰ্জন কৰি দিবি, দেখিয়েই বুজিছোঁ। তেওঁ দিয়া ধন তই বিচৰা উচিত নহয় আৰু ময়ো দিব নাপায়।" চিম্মম্বাই কথাখিনি অতি শান্তিপূৰ্ণ ভাবেই ক'লে। ভৰমাৰ অলপ খং উঠিল। চকু ঘোপা কৰি চাই সুধিলে—"এনে সময়ত যদি পইচা কামত নালাগে তেনেহলে পইচাৰ প্ৰয়োজন কি? তুমি এনেকথা কিয় কোৱা যে ঘৰৰ গৰু-ম'হ বেচি মই ধাৰ পৰিশোধ কৰিব লাগে?" তাৰ কথাৰ সুৰত কঠোৰতা আছিল।

"তেওঁ মৰিল কাৰণেই তই আজি মোলৈ চকু ৰঙা কৰি চাইছ?" এই বুলি আৰু এখোপ আগবাঢ়ি গৈ চিম্মম্বাই কপালত ভুকুৱাই ভুকুৱাই খঙেৰে ক'বলৈ ধৰিলে "তই যদি মোক মাৰি পেলাব খুজিছ তেন্তে মাৰি পেলা। মই জানো এইবোৰ কথা তোক কোনে শিকাইছে। সৌ সিহঁতৰ ওচৰত শিকি বুজি আহি তই মোক চকু ৰঙাই কথা কৱ? সেইটো ভাল কথা নহয়, মোৰ বোপাই! মই তোক জন্ম দিছোঁ। এই কথাষাৰতো মনত ৰাখ্। ঘৰৰ চাবি-কাঠি তোৰ হাতলৈ আহিল বুলিয়েই এনেখন কৰিব নাপায়!" "মিছাতে বক্‌বকাই নাথাকিবা। কোনে, কিয় মোক শিকাবহি? অনাহকতে কাৰোবাৰ ওপৰত সন্দেহ কৰিব নাপায়।"

"সন্দেহ নহব কিয়? ছোৱালীজনী ডাঙৰ হৈ আহিছে। তাইকোতো বিয়া দিব লাগিব? শহুৰেকৰ ঘৰলৈ পঠিয়াব লাগিব। তোক পা-পইচা সকলো দি মই শুদা হাতে বহি থাকিম?"

ভৰমাই সেই কথাৰ কোনো উত্তৰ নিদিলে। কিছুপৰ এনেয়ে থিয় দি থাকিল। তাৰ মুখখন যেন শেঁতা পৰি গ'ল। কেবা-বাৰো ৰং সলাই অৱশেষত মুখখন ৰঙা পৰি উঠিল। ওঁঠ দুটি আপোনা-আপুনি কঁপিবলৈ ধৰিলে। "তুমি তোমাৰ ঘৰ নিজে চম্ভালিবা তেন্তে" বুলি কৈ সি বাহিৰলৈ গুচি গ'ল। চিম্মম্বাই তাৰফালে চালে। এটা বিদ্ৰূপৰ হাঁহি মাৰি তাই মনে মনে থাকিল। অলপ পিছতে তাৰক্কা বাহিৰৰ পৰা আহি পালে। তাইৰ উদ্দেশ্য চিম্মম্বাই ক'লে— "তোৰ গিৰীহঁত খঙতে ঘৰ এৰি গুচি গ'লগৈ।"

তাৰক্কাই নামাতিলে। তাইৰ ওঁঠত এটি আশা-নিৰাশৰ মিশ্ৰিত ভাৱ ব্যঞ্জক হাঁহিৰ চমক জিলিকি উঠিল। তাকে দেখি চিম্মম্বাই ক'লে—"অ' তেনেহলে

তহঁত দুয়োটাই মিলি-জুলিহে এইখন কৰিছ? সেই কাৰণেই সি ইমানখিনি হুল-স্থুল লগাইছে। তহঁতে তাক শিকাই বুজাইয়ে যি কৰ, কৰ।" চিম্মব্বাই আঙুলি ভাঙি ভাঙি খঙতে আকৌ ক'লে—"মাক আৰু পুতেকৰ মাজত কাজিয়া এখন লগাই দিলেগৈ শেষত।"

তাৰক্কাই মাত দিলে—"কোনে কি শিকালে? যদি কোনোবাই কিবা শিকাইছে সি নিপাতে যাওক।" এইবুলি তাই খঙেৰে ক'লে—"অনাহকতে আমাৰ নাম লৈ জ্বলি পুৰি মৰে কিয়?" "মই জ্বলি পুৰি মৰোঁ? তহঁতৰ নাম লৈ? বাঃ, ঘৰখনত আটায়ে অকলে মোকেই ধমক দিয়টো ওলাইছ, নহয় নে? হায়! মোৰ ফুটা কপাল।" ইয়াকে কৈ হুৰাওৰাবে তাই এঘন্টামান সময় কান্দিয়েই থাকিল। চুবুৰীয়াৰ পাঁচ-ছয়জনী তিৰোতা আহি থুপ খালে। তাৰে তিৰোতা এজনীয়ে কলে "হুৰম্নাই ধুম-ধুপালে আহিছিল। দুপৰীয়া সো তাতে সমুখতে বহি চাহ তৈয়াৰ কৰিবলৈ কৈছিল, তৈয়াৰ কৰাই খাইছিল। এতিয়া চাহ-খোৱাৰ পৰত চিম্মব্বাই বোধহয় তাকে মনত পৰিছে সেই কাৰণে তাই বেচেৰীয়ে কান্দিছে। কি কৰিবা! ভগবানে তেওঁক লৈ গ'ল।" "গোটেই ঘৰখনেই কেৱল খাবলৈহে আছে, সময় হবলৈ নিদিয়েই। কাম যিমানেই কৰোঁ, যেন কোনো কাম হৈয়েই নাহে।" এই বুলি কৈ চিম্মব্বা মনে মনে থাকিল।

আহি গোটখোৱা তিৰোতা কেইজনীয়ে কেইআষাৰমান সান্ত্বনাৰ কথাকৈ নিজ নিজ ঘৰলৈ গ'ল। ঘৰৰ বাহিৰ ওলাই তিৰোতা কেইজনীয়ে নিজৰ মাজত আলোচনা কৰিবলৈ ধৰিলে।

প্ৰতিবেশিনী তিৰোতা এগৰাকীয়ে ক'লে—"কিবা কথা লৈ মাকে-পুতেকে কাজিয়া কৰিছিল। তাই ক'ত গিৰিয়েকৰ কথা মনত পেলাব?"

আন এজনীয়ে ক'লে "কাজিয়াৰ বাহিৰেনো কি কৰিব? পুতেক-বোৱাৰীয়েকক তাই কাঁইটৰ ওপৰত নচুৱাই আছে। বোৱাৰীয়েকজনীয়েও শাহুৱেকৰ পৰা কষ্ট খাইছে। বুঢ়ী হ'লহি অলপমানো বুজিব নালাগেনে?"

আন এজনীয়ে মাত দিলে "ছোৱালীজনী সাক্ষাত সোণৰ নিচিনা। দিনে-ৰাতি কাম কৰি কৰি বেচেৰী শুকাই খীনাই কামী যেন হৈছে।"

মাজতে বুঢ়ী এগৰাকীয়ে কলে—"তুমিও কথা কোৱা! কাম কৰিলেনো কি হয়? আমাৰ ছোৱালীয়েনো কাম নকৰেনে? গিৰিয়েক ঘৈণীয়েকৰ মনৰ মিল থাকিলে খাটনি-বাটনিৰ ফলত কমেই পয়মাল হয়। ছোৱালী সুখতেই থাকে।"

আৰম্ভনিতে যিজনী তিৰোতাই কথা কৈছিল তাই আচৰিত হোৱাৰ দৰে ক'লে "থোৱাহে বোৱাৰীয়েকক এতিয়াও গিৰিয়েকৰ লগত একেলগে শুবলৈ দিয়াই নাই! পৰহি আমাৰ ঘৰলৈ তাই কিবা বটিবলৈ আহিছিল। শপথ দি সোধাতহে তাই কৈছে। চিম্মব্বাই কিয় এনেখন কৰিছে ৰহস্যৰ কথা!"

"তুমি শোৱাৰ কথাহে কৈছানে? এতিয়াও গিৰিয়েক-ঘৈণীয়েক হালে এঠাইত

নিৰলে থিয় হৈ নিজৰ মাজত কথা-বতৰাকে পাতিব নোৱাৰে। তাই জানো এইজনী ছোৱালীকে সদায় ৰাখিব? কেতিয়াবা নহয় কেতিয়াবা পুতেকৰ কাৰণে আন এগৰাকী ছোৱালী নিশ্চয় আনিব।"

'ছোৱালীজনী দেখোন নিজৰেই। নিজৰ সৰু ভায়েকৰ ছোৱালী!"

"এৰা, আন এজনী আনিব! সেইজনীকনো কি কৰিব? তাইৰ ফাললৈ চোৱা-চোন। কোনোবাই নিজৰ ভায়েকৰ ছোৱালীলৈকো সতিনী আনেনে বাৰু?"

"থিকেই আছে, তাকেই কৰকচোন! কিন্তু দিবলৈতো কোনোবা এলাব লাগিব। যদি এনেকৈয়ে সদায় কোনোবাই নিজৰ ঘৰ-গৃহস্থী কাৰোবাক দি দিয়ে তেতিয়াহলে লওঁতাজনৰে ক্ষতি কি?"

"ঘৰ গৃহস্থী লব? ঘৰ গৃহস্থী জানো বাটে-পথে পৰি থকা বস্তু? কিছু-দিন থকাৰ পিছত সেইবোৰো চিন-ভিন হৈ যায়। যদি এইজনী বোৱাৰীয়েকক মৰমেৰে ৰাখে তেতিয়া তাইনো কলৈ যাব? তাইৰ জানো আন কোনোবা আছে?"

"সকলো ল'ৰাৰ ওপৰতে নিৰ্ভৰ কৰে। খুটি ঠিকে থাকিলে চিম্মম্বাই কিনো কৰিব?"

"থিকেনো কেনেকৈ থাকিব? ঘৰখনত জানো তাৰ কিবা কথা চলে? কিন্তু সিনো আৰু কিমান দিন এনেকৈ চলিব? আজি-কালিৰ ডেকা ল'ৰাহে?"

এইবোৰ কথা আলোচনা কৰি থাকিবলৈ তিৰোতা কেইগৰাকীৰ বৰ ভাল নালাগিল। তেওঁলোকে প্ৰসংগ সলাই বেলেগ কথাৰ অৱতাৰণা কৰিলে।

ভৰমাই খণ্ডৰ ভমকত দুই-তিনি দিন ঘৰৰ বাহিৰতে কটালে। বন্ধু-বান্ধৱৰ ঘৰতেই খোৱা-লোৱা কৰিলে। সি ভাবিছিল যে মাকে মতাই নিবহি। কিন্তু দিনে দিনে তাৰ সেই ধাৰণা ভুল বুলি প্ৰতিপন্ন হ'ল। চিম্মম্বাই ভাবিলে যে পুতেকক সৈমান কৰোৱাৰ এয়া উত্তম সময়। গতিকে ঘৰৰ সকলো চাকৰ-বাকৰক কৈ থলে "সি খণ্ডতে দুদিনৰ পৰা ইফালে-সিফালে ঘূৰি ফুৰিছে। তহঁতেই গাই-ম'হবোৰ চোৱা-চিতা কৰিবি।" এই কথা আকৌ চাকৰৰ মুখৰ পৰাই ভৰমাই পথাৰত শুনিবলৈ পালে। কথাটো শুনাৰ লগে লগে সি সিদ্ধান্ত কৰিলে যে সি আৰু ঘৰত ভৰি নিদিয়ে। সন্ধিয়া সি শহুৰেকৰ ঘৰলৈ খোজ ললে। মল্ল সেই সময়ত ঘৰত নাছিল। ৰত্নাম্বাই গোহানিত ম'হৰ গাখীৰ খীৰাই আছিল। ভৰমা তাতে গৈ বহি পৰিল। তাৰ ভোকো লাগিছিল। মুখত ক্লান্তিৰ চিন ফুটি উঠিছিল। সি চুৰিয়াখন দুকাষে কোঁচাই লৈছিল। মূৰত চুলি আউলি-বাউলি হৈ আছিল। ৰত্নাম্বাই ক'লে—"তোমাৰ মাৰাই, তোমালোক মাৰা-পুতেৰা যেতিয়া ভালে-কুশলে আছিলা তেতিয়া তুমি আমাৰ ঘৰলৈ অহাটো ভাল নাপাইছিল। সেই পৰিস্থিতি জানিও তুমি আমাৰ ঘৰলৈ আহিছা। আমাৰ ঘৰলৈ নাহিবা। মিছাতে তোমাৰ মাৰাই আমাৰ কথা কেলেই চালে-বাৰে কোবাই ফুৰিব?"

ভৰমাই দৃঢ় ভাৱে ক'লে "তেওঁ কি কৰিব? মই পৰিবাৰকো লগত লৈ আহিম। আপোনালোকৰ ঘৰত থাকিবলৈ আমাক অলপ ঠায়ো নিদিবনে?"

ৰত্নব্বাই কিছু সময় মনে মনে ৰ'ল। তাই মনে মনে ভাবিলে। "যিয়েই নহওক মাক-পুতেক দুয়ো একেই সাঁচত গঢ়া। পিচত শান্ত স্বৰেৰে ক'লে "লতাতেই ফল ওলমি থাকে। তুমি তাতে থকাই উচিত। তুমি সম্বন্ধ ছিঙা বুলিয়েই জানো ছিঙিব পাৰিবা! খুড়ৰ ভমকতেই হয়তো মাৰাই দুই এষাৰ কথা কৈ পেলাইছে আৰু তুমিও হয়তো উত্তৰ দিছা। ঘৰততো এনে ধৰণৰ ঘটনা ঘটিয়েই থাকে। যদি পাৰা তেওঁৰ পৰা নহলে আমাৰ পৰাই কিবা অলপ লৈ ঋণ পৰিশোধ কৰা। যদি বেচিব খোজা গৰুকে বেচা। এতিয়াতো পথাৰত বিশেষ কামো নাই। সংক্ৰান্তিৰ সময়ত লাগে আমাৰ পৰাই নিবা। কপাহ বেচি দি পিচত লগমাম্বাৰ মিলৰ পৰা আকৌ কিনি লবা। মই আৰু ইয়াতকে অধিক তোমাক কি বুজাম?"

ভৰমাৰ এই কথা পচন্দ নহ'ল। খঙতে সি যাবলৈ ওলাল। ৰত্নাম্বাই ক'লে—"ভৰমা অলপ গাখীৰকে খাই যোৱা। ঘৰত কণ্ডলখন লগাই অ'ত-তত কৈ খাই ফুৰিছা। আমি কিন্তু মাতি আনিও খুৱাব নোৱাৰোঁ। ঘৰত যেতিয়া সকলো ঠিক-ঠাক হ'ব তেতিয়া কেতিয়াবা মাতি আনি খুৱাম।" ভৰমাই কিন্তু নামাতিলে। উৰ্ভতিও নাচালে। যেনেকৈ আহিছিল তেনেকৈয়ে গুচি গ'ল। তেতিয়া ৰত্নাম্বাই নিজকে নিজে ক'লে—"ইহঁতৰ এনেকুৱাই, এফালে বাঘ আনফালে পুখুৰী মাজত সোমাই মই কৰিম কি?"

সন্ধ্যা বন্তি জ্বলোৱাৰ পৰত তাৰক্কাক কাষত কলহ লৈ পানী আনিবলৈ যোৱা দেখি ৰত্নব্বাও পিচে পিচে সেইখিনি পালেগৈ। ক'ৰবাত কোনোবা আছে নে চাৰিওফালে চাই-চিতি লৈ ৰত্নব্বাই কলে "অলপ আগতে জোৱাঁই আমাৰ ঘৰলৈ আহিছিল।"

"কেলেই?"

"তোক লগত লৈ বেলেগকৈ থাকিব খোজে, তাকে ক'বলৈ আহিছিল।" "তুমি কি কলা?" তাৰক্কাই আগ্ৰহেৰে সুধিলে। তাইৰ মুখ-খন উজ্বল হৈ উঠিল।

এন্ধাৰত ৰত্নাম্বাই সম্ভৱ সেইটো নমনিলে! তাই কলে "পাগলী, যিয়ে নহওক মাক আৰু পুতেক কেতিয়াবা বেলেগ হব পাৰেনে? আমাৰ সম্পৰ্ক দুৰৰ সম্পৰ্ক। কাইলৈ আমি বুঢ়া হম। গতিকে তাক নিজৰ ঘৰতে গৈ থাকিবলৈ কলোঁ।"

তাৰক্কাই নামাতিলে। তাইৰ মুখখন মোলান পৰি গ'ল। ৰত্নব্বাই ক'লে, "তোক লগ পালেও সি সুধিব তই কেতিয়াও সন্মতি নিদিবি। যদি দিয় তেনে-হলে বুজিম তই মন্ত্ৰণা দিয়েই এইবোৰ কৰাইছ।"

"বাদ দিয়া! তেওঁ মোক ক'ত সুধিবলৈ আহিব।" "নহয়, সুধিব। এতিয়া তাৰ মূৰত পোক সোমাইছে। কেইদিনমান খুড়ৰ ভমকতে থাকিব, কব নোৱাৰি

যে সি সদায়েই তেনে দৃঢ় ভাৱ লৈ থাকিব।” “ময়ো যাও” বুলি তই ঘপহ কৰে তাৰ পিছে পিছে গুচি নাযাবি। যদি তেনে কৰ তেনেহলে মোৰ ডিঙি কাটি তেজ পি খোৱা যেন হ’ব।” এইদৰে জীয়েকক বুজাই-বঢ়াই শপথ দি দঢ়াই দঢ়াই ক’লে ৰত্নব্বাই। জীয়েকৰ ভৱিষ্যতৰ চিন্তাতেই তাইৰ মন নিমগ্ন আছিল।

মানুহ যেতিয়া কঠিন পৰিস্থিতিত পৰে আৰু কোনোফালে কেনেকৈ সহজ বাটেৰে যাব স্থিৰ কৰিব নোৱাৰা হয় তেতিয়া সেই মুহূৰ্ত্তত যিটো পথকেই মংগল-জনক বুলি মনত খেলায় সেই পথকেই গ্ৰহণ কৰে। তেনে সময়ত তাৰ মনত বিচাৰ বিবেচনা বিশেষ নাথাকে। তাৰ বিশ্বাস জন্মে যে সি ভৱিষ্যতটো যেনে হব বুলি ভাবিছে ঠিক তেনেকুৱাই হব। গতিকে সিদিনা গধূলি মাকে শপথ দি নানা কথা কোৱাৰ পাছতো তাৰাৰ মনটো ভৰমাৰ কাৰণে উৰ্চাপিচাই থাকিবলৈ ধৰিলে। তাই ভাবিবলৈ ধৰিলে—“মোক তেওঁ কিবা সুধিবনে? যদি সোধে তেনেহলে কি ক’ম বাৰু? হাক দিমনে? ওহোঁ নহয়! মোৰ দ্বাৰা সেইটো নহৈছে। কালি লাগি যোৱা কাজিয়াখনৰ পিচত তেওঁ আকৌ ঘৰলৈ উভতি আহিবনে? মই হাক দি বেয়ানো হওঁ কিয়? স্বামী য’ত থাকে তিৰোতাও জানো তাতেই থকা উচিত নহয়? এবাৰ তেওঁৰ হাতত ধৰাৰ পিছত বুৱায়ে মাৰক বা উঘালিয়ে পেলাওক। তেওঁৰ লগে লগে যোৱাটোৱেই বিধেয়।”

সেইটোৱেই হ’লগৈ। আজি ৰাতিপুৱা তাৰকা পথাৰলৈ গৈ থাকোঁতে কোনো-বাই পিচৰ পৰা “ঐ”…বুলি মতা যেন শুনিলে। তাৰকাই উভতি চালে। দেখিলে ভৰমা বেগাই আহি আছে। তাক দেখি তাইৰ মুখখন উজ্বলি উঠিল। সিনো কি কয় তাকে শুনিবলৈ তাই মনে মনে ৰ’ল। তাইৰ বুকুখন সঘনে ধপ-ধপাবলৈ ধৰিলে। এনেকৈ গিৰিয়েকৰ সৈতে তাই কাহানিও মাতবোল কৰা নাই। তাতে আকৌ এইটো এটা বিশেষ ধৰণৰ কথা আছিল। ভৰমা ওচৰ চাপি আহিল। সি কথাটো কেনেকৈ কোৱা উচিত, কেনেকৈ বিষয়টো ঘৈণীয়েকৰ আগত উত্থাপন কৰা ভাল, ভাবি আহিছিল। কিন্তু যেতিয়া মুখা-মুখিকৈ কথা কব লগীয়া হ’ল সকলো সি পাহৰি গ’ল। কি কৰিব লাগে নালাগে বুজিব নোৱাৰি সুধিলে “কলৈ যোৱা?” মুখৰ মাতষাৰো তাৰ ভালমতে নোলাল। মুখখন শেঁতা পৰি গ’ল। “আৰু নো কলৈ যাম? গোবৰ গোটাবলৈ পথাৰলৈ ওলাইছোঁ।”

“মই যোৱাৰ পিছত মায়েনো কি কৈছিল?”

“কৈছিল যে, যলৈকে যাওক আজি ন’হলে কাইলৈ নিশ্চয় আহিব।” তাৰাই কথাখিনি ক’লে কিন্তু লগতে ভয়ো খালে। মনতে তাই ভাবিলে “মই পিচে পিচে কথা কোৱা উচিত নহয়।”

“সেইটোহে কথা নেকি?” ভৰমাই চকু থিয় কৈ সুধিলে।

তাৰকাই কিছু সন্তোষ পালে। তাই ভাবিলে; তাইৰ অনুমান অথলে নাযায়।

তথাপি প্ৰকৃত কথাকে ক'লে তাই—"আপুনি কিয় তেনে কৰিছে? অনাহকতে মোৰ মা-দেউতাই গালি খাব লগা হয়।"

"যেয়ে যেয়ে গালি খায় খাব দিয়া। এবাৰলৈ হলেও কষ্ট নকৰিলে ফল নহ'ব। তুমি মাৰ গালিলৈ ভয় কৰা?"

"শাহু যেতিয়া ভয় কৰিবই লাগিব।" "গালি ডিঙিলৈ আহে মানেতো ঠিকেই থাকে। যেতিয়া তাৰ ওপৰলৈ ওকালি ওলায় তেতিয়া?

ভৰমাৰ চকুৰ পৰা চকুলোৰ দুটি ডাঙৰ ডাঙৰ টোপাল বাগৰি পৰিল। কণ্ঠস্বৰ সংযত কৰি সি সুধিলে—"মই এষাৰ কথা ক'ম, শুনিবা?"

তাই কি কৰা উচিত জানিছিল। তথাপিও ক'লে—"কৰিবলৈ সমৰ্থ হলে কৰিম।" নাজানো মনলৈ তাইৰ কি ভাব আহিল। "আপুনি শেষলৈ বুকু ডাঠকৈ থাকিলেহে।" চকুপানী মচি মচি ভয়ে ভয়ে ক'লে তাই।

'পোনতে মোৰ কথা শুনা। এইটো কিবা ল'ৰা-ধেমালিনে?" এই বুলি অলপ আগুৱাই আহি সৰু মাতেৰে ক'লে ভৰমাই—"পৰহি যেতিয়া কাজিয়া লাগে তুমি নাছিলা। মাই পইচা-পাতি নিদিওঁ বুলিছে। মই দিওঁ ক'ৰ পৰা? সিদিনা বচব্বয়াই কেবাজনো মানুহৰ আগতে ভাল বেয়া বহুত কথা কৈ মোৰ মান সন্মান নাশ কৰিলে। মাই টকা পইচা নিজৰ হাতত ৰাখি কি কৰিব? মোতকৈও টকা পইচাহে তেওঁৰ আপোননে? হওক তেনে! সিহঁতে মাকেই সাধিব। মইতো ঘৰত নাথাকোৱেই। মায়ে যদি মোক নিবিচাৰে তেনেহলে কিয় আহিম? তেওঁক পুতেকক নালাগে! তেওঁৰ খেতি-বাতি আৰু ঘৰ-দুৱাৰ তেওঁ নিজেই চোৱা-চিতা কৰক।" অলপ বৈ যেন কিবা ৰহস্যৰ উদ্ঘাটনহে কৰিছে এনে ভাবে সি আকৌ ক'লে—"তুমিও ঘৰ এৰি গুচি আহা। আমি দুয়ো একেলগে থাকিম।" ভৰমাৰ মাতটো কঁপিছিল। তাকে চম্ভালি লৈ আকৌ ক'লে—"দেখা যাওক তেওঁ কি কৰে। দিনে নিশা ঘানিৰ গৰুৰ দৰে আমি কিমান খাটনি খাটিম?"

"সেইবোৰ ঠিকেই আছে। পিচে থাকিম ক'ত?"

এমাহমান ভীম খুৰাৰ ঘৰত গৈ থাকিম। খেতি উঠাৰ পিচত পথাৰতে জুপুৰী এটা সাজি থাকিম গৈ। পিচলৈ কি হয় দেখা যাব।"

"তাতো মায়ে তেনেকৈ বেলেগ থাকিব দিবনে? তাতকৈ মাৰ চকুৰ পৰা আঁতৰত আন কোনোবা গাঁৱলৈ গৈ থাকিবলৈ ললে কেনে হয় বাৰু?"

এই প্ৰস্তাৱ ভৰমাৰ মনপুত নহ'ল। ঘৰৰ পৰা আঁতৰত খেতি পথাৰখন এৰি থৈ আন কোনোফালে গৈ থকাৰ ইচ্ছা তাৰ নাই। মাকৰ লগত তাৰ মত নিমিলে গতিকে ঘৰত সুখ পোৱাৰ আশা নাই। সেইবাবে সি বেলেগকৈ থাকিব খোজে। খেতিৰ ধান-চাউল সিয়েই পাব লাগিব, বচব্বয়াৰ ধাৰো মাৰিব লাগিব। সি তাকেই চিন্তা কৰিছিল। তাতকৈ অধিক ভবা নাছিল।

ভৰমাই কঠোৰভাবে ক'লে—"সেইবোৰ নালাগে। ইয়াতেই থাকিম। তুমি আহিবানে নাহা ?"

নিৰুপায় হৈ তাৰক্কাই ক'লে—"আহিম।" "তেনেহলে আজি গধূলিতে ভীমংপা খুৰাৰ ঘৰলৈ যাবা।"

ভাল।"

ভৰমাই কিছুপৰ চিন্তা কৰিলে। অৱশেষত ক'লে—"আহোঁতে মোৰ চুৰীয়া আৰু তুমি পিন্ধিবলৈ শাড়ী আদি লৈ আহিবা।

"চাম বাৰু।" তাৰক্কাই চিন্তিত ভাবে ক'লে। ভৰিৰ আঙুলিৰে তাই মাতি খুচৰি আছিল!

"ৰ'বা, যেতিয়া সিহঁত আনফালে বাহিৰত থাকিব তেতিয়াই তুমি উলিয়াই থবা আৰু পিছত লৈ আহিবা। কাইলৈ পিন্ধিবলৈ নালাগিব জানো ?"

কিবা কিবি ভাবি ভাবি তাৰক্কাই সন্মতিসূচক ভাবে মূৰ দুপিয়ালে।

# 12

ওপৰোক্ত ঘটনাৰ পিছত এঘাৰ মাহ পাৰ হৈ গ'ল। এই এঘাৰ মাহে আন একো বিশেষ পৰিৱৰ্ত্তন নহলেও তাৰক্কাৰ কিন্তু জীৱনৰ মানদণ্ড ভালেখিনি তললৈ নামিল। নিতৌ পুৱা শুই উঠাৰে পৰা তাই শাহুৰেকৰ মুখৰ কদৰ্থণা শুনিব লগাত পৰিল—"পৈয়েৰক ফুচুলাই ঘৰখন টুকুৰা টুকুৰ কৰিবলৈ ওলাইছিলি নহয়, মহাৰাণী ?" লগতে তাই, তাইৰ মাক-বাপেকৰ উদ্দেশ্যে প্ৰয়োগ কৰা কু-বাক্যও শুনিব লগাত পৰে। এনেকৈ এদিন অশান্তি পাই, তাই কাপোৰ ধুবলৈ নৈলৈ বুলি গুচি গ'ল। তেতিয়া ৰ'দ তিৰ্ৱিৰাই আছিল। নৈৰ পাৰতো কোনো নাছিল। নৈৰ বুকুত আছিল সোঁতৰ প্ৰৱাহ। এনে লাগিছিল যেন, সেইখন মাকৰ কোলাৰ দৰেই শান্তিময়! তাৰক্কাৰ—এনে লাগিল যেন ল'ৰা-ছোৱালী যেনেকৈ গৈ মাকৰ কোলাত সোমাই পৰে, তেনেকৈ তায়ো যেন গৈ এই নৈৰ কোলাত সোমাই পৰিব। গধুৰ মন এটা লৈ তাই পানীলৈ নামি গ'ল। এখন এখনকৈ কাপোৰ পানীত তিয়াই-তিয়াই পাৰৰ শিলৰ ওপৰত থবলৈ আৰম্ভ কৰিলে। মনত ভাবৰ ঢৌ উঠিবলৈ ধৰিলে—"এই জীৱনটো কাৰো কাম্য নহয়, এনেকৈ জীয়াই থকাৰ অৰ্থ কি? এই জুই কুৰাৰ নিবৃত্তিৰ কাৰণে কৃষ্ণা নদীৰ শৰণ লোৱাই শ্ৰেয়।" এনেতে তাইৰ

সখীয়েক সুমতি পানী নিবলৈ আহি সেইখিনি পালে। যেন অন্তিম মুহূৰ্ত্তত ঈশ্বৰেহে তাইক পঠিয়াই দিলে।

সুমতিও এতিয়া ডাঙৰ হৈছে। তাইৰ এটি ল'ৰাও জন্মিছে। পৰহি তাই মাকৰ ঘৰলৈ বুলি আহিছে। ল'ৰা কালি এই দুই সখীয়েকৰ মাজত যে ক'ত তৰহৰ গোপন আলাপ-আলোচনা চলিছিল তাৰ সীমা সংখ্যা নাই। সখীয়েকক দেখা পাইয়ে তাৰক্কাৰ চকু দুটা চলচলীয়া হৈ উঠিল। তাইক দেখা পাই চকুত পানীৰে উপচি আহিল। কিছুপৰলৈ এজনেও ঠিক কৰিব নোৱাৰিলে কি বুলি কথা পাতিব। নীৰৱে নিমাতে দুয়ো দুয়োলৈ চাই ৰ'ল। অৱশেষত এটি তপত নিশ্বাস পেলাই চকুপানী মুচিমুচি সুমতিয়েই মাত দিলে—"চাৰি পাঁচ-দিন মানৰ পৰা লগ পাবলৈ হাবিয়াস কৰি আছিলো।"

"মায়ে তুমি অহা বুলি কোৱাৰেপৰা মেয়ো লগ পাবলৈ ইচ্ছা কৰি আছিলোঁ। কিন্তু মই জানো তোমাৰ দৰে স্বাধীন?" তলমূৰ কৰি তাৰক্কাই কথাখিনি ক'লে। তাইৰ চকুপানী কৃষ্ণানদীৰ সোঁতেৰে মিলি, বৈ গ'ল।

সুমতিয়ে মূৰৰ পৰা পানীৰ ঘাগৰী নমাই থৈ তাৰক্কাই তিওৱা কাপোৰ ধুবলৈ আৰম্ভ কৰিলে। তাৰক্কাই ক'লে- "এৰাচোন; মই ধুম। তুমিওতো শহুৰী খাটি চেপেৰা লাগি আহিছা।"

"হলেনো কি হ'ল? কথা পাতি পাতি দুয়োজনে ধুই পেলাম। দুয়ো একেলগেহে যাম! ল'ৰাটিক মই শুৱাই থৈ আহিছোঁ। অলপ পলম হলেও কি অসুবিধাটোনো হব? তাৰক্কাই এখন সৰু কাপোৰ থুকচি থুকচি সুধিলে— "তোমাৰ শাহুৰেৰা কেনে আছে?"

ভালে আছে। শাহুৰেক হলে যেনে থকা উচিত থিক তেনে। কিন্তু তোমাৰ শাহুৰেৰাৰ দৰে নহয়। তোমাৰ শাহুৰেৰাৰ দৰে শাহুৰেকতো বিশ্বজগততে বিৰল।" বুলি অলপ ৰমকি আকৌ সুধিলে তাই— "এতিয়া তোমাৰ ইজনৰ লগত কেনে?"

"তেৰোঁ মাক চাইহে পুতেক!" এই বুলি কৈ তাই শাৰী এখনৰ পানী চেঁপিবলৈ ধৰিলে। কিছুপৰলৈ দুয়োজনীৰ এজনীয়েও কথা নক'লে। সুমতিয়ে কাপোৰবোৰ এখন-এখনকৈ ধুই দি থাকিল। তাৰক্কাই সেইবোৰ চেঁপি চেঁপি দি শিলৰ ওপৰত শুকাবলৈ মেলি দিলে।

"মাজতে তোমালোক বেলেগকৈ থাকিবলৈ লৈছিলা?"

"এৰা। তাকে কৰিয়েতো তেওঁলোক খালে। তেওঁৰ কথা শুনিয়ে তেওঁৰ লগত ওলাই গলোঁ। ফলত ইফালে, মোৰ আই-বোপায়েও মোক বেয়া পোৱা হ'ল। নিজে মই হাতৰ কুঠাৰ ভৰিত মাৰিলোঁ। তেওঁলোক মাক-পুতেক দুয়ো লগ-লাগি গ'ল! মাকে শেষত গৈ পইচা দিলে আৰু তেৰোঁ লৈ ললে।"

"অ' সেয়েহে কথা নেকি? এবাৰ যদি বেলেগ হৈছিলা তেনেহলে বেলেগেই থাকিব লাগিছিল। সিও এটা কামৰ কাম হ'লহেঁতেন।"

"কিন্তু সেইটো মোৰ ভাগ্যত নাছিল। মোৰ ফুটা কপালৰ কৰ্ম্ম-দোষ যাব কলৈ?"

তাৰক্কাৰ মুখলৈ চাই সুমতিয়ে প্ৰবোধ দি ক'লে—"আজি নাইবা কাইলৈ দিন নিশ্চয় উভতিব। ঈশ্বৰেনো মুখ তুলি নাচাবনে?"

তেতিয়া তাৰক্কাই ক'লে—"দিন আৰু উভতিব ক'ত?"

চকুপানী মুচি মুচি কাপোৰৰ বোজাটো মুৰৰ ওপৰত তুলি দিয়াৰ লগে লগে সুমতিয়ে ক'লে—"তেনেকৈ নকবাচোন তাৰা!"

এই কথাষাৰত যি মনোভাৱ নিহিত আছিল তাক একমাত্ৰ তাইৰ অন্তৰাত্মাইহে জানিছিল। সম্প্ৰতি শহুৰেকৰ ঘৰখনত তাৰক্কাৰ অৱস্থা অধিক শোচনীয় হৈ পৰিছে। চিম্মৰবাই এতিয়া পুতেকৰ মন বুজি চলিবলৈ আৰম্ভ কৰিছে। তাৰ মাজতো সুযোগ বুজি তাৰক্কাৰ বিৰুদ্ধে তাই পুতেকৰ আগত কথা লগাবলৈ এৰা নাই। দুদিন আগতে গধূলি সময়ত চিম্মাবাই এটা ডাঙৰ বাগৰীত কৈ এবাগৰী পানী আনিবলৈ তাৰক্কাক নদীলৈ পঠিয়াই দি সিকালে গৈ গোহালিত কাম কৰি থকা পুতেকৰ আগত ক'লে—"দেখিছনে? সময় নাই অসময় নাই ঘাগৰীটো লৈ মাথোন তাই পানী আনিবলৈহে যায়! এতিয়াই সেই নীহকুলীয়া সত্যটোও আহি গৈছে। সেই কাৰণেই গৈছে যেন পাওঁ!" ভৰমাই উভতি চালে। তাৰ মুখখন ৰঙা পৰি উঠিল। মাকৰ কথাষাৰে তাৰ মুৰত যেন বজ্ৰাঘাত কৰিলে। মুৰ আচন্দ্ৰাই গ'ল। তাৰ এনে লাগিল যে, যেন কোনোবাই তাক এটা বন্ধ কোঠালীত সুমুৱাই হাত-ভৰি বান্ধি লৈ ঘুচিয়াবলৈ আৰম্ভ কৰিছে। হাত দুখন তাৰ শিলৰ দৰে টান হৈ উঠিল। বুকুখন ঘনাই ধপ্‌ধপাবলৈ ধৰিলে। তাৰ এনে লাগিল যেন সি বাগৰি পৰিব। খুটা এটাত ধৰি সি কোনোমতে থিয় হ'ল। সৰ্ব্বাংগ জৰৰ ঘমাদি ঘামিল। দিঙি শুকাই গ'ল। হাপৰৰ পৰা ওলোৱা বতাহৰ দৰে তপত নিশ্বাস নাকেৰে ওলাবলৈ ধৰিলে। সি দাঁতে ওঁঠে কামুৰি ধৰিলে। অন্তৰত তাৰ বাৰে বাৰে এই প্ৰশ্ন ধ্বনিত হবলৈ ধৰিলে—"কথাটো জানো সঁচা? কথাটো জানো সঁচা?" চিম্মাবাই আকৌ কলে—"মই তোক মিছা কোৱা নাই। লাগিলে নদী পাৰলৈ গৈ চাই আহগৈ।" অৱশ্যে তাইৰ মাতটো নকপাঁকৈ নাছিল। ভৰমা তাৰপৰা আঁতৰি গ'ল। চাৰি-পাঁচ খোজ গৈয়েই তাৰ হাত-ভৰি অৱশ হৈ আহিল। চকুৰ আগলৈ যেন এন্ধাৰ নামি আহিল। ধুপুচকৈ সি মাটিতে বহি গ'ল। কিন্তু তৎক্ষণাত আকৌ উঠি থিয় দিলে। বতাহৰ বোকোচাত নিৰুদ্দেশ হৈ উৰি অহা গছৰ মৰা পাতৰ দৰে সি আগুৱাই যাবলৈ ধৰিলে। গৈ গৈ সি নদীৰ পাৰত উপস্থিত হ'ল। জোপোহাৰ আঁৰত লুকাই থাকি সি চাই থাকিল। তাৰক্কাই ঘাগৰীত পানী ভৰাই, গধুৰ কাৰণে অকলে দাঙি লবলৈ টান পাই, সত্যপাক অলপ হাত ধৰি দিবলৈ ক'লে। সত্যপাইও সহায় কৰি তুলি দিলে। মনত সন্দেহ সৃষ্টি কৰিবাৰ বাবে সেয়েই যথেষ্ট হ'ল।

এই দুদিনে সেই কথাকে লৈ ঘৰত কাজিয়া লাগি আছিল। তাৰকাই খাবলৈকেই বাদ দিছিল। জীৱনৰ প্ৰতি বিতৃষ্ণাৰ মনোভাৱেৰে এই ৰ'দখনত তাই নদীলৈ আহিছিল।

দুয়োজনীয়ে পাৰলৈ উঠি আহি খোজ ললে। "তুমি সুখতেই আছা। নহয় নে সুমা?" তাৰকাই সুধিলে। আনক সুখত থকা বুলি জানিও এক প্ৰকাৰৰ শান্তি পোৱা যায়। সম্ভৱ সেই কাৰণেই তাই সুধিলে।

সুমতিয়ে ক'ব খুজিছিল—"মই সুখত আছোঁ" বুলি। কিন্তু কিয় জানো, তাই তেনেকৈ ক'ব নোৱাৰিলে। ক'লে— 'শহুৰেকৰ ঘৰত সুখ আৰু দুখ দুয়োটা থাকে। কোনোমতে জীৱনটো চলাই থাকি আই-বোপাইৰ নাম ৰাখিব পাৰিব লাগে।"

তাৰাই অমনোযোগীভাৱে ক'লে—"এৰা, ৰাখিব পাৰিব লাগে।" অলপ পিছতে আকৌ তাই কলে—"যি কি নহওক তোমাৰ এটি ল'ৰা হৈছে। জীৱন-টোৱে এটা পাৰ পাইছে। বাৰু, ৰায়চাহাবৰ কেনে?" "বেচ ভালে আছে। ইয়ালৈ অহাৰ চাৰিদিনৰ মানৰ আগৰে পৰা পানী লাগিছিল। তেওঁ কৈছিল "এই অৱস্থাত ল'ৰাটিক লৈ যোৱাৰ প্ৰয়োজন নাই।" কিন্তু উছৱৰ কাৰণে আনিবলৈ পিতাই গৈছিল। আগতেও চাৰিবাৰ মান আনিবলৈ গৈ গৈ উভতি আহিছে। এইবেলি এৰি আহিব নুখুজিলে। গতিকে আহিলোঁ।" সুমতিয়ে পুতেকৰ বিষয়ে ক'বলৈ গৈ ক'লে।

তাৰকাৰ কাৰণে কথাবোৰ নতুন নতুন যেন লাগিল। আই আচৰিত হৈ সুমতিৰ কথা শুনিবলৈ ধৰিলে। তাই কৈ গ'ল—"মেলা চাও বুলি আহিছিলোঁ। পিছে তাৰ সময় ইয়াত পিছুৱাই দিছে। গতিকে খেলা আৰম্ভ হোৱাৰ আগদিনাই গুচি যামগৈ।"

"মোক পিতাদেৱে কাইলৈ "যুগাদি"ৰ কাৰণে নিবলৈ আহিব। এই নৰকখনৰ পৰা অন্ততঃ এবাৰ ওলাই যাব পাৰিম।"

"তেতিয়া আমাৰ ঘৰৰ ফালেও কেচুৱাটিক চাবলৈ এপাক যাবা।" আহি আহি সিহঁত সুমতিৰ ঘৰৰ ফাললৈ যোৱা বাটৰ মেৰটি পালেহি। সুমতিয়ে স্বাভাৱিক ভাৱে সুধিলে "শহুৰেৰাৰ ঘৰলৈ কেতিয়া উভতিবা?"

তাৰকা থমকি ৰ'ল আৰু উভতি প্ৰশ্ন কৰিলে "কি কাৰণে?" সুমতিয়ে গৈ ঘৰ পোৱালৈকে তাইৰ মনটোৱে সখীয়েকে সোধা—'কি কাৰণে?" প্ৰশ্নৰ উত্তৰ বিচাৰি থাকিল। পিছত পুতেকক মৰম কৰাত লাগি সেই প্ৰশ্নৰ গ্ৰন্থি উন্মোচন কৰাৰ কথা পাহৰি গ'ল।

তাৰকাৰ প্ৰশ্ন স্বাভাৱিক আছিল। তাই যে ধেমালিতে তেনেদৰে কৈছিল সেইটো নহয়। তাইৰ ব্যথিত অন্তৰৰ পৰা কথাষাৰ ওলাই আহিছিল।

ভাগ্যক্ৰমে মেলা-চাবলৈ অনন্ত আৰু নাভিৰাজো আহি ওলাল। সিহঁতৰ

আগমনত তাৰক্কাৰ অন্তৰৰ মাজেৰে যেন আনন্দৰ সোঁত বৈ গ'ল। অনন্ত এতিয়া আৰু আগৰ দৰে সৰু হৈ থকা নাই। সি হাইস্কুলত পঢ়ে। মিহি চুৰিয়া আৰু চাফ-চিকুণ চোলা পিন্ধে। বেঁকাকৈ ধুনীয়া সেওঁতা ফালে। গলত সোনৰ লকেট্ এটাও পিন্ধে। অৰ্থাৎ সি যে নতুন যুগৰ নতুন যুৱক সেইকথা বেলেগে কোৱাৰ সকাম নাই। তাৰক্কাই কৌতূহলেৰে এবাৰ তাৰ ফালে চালে। তেনেকৈ তাক বাৰে বাৰে দেখা পাবলৈ তাইৰ ইচ্ছা হ'ল। এদিন দুপৰীয়া অনন্তই সুধিলে "পেহীদেউ মেলাৰ আয়োজন এতিয়া কিয় ?" সকলোবোৰ কথাকে জানিবলৈ আজি-কালি সি বৰ ইচ্ছুক।

অনন্তৰ মাতবোল শুনিবলৈ তাৰক্কাৰ মনটোৱে সদায় হাবিয়াস কৰে। তাৰ মাতষাৰ তাইৰ কাণত বৰ মিঠা লাগে। সি যেনেকৈ বহে, যেনে ভংগীত থিয় হয় সেই সকলোবোৰ তাইৰ বৰ মনোৰম লাগে। অনন্ত পেহীয়েকৰ ঘৰলৈ অহাৰ দিন ধৰি নিতৌ গা-ধুবলৈ নদীলৈ যায়। এবাৰ দুবাৰমান পেহীয়েকে তাক কৈছিল— "অন্তু নদীলৈ গা-ধুবলৈ নাযাবি। চেঁচা পানীয়ে তোক নুসুজিব। ইয়াতে পানী গৰম কৰি দিম গা ধুবি।" কিন্তু অনন্তই পেহীয়েকৰ কথা শুনা নাছিল। গা ধুবলৈ সি নদীলৈকেহে গৈছিল। সি যেতিয়া গা ধুবলৈ যায় তেতিয়া তাৰক্কাও কাপোৰ ধোওঁ বুলি নৈ পায়গৈ। অনন্তই গা-ধুই উঠি কাপোৰ সলালে তাৰক্কাই সেই কাপোৰ ধুই দিয়ে আৰু জাপিজুপি লৈ আহে। অনন্ত শুদা হাতে ঘৰলৈ ওভতে। তাৰক্কাই অনন্তৰ চুৰিয়াথন মনোযোগেৰে শুকায়। যদি কিবা প্ৰকাৰে তাত ক'ৰবাৰ কিবা দাগ লাগে তেন্তে তাই চিন্তিত হৈ পৰে। তাৰ কাপোৰ আৰু কিতাপ পত্ৰ নিয়াৰিকৈ সজাই থওঁতে তাইযে কিমান সময় খৰচ কৰে ঠিক নাথাকে। কিবা নহয় কিবা এটা প্ৰসংগ উলিয়াই তাৰ সৈতে কথা পাতিবলৈ তাই যত্ন কৰে। এইবোৰ কাম কৰোঁতে তাইৰ এনে আনন্দ লাগে কিয়, নাজানে।

যোৱা এমাহৰ পৰা মল্লই সপৰিয়ালে গাৱঁৰ ওচৰেৰে খেতি পথাৰতে থাকিবলৈ লৈছে। দহথনমান টিনপাতেৰে তাতে এটা সৰু সৰু জুপুৰী সাজিছে। খুটি-পুতি চকোৱা দি গৰু ম'হৰ গোহালী বান্ধি লৈছে। গতিকে আৰু এতিয়া তাৰ গাঁৱলৈ যোৱাৰ প্ৰয়োজন নোহোৱা হৈছে। তথাপি অহা শুকুৰবাৰলৈ মল্লই যাবলৈ ঠিক কৰিলে। এই কেইদিন সি মেলাৰ কামত লাগি থাকোঁতে গৈছে। কাৰণ দেৱী লগমাব্বাৰ মেলাত মগদুম পৰিয়ালৰ এটি বিশেষ দায়িত্ব আছিল। পূজাৰ প্ৰসাদ তৈয়াৰ কৰা, সেই প্ৰসাদ দেৱীৰ আগত অৰ্পণ কৰা, যি গৰাকী তিৰোতাৰ ওপৰত দেৱীয়ে ভৰ কৰে সেই গৰাকীক প্ৰসাদ আগ কৰা আৰু শেষত ৰাইজক সোধ-পোচ কৰাৰ দায়িত্ব তেওঁলোকৰ ওপৰতে। সেই কাৰণে ৰান্ধন বাঢ়নৰ চৰু-চৰিয়া, চাউল-দালি ; খৰি-খেৰ আদি সংগ্ৰহ কৰাৰ কাৰণে পাঁচ-ছয় দিন মানৰ বাবে মল্লই নিজৰ ঘৰ-বাৰীৰ কাম-কাজলৈকেই পিঠি দি ভালকৈ লাগি গৈছিল। এইটো এটা পুৰ্ব্ব প্ৰচলিত দস্তুৰ আছিল।

গাঁৱৰ কোনো মানুহৰ লগতে অনন্তৰ জনা-শুনা নাছিল। গতিকে সি সদায় পথাৰত থাকিয়েই ভাল পাইছিল। পেহীয়েকে ৰান্ধি-বাঢ়ি দিয়া জুতি লগা খাদ্য খাই; কিবা-কিবি পঢ়াশুনা কৰি আৰু মেল মাৰিয়েই সি সময় পাৰ কৰিছিল। তাৰকাৰো ঘৰুৱা কাম নাছিল। তাই শহুৰী খাটি ভাগৰি-জুগৰি চেপেটা লাগি আহিছিল। তায়ো সদায় অনন্তৰ লগত মেল মাৰি থাকিবলৈ পালে ভাল পাইছিল। ইহঁত দুজনৰ বাহিৰেও লগত নাভিৰাজো আছিল। দিনে দুপৰীয়া সময়ত জুপুৰীৰ ভিতৰত বেছ গৰম লাগে। সেই কাৰণে তাৰকাই ওচৰতে থকা আমগছৰ ছাঁত কমলি পাৰি দিয়ে। অনন্তই তাতে বহি পৰে, টোপনি ধৰিলে পঢ়ি থকা কিতাপখন বুকুৰ ওপৰতে থৈ শুই থাকে। এদিন অনন্ত তেনেকৈ শুই থাকোঁতে খেতি-পথাৰৰপৰা পিচ ফাললৈ গৈ থকা তাৰকাই দেখা পালে। তাৰ এনে ৰূপ ইয়াৰ আগতে কোনো দিনে তাইৰ ইমান মনোমোহা লগা নাছিল। তাৰ বহল মুখ-মণ্ডলত অংকিত বিস্তীৰ্ণ চেলাউৰি, ফুটিয়াই ওলোৱা গোঁফ, ধুনীয়া চেহেৰা, বতাহৰ বা লাগি অবিন্যস্ত ভাৱে উৰি থকা দুই তিনিডালমান চুটি চুটি চুলি,—এটা এটাকৈ সকলোবোৰ লক্ষ্য কৰি তাই থিয় দি ৰ'ল। ভয়ে ভয়ে চালেও তাইৰ মনত তাৰ সেই সৌন্দৰ্য্য চাই থাকে মানে অধিক সুন্দৰ, অধিক সুন্দৰ যেন প্ৰতীয়মান হবলৈ ধৰিলে। কিমান সময় তাই তেনেকৈ চাই আছিল ক'ব নোৱাৰে। ৰ'দৰ তীব্ৰতাৰ কথাও তাই পাহৰি গৈছিল। অনন্তই হঠাৎ সাৰ পাই চকুমেলি চাই উঠি বহিল। দেখিলে সন্মুখতে ৰ'দত তাৰকা থিয় হৈ আছে।

অনন্তই সুধিলে—"ৰ'দত কিয় থিয় হৈ আছা, তাৰা?"

তাৰকাই থতমত খালে। লৰালৰিকৈ ক'লে—"বোধহয় মা আহি পাবৰ হৈছে।" অনন্তই কথাৰ মৰ্ম্মাৰ্থ যেন বুজি পালে। এটা মৃদু হাঁহি তাৰ ওঁঠৰ ওপৰেৰে বাগৰি গ'ল। সি আকৌ চকু মুদি দিলে।

ৰত্নপ্ৰবা হাতখোলা স্বভাৱৰ তিৰোতা। খাবলৈ বহাৰ সময়ত অনন্তই হকাবধা কৰিলেও তেওঁ বেছি বেছিকৈ খোৱা বস্তু পাতত দি দিয়ে। গাঁৱৰ তিৰোতা। গাঁৱৰ লৰাই যেনে পৰিমাণত খায় তেনে পৰিমাণতে অনন্তকো তেওঁ খাবলৈ দিয়ে। ফলত অনন্ত সংকটত পৰে। পেহীয়েকে এবাৰতে খাবলৈ দিয়া বস্তু সি দুবাৰতো খাই শেষ কৰিব নোৱাৰে। যিমানখিনি সম্ভৱ খায় আৰু বাকীখিনি আগত লৈ পেহাকৰ খোৱা শেষ নহয় মানে পাততে বহি থাকে। তাৰ ভোজন-ব্যৱহাৰ দেখি ৰত্নপ্ৰবাই মৰমেৰে কয়—"এতিয়া থাকিবলৈ দে। ইমানখিনি ডাঙৰ হলি! এতিয়াও সৰু ল'ৰাৰ দৰে আধা খাই আধা এৰি, নষ্ট কৰ।" পেহীয়েকে এনেকৈ ক'লেই অনন্তই পানী খাই উঠিবলৈ সাজু হয়। তাকে দেখি মণ্ডলই হাত ধুই লোটাটো থবলৈ ভিতৰলৈ গৈ থাকোঁতে কৈ যায়—"তাকেই টোপোলা বান্ধি মূৰত তুলি দিয়া। তাৰ এৰেহাবোৰ কোনে খাব? সৰু লৰাইতো? খুদ-কণ এটাকো নেৰে। ইয়াৰ এৰেহা খাবলৈ জানো তাৰ ঘৈণীয়েক ইয়াত আছে? গোল-মাল নকৰি খাই

শেষ কৰ। নহলে কাণ-কাটি শেষ কৰিম।” ধেমালিতে কথাখিনি কৈ মল্ল বাহিৰ ওলাই যায়। তেতিয়া ৰত্নব্বাই কয়—“বাৰু, তই এতিয়া হাত-মুখ ধুই ল। যি এৰিছ, মই আৰু তাৰাই অলপ-অলপকৈ খাম।”

ল’ৰালিৰ পৰা এইখন ঘৰৰ সৈতে অনন্তৰ অহা-যোৱাৰ সম্বন্ধ। পেহাক আৰু পেহীয়েকৰ সৈতে তাৰ অতি গভীৰ মৰমৰ সম্পৰ্ক। সেই কাৰণে তেওঁলোকে কোৱা কোনো কথাতে সি বেয়া নাপায়। পেহাক-পেহীয়েকৰ কথা শুনি হাঁহি মাৰি সি উঠি বাহিৰলৈ গুচি গ’ল। সি উঠি যোৱাৰ লগে লগে তাৰকা আহি সি এৰি যোৱা পাতৰ আগত বহি কপট খং দেখুৱাই কলে “দেখিছা? আজি তাৰ এৰেহা খাব লগাত পৰিলোঁ। সদায় কেৱল এৰি এৰি যাব!”

মাকে আহি মাতে, তাই বহাৰ আগতে অনন্তই এৰি যোৱা পাতত বহি নপৰে সেইবাবেই তাৰকাই খৰধৰ কৰাটো তাইৰ ভাৱ-ভংগীৰ পৰা প্ৰকাশ পাইছিল। মুৰত পাগুৰী মেৰিয়াই মেৰিয়াই মল্লই ক’লে “তাক বোধহয় ঘিউ বেছিকৈ দিছিল নহয়নে? সেইকাৰণেই তই লৰা-লৰিকৈ বহিছ? সৰুতে দেখোন আনে পানী খোৱা গিলাছত পানী খাবলৈ কলেও সেইটো নুধুৱাকৈ হাততে নলৈছিলি। এতিয়া সেইবোৰ বিচাৰ ক’ত এৰিলি বেটী!”

আবেলি বিচনাত বহি বহি অনন্তই “সুমংগলী গীত”ৰ পুথি এখন পঢ়ি আছিল। তাৰকাই আধা শোৱাকৈ মনোযোগেৰে তাৰ আবৃত্তি শুনি আছিল। মাকে আখাত গাখীৰ তপত হবলৈ দি প্ৰতিবেশী তিৰোতাজনীক মেলাৰ বিষয়ে কিবা-কিবি কথা কবলৈ আৰম্ভ কৰিছিল। কথাকৈয়ে তাৰকাৰ মনৰ একাগ্ৰতাৰ বাধা আৰোপ কৰা যেন পাই তাই বিৰক্তিৰে কলে—“ৰ’বা চোন তোমাৰ কথা বন্ধ কৰা। এইবোৰ কথা গধূলিলৈকে থলে, পলাই যাবনে কিবা? এতিয়াই আৰম্ভ কৰিছা যে! অলপ সময় গীত শুনিব খুজিছোঁ।” জীয়েকৰ কথা শুনি ৰত্নাই মুখ বন্ধ কৰিলে। মৰমৰ জীয়েকজনীৰ অন্তৰত এতিলমানো দুখ দিবলৈ তাইৰ ইচ্ছা নহ’ল।

“বাৰু তই শুন” বুলি প্ৰতিবেশিনী তিৰোতাজনীৰ উদ্দেশ্যে “তাই গান শুনি বৰ ভাল পায় সৰসা ব’লা আমি বাহিৰলৈ যাওঁ” বুলি কৈ ৰত্নাই তিৰোতা গৰাকীক বাহিৰলৈ মাতি নিলে। তাৰকাই যে তাৰ গান শুনি আছে সেই কথা জানিব পাৰি অনন্তৰ মনে মনে বৰ আনন্দ লাগিল। সি আৰু অধিক মধুৰ সুৰেৰে গাবলৈ ধৰিলে। টোপনি নধৰালৈকে তাৰকাই সেই গীত শুনি থাকিল। তাৰ পিছত তাইৰ কেতিয়া টোপনি আহিল গমকে নাপালে।

পিছদিনা তাৰকা শুই উঠাৰ আগতেই ৰত্নাব্বাই আহি বাহিৰৰ পৰা কলে “আইজনী মই নোৱাৰা হৈছোঁ। তই দুখে-কষ্টে মাৰৰ ঘৰলৈ আহিছ! পিছে ইয়াতো জিৰাৰ নাপাবি দেখিছোঁ! আৰু পাচ-ছয়দিন পিছতহে হব লাগিছিল। সিমাহত পূৰ্ণিমাৰ চাৰিদিন পিছত হৈছিল। এইবাৰ আকৌ চাৰিদিন আগতেই হ’ল।”

তাৰক্কাই মাতবোল নোহোৱাকৈ বিছনাত এঙামুৰি দি থাকিল। ৰত্নাম্বাই কৈ গ'ল—"এতিয়া আৰু পলম কৰি থাকিলে নহ'ব। উঠ, বহুত কাম আছে। কাইলৈ মেলা আৰম্ভ হব।" গতিকে, আৰু ৰেহাই নাই বুলি বুজিব পাৰি, তাৰক্কাই মুখেৰে ভোৰভোৰাই উঠিবলৈ আয়োজন কৰিলে। অনন্তই তাইক আশ্বাস দি ক'লে—"ময়ো তোমাক সহায় কৰিম তাৰা, কিয় চিন্তা কৰিছা?" বাহিৰত থিয় হৈ থকা ৰত্নম্বাই সুধিলে, "তইনো কি কৰিবি? ৰান্ধিব বাঢ়িব পাৰিবিনে পঢ়াশালিত তোক জানো সেইবোৰ শিকায়?"

অনন্তই নীৰৱে হাঁহিবলৈ ধৰিলে। সি তাৰক্কাক সহায় কৰাৰ কথা কৈছে হয়, কিন্তু সহানুভূতি প্ৰকাশ কৰিবলৈহে কৈছে। কেনেকৈ সহায় কৰিব পাৰিব সেই বিষয়ে সি ভবাই নাই। গতিকে চিন্তাত পৰিল। তাৰ অসুবিধালৈ লক্ষ্য কৰি হাঁহি মাৰি তাৰক্কাই ক'লে "মই ৰুটি বনাম তুমি জুই বঢ়াই দিবা। সেইখিনি কৰিব পাৰিবানে নাই?"

অনন্তই গৌৰৱৰ হাঁহি মাৰি ক'লে "নিশ্চয়, জুই বঢ়াই দিয়াটোনো কি টান কাম? এটি সৰু লৰায়ো কৰিব পাৰে।"

সেইদিনা ৰন্ধা-বঢ়া কৰোঁতে কিছু পলম হ'ল। কিন্তু মল্ল তেতিয়াও আহিব নোৱাৰিলে। গতিকে ভৰমাৰ মাৰফতে কৈ পঠিয়ালে যে মল্ল আহিব নোৱাৰিব গতিকে অনন্তই যেন অকলেই খায়। কথাটো জনাবলৈ ভৰমা পথাৰৰ পৰাই বাহিৰে বাহিৰে আহিল। গতিকে সি ঘৰত নোসোমাল। দুৰৰ পৰাই কথাখিনি কৈ গুচি গ'ল। অনন্ত ভিতৰৰ পৰা ওলাই আহি মাতিলে—"আহাচোন ভৰমা আহা।"

"কাম আছে" বুলি কৈ ভৰমা গুচি গ'ল। তাৰক্কাক জোকাবলৈ অনন্তই যেন এটি চেলু পালে। তোমাৰ সিজনে কেনেকৈ পাগুৰী বান্ধেহে? দাড়ি কেনে দীঘলকৈ ৰাখিছে? চুৰিয়াখনো কেনেকৈ বলীয়াৰ দৰে পিন্ধিছে!" এই বুলি কৈ সি হাঁহিবলৈ ধৰিলে। ভৰমা কিয় আহিছিল তাৰক্কাই গম পাইছিল। সংস্কাৰৰ বশৱৰ্ত্তী ভাবেই তাই ক'লে "বাৰু বাৰু অনন্ত সেইবোৰ এৰা। তেওঁনো কিবা তোমাৰ দৰে পঢ়াশালিলৈ পঢ়িবলৈ গৈছেনে?" এইবুলি অলপ পৰলৈ বৈ ক'লে "যেনেকুৱাই নহওক তেওঁ, মোৰ নহয়জানো?"

"হয়তো আকৌ! হনুমানৰ দৰেই তোমাৰ মানুহজন।" তাৰক্কাই মনত বেয়া পাব বুলিয়েই বান্দৰ বুলি নক'লে অনন্তই।

"এতিয়া সেইবোৰ এৰা। খোৱাহি। তোমাৰ কথা শুনিনো কাৰ হাঁহি নুঠিব?" "হাঁহিলে হুঁহোতাৰ দাঁত কেইটাহে ওলাব" বুলি কৈ, থাবলৈ যাওঁ বুলি সি থিয় হ'ল। ভিতৰত তাৰক্কাই থালবোৰ সজাইছিল। হাত-মুখ ধুই অনন্তই ডাঙৰকৈ হাঁহি মাৰি ক'লে, "তুমি আটাইখিনি তৰকাৰী দেখোন মোকেই দিছা?"

তাৰক্কাই ইচ্ছা কৰিয়েই অনন্তৰ পাতত তৰকাৰী বেছিকৈ দিছিল। "মোৰনো

কি হানি? তুমিতো এৰিবাই।" বুলি কৈ তাই অনন্তৰ মুখলৈ চালে। দুয়োৰে চকুৱে চকুৱে পৰিল। দুয়োৰে ওঠত হাঁহি খেলি গ'ল। সেই হাঁহি স্বাভাৱিক আনন্দৰ হাঁহি। দুয়ো ৰোমাঞ্চিত অনুভৱ কৰিলে। এই অনুভূতি দুয়োৰে কাৰণে সম্পূৰ্ণ নতুন আছিল। তাৰকাই পাতত ৰুটি দি আন কামত লাগিল। অনন্তৰো আৰু আজি খাবলৈ মন নোহোৱাত পৰিল। এবাৰ তাৰ এনে লাগিল যে যেন গোটেইটো জুপুৰী ঘূৰিবলৈ ধৰিছে। তাৰ সন্মুখত থিয় হৈ থকা তাৰকাক সি যেন এবাৰ ওপৰলৈ মুধা পৰ্য্যন্ত উঠি যোৱা আৰু এবাৰ তললৈ নামি অহা যেন দেখিবলৈ ধৰিলে। তাক বাতিতকৈ খাবলৈ দিয়া দৈ শেষ হৈ যোৱাত তাৰকাই আকৌ অলপ দিবলৈ গ'ল। বাধা দি অনন্তই ক'লে—"নালাগে নালাগে।" তাৰকাই সুধিলে—"কিহেৰে খাবা?" সি ক'লে—"দিয়া তেনেহলে!" কোনোমতে খাই-বৈ সি উঠি গ'ল। তাৰকাইও কোনো প্ৰকাৰে দিয়া থোৱা কৰিলে। খোৱা শেষ নোহোৱালৈকে সিহঁত দুয়োটায়েই মাজে মাজে ইজনে সিজনলৈ আৰু সি জনে ইজনলৈ কেবাবাৰো চোৰাচুই কৰিলে। সেই চাৰনিৰ মাজেৰেই দুয়ো যেন দুয়োৰে হৃদয়ৰ ওচৰ চাপি গ'ল আৰু পৰস্পৰে ইজনে সিজনৰ পৰা যেন কিবা পাবলৈ বিচাৰিবলৈ ধৰিলে।

সিদিনা দুপৰীয়া তাৰকাই পটাত কিবা পিহি পিহি এটি গীত গাই আছিল—

"তুমি কাৰেনো জীয়ৰী
অ' মোৰ পুতলা-ৰাণী
শুৱনি অতি
তোমাৰ দাঁত দুপাৰি
অ' কাৰেনো জীয়ৰী, অ' গুণৱতী।"

অনন্তই গীত কেইফাঁকি লিখি থলে। আবেলি আটাইৰে আগতে হাঁহি হাঁহি সি তাকে পঢ়ি শুনালে। তাৰকা লাজতে তলমূৰ হ'ল, তাই ৰঙা-চিঙা পৰিল। তাৰকাই অনন্তৰ এনে ধেমালিত মনে মনে কিন্তু ভালহে পালে।

সন্ধিয়া ঘৰৰ আটায়েই মন্দিৰলৈ গ'ল মন্দিৰ গাঁৱৰ পৰা এমাইলমান দূৰত নদীৰ পাৰৰ গছ-গছনি আৰু জোপোহাৰে আগুৰা ঠাই এডোখত অৱস্থিত। তালৈ যোৱাৰ কথাত তাৰকাৰ উৎসাহৰ অৱধি ন'ৰল। তাইৰ সাজ-পাৰ প্ৰসাধন আদিলৈ চাই এনে বোধ হ'ল যে, যেন তাই আকৌ সেই তাহানিৰ তাৰকাজনী হৈ পৰিছে। অনন্ত ইংৰাজী স্কুলত পঢ়া ল'ৰা। সি পিন্ধা সাজ-পাৰৰ বিষয়ে নক'লেও হব। তাৰ নতুন ধৰণৰ সাজ-পাৰ দেখি গাঁৱৰ মানুহ থিতাতে ৰ' লাগিল। আটায়ে গৈ মন্দিৰ পালে। তেতিয়ামানে মন্দিৰৰ সন্মুখত মানুহ গোট খাইছে। অঘৰীহঁতে ঢোল বজাবলৈ ধৰিছে। অলপ পিছতে মৰেম্পা নামৰ মুচিয়াৰ জনৰ গাত দেৱীয়ে ভৰ দিয়াৰ কথা, তাকে চাবলৈ হলে মন্দিৰৰ সন্মুখৰ খটখটিত থিয় নহলে নহয়। নতুন জোতা পিন্ধি থকা অনন্তনো তালৈ যায় কেনেকৈ?

তাৰ মনোভাৱ বুজি পাই তাৰকাই ক'লে "অনন্ত তুমি তোমাৰ জোতাযোৰ সেইখিনিতে খুলি থৈ আহা। মই চকু ৰাখিম। তুমি আগবাঢ়ি আহা।"

অনন্তই সুধিলে "তুমিনো কেনেকৈ চাবা?"

"মই আগতে বহুদিন দেখিছোঁ। তুমি এদিনো দেখা নাই নহয়, চোৱাগৈ।"

অনন্তই জোতা সোলোকাই থৈ মন্দিৰৰ সন্মুখৰ খটখটিত গৈ থিয় হ'ল। তাৰে পৰা সি মাজে মাজে উভতি উভতি তাৰকালৈ চাবলৈ ধৰিলে। এনেতে বৰ্ত্তম্বা আহি পালে। তাই নাভিৰাজক দাঙি আনিব লগীয়া হৈছিল বাবে আহি পাওঁতে পলম হ'ল। বৰ্ত্তম্বাই আহিয়েই তাৰকা কিয় পিছৰ ফালে থিয় হৈ আছে বুজিব পাৰিলে। তাই তৎক্ষণাত দূৰত বহি থকা মুচি এজনক মাতি আনি জোতাযোৰৰ ওপৰত চকুৰাখিবলৈ ক'লে আৰু জীয়কক লগত লৈ আগুৱাই গ'ল। এনে সময়তে মৰেম্পাৰ ওপৰত দেৱীয়ে ভৰ কৰিলে। সি তাৰ চুলিজোকাৰি নাচি-বাগি হুঙ্কাৰ মাৰি লৰি আহিল। তাৰ পিছৰ ফালে আন চাৰিজন মুচিয়াৰ আছিল। চিঞৰৰ লগে লগে অঘৰী-হ'তৰ ঢোলৰ-বাজনা থামি গ'ল। সিহঁতে ভয়তে পিছ হুহকি গৈ থিয় হৈ ৰ'ল। গাঁৱৰ বুঢ়া-মেথা আটাইবোৰে হাতযোৰ কৰিলে। মগদুম পৰিয়ালৰ মল্লই তেওঁলোকৰ আন আন জ্ঞাতিৰ সৈতে মন্দিৰলৈ গৈ দেৱীৰ সন্মুখত দিয়া নৈবেদ্য লৈ আহিল। মৰেম্পাই আকৌ হুংকাৰ মাৰিলে। দেওপাৰি জপিয়াই উঠিল আৰু সন্মুখলৈ হাত-দুখন মেলি ধৰিলে। তাৰ হাতত তেতেলীৰ মিঠা আচাৰ মিহলি খিচিৰি দি দিয়া হ'ল। সি খাবলৈ ধৰিলে। তাৰ হাতৰ পৰা কিছু মাটিত পৰিল কিছু তাৰ মুখত লাগি ৰ'ল। পি খাবলৈ তাক লোটাতকৈ পানী আনি দিয়া হ'ল। ততাতৈয়াকৈ তাৰ মুখখন মানুহে ধুৱাই দিলে। তাক নিজে ধুবলৈ নিদিলে। তাৰ পাছত সি আকৌ হুংকাৰ মাৰিবলৈ ধৰিলে। অন্যান্য মুচিয়াৰ দুজনমানে এখন কম্বল আনি তাৰ গাত মেৰিয়াই দিলে। তাৰ পাছত দেৱীয়ে কবলৈ ধৰিলে হাঃ-হাঃ-হাঃ-হাঃ মোৰ মনত নাই......তোমালোকক......অম্......আম্......কি কৰিছা তোমালোকে.........।......মন্দিৰে মোৰ পৰ্‌তাপ্ দেখা নাই......কুৰি বছৰ হৈ গৈছে।" উপস্থিত জনতাই ভয়তে নিজৰ নিজৰ কানত ধৰিলে। দেৱীয়ে কৈ গ'ল......"প্ৰতিশোধ ল'ম, এতিয়াও মই একো কৰা নাই, দাঁত ভঙা নাই! সেইটো কোন? সন্মুখত থিয় হৈ থকা গৌড়ৰ পৰিয়ালৰ লোক এজনে ভয় আৰু ভক্তিত হাতজোৰ কৰি নমস্কাৰ কৰি কাকুতি কৰিবলৈ ধৰিলে—"মোৰ কি দায়-দোষ হ'ল দেৱী? তুমি কোৱা মই ভুল শুধৰাই ল'ম।"

"এইবাৰ পথাৰত খেতি নহয়। গোটেই গাওঁখন ধ্বংস হব......কোনোৱেই জীয়াই নাথাকে। মৰাশবোৰ পৰি পৰি থাকিব।"

"তুমিহে আমাক ৰক্ষা কৰিব পাৰিবা।" সমস্বৰে সকলোৱে ক'লে আৰু হাত-জোৰকৈ থাকিল।

দাহ কৰিবলৈ খৰিৰো নাটনি হব। একো একোখন সাঙিত তিনিটা তিনিটাকৈ শ বৈ নিব লাগিব। হাঃ হাঃ। কাল ওচৰ চাপি আহিছে। হাঃ হাঃ হাঃ। "ভৱিষ্যত বাণী কৰি কৰি দেওধাজন মাটিত বাগৰি পৰিল। লগে লগে ঢোল বাজিবলৈ ধৰিলে নিশান-ধ্বনি বাজি উঠিল। লগত থকা মুচিয়াৰকেইজনে দেওধাজনক কম্বলেৰে মেৰিয়াই তাৰপৰা দাঙি লৈ গুচি গ'ল। সমবেত জনতাও যাবলৈ সাজু হৈ থিয় দিলে। দেৱীৰ দোলাই মন্দিৰৰ চাৰিওফালে প্ৰদক্ষিণ কৰিবলৈ ধৰিলে। জনসাধাৰণে দেৱীক দৰ্শন কৰিলে। ভক্তসকলে পূজাৰীৰ জৰীয়তে নাৰিকল ভঙাই উঠি নিজ নিজ ঘৰ অভিমুখে যাত্ৰা কৰিলে। এই সকলোবোৰ দেখি দেখি বুদ্ধিবাদী অনন্তৰ হাত-দুখনেও দেৱীৰ উদ্দেশ্য সেৱা নজনোৱাকৈ নাথাকিল। নিশা "কোজাগৰী পূৰ্ণিমাৰ মেঘ" নামৰ যাত্ৰা অভিনয় হোৱাৰ কথা। জোনাকৰ ঢল নামিছিল যেন জোনাকহে চটিয়াই দিছে। অভিনয় চাবলৈ যোৱাৰ কথা, গতিকে কোনোৱেই শুবলৈ যোৱা নাছিল। অনন্তই প্ৰস্তাৱ কৰিলে যে জোনাকতে বহি বহি কথা পাতি থকা যাওক। কোনোৱে তাৰ কথাত আপত্তি নকৰিলে। অনন্তও আজি-কালি গল্প-গুজৰ কৰি থাকিবলৈ ভাল পোৱা হৈছিল।

ঘৰৰ বয়সস্থ লোকসকল ভিতৰত কামে-কাজে লাগি আছে। ল'ৰা-ছোৱালী-বোৰে জোনাকেৰে ভৰা পদূলি মুখত বহি কোনোৱে গীত গাইছে। কোনোৱে সাধুকথা কৈছে, কোনোৱে বা সাঁথৰ সুধি ৰগৰ কৰিছে। সাঁথৰৰ উত্তৰ দিব নোৱাৰিলেও সিহঁতে হাঁহিছিল আৰু পাৰিলেও হাঁহিছিল। গাঁৱলীয়া সাঁথৰ সোধাত তাৰক্কা বৰ পটু। গতিকে অনন্ত তাইৰ হাতত হাৰি হাৰি গৈছিল। অৱশেষত তাৰক্কাক ঘটুওৱাৰ উদ্দেশ্যে অনন্তই ভিতৰলৈ গৈ তাৰ শুই থকা সৰু ভায়েকৰ কিতাপ এখন লৈ আহিল। আৰু কিতাপ চাই এটি সাঁথৰ সুধিলে— "অৰণ্যৰ মাজত শিলনি ঠাই, সেই শিলৰ মাজত ৰূপেৰে সজোৱা দুৰ্গ। দুৰ্গৰ মাজত আছে জিলমিল পানী। সোঁত নহলেও সেই পানী নিৰ্ম্মল। পৰিবানে কব সেই পানী বাৰু কি?"

তাৰক্কাই সাঁথৰটোৰ যিটো যিটো অংশ নুবুজিলে অৰ্থ সুধি সুধি ললে আৰু দ্বিতীয়বাৰৰ কাৰণে সাঁথৰটো আকৌ এবাৰ ক'বলৈ কৈ দ্বিতীয়বাৰ শুনাৰ পাছত উত্তৰ দি দিলে। অনন্তই এইবাৰো হাৰিল। তাৰ পাছত ঠিক কৰা হ'ল যে হাৰোতাজনে একোটাকৈ খকৰা-মুকুটি খাব লাগিব।

এইবাৰ তাৰক্কাই সুধিলে—"ৰঙা ঘোঁৰাত উঠে কোনে? এজন ৰজা নামি গ'লে আন এজন উঠে। কোৱাচোন তেওঁবাৰু কোন?" সাঁথৰটো কৈ আন ল'ৰাবোৰলৈ চাই মিঁচিকিয়াই হাঁহি তাৰক্কাই কাকো একো নকবলৈ ইংগিত দিলে। অনন্তই সাঁথৰটোৰ আগগুৰি বিচাৰি নাপালে। হাৰি গ'ল। তাৰক্কাই তাকো এটা খকৰা মুকুটি মৰাৰ পাল পৰিল। কিন্তু তাৰ সলনি অনন্তই ভৰমা আৰু তাৰাক নায়ক-

নায়িকা হিচাপে বৰ্ণহি এটি কাহিনী ক'লে। গতিকে এইবাৰ তাৰা হাৰিল। অনন্তই তাইক এটি চিকুট মাৰি দিলে। তাৰক্কাই তাৰ মুখলৈ চাই হাঁহি দিলে। আজি দুবছৰে তাৰক্কাৰ আচৰণত যি উদাসীনতাৰ ছায়া বিদ্যমান আছিল অনন্তই তাক চাৰি-পাঁচ দিন মানৰ ভিতৰতে নোহোৱা কৰি পেলালে।

যাত্ৰা অভিনয় আৰম্ভ হ'ল। মল্লৰ কথামতে মন্দিৰৰ চোতালত খট্‌খটিৰ ওপৰত গোঁড় আৰু কুলকাণি পৰিয়ালৰ লোকৰ কাষতে অনন্তৰ বাবে বহা ঠাই সুৰক্ষিত কৰি থোৱা হৈছিল। অনন্ত গৈ তাতে বহিল। তাৰক্কা গৈ তিৰোতাৰ সমাজত বহিল। ভৰমাও অভিনয় চাবলৈ আহিছিল। এনে মন বলীয়া কৰা অভিনয়ৰ প্ৰতি তাৰ অতি আগ্ৰহ। সি অভিনয়-মঞ্চৰ ওচৰত একেবাৰে আগৰ শাৰীত বহি লৈছিল। অভিনয় আৰম্ভ হ'ল। কিছু পৰলৈ চলি থাকিল। অভিনয়ৰ প্ৰথামতে ৰংগমঞ্চত নাটকীয় চৰিত্ৰসমূহ এজন এজনকৈ ওলায় আৰু নিজ অভিনয় সমাপ্ত কৰি গুচি যায়। এজন গ'লে আন এজন আহে এয়ে নিয়ম। আঁৰ কাপোৰ হিচাপে এখন চাদৰকে টানি ধৰা হয়। সেইমতে অভিনয় হৈ থাকোতে এইবাৰ কাপোৰ টানি ধৰাৰ সময় আহিল। অভিনয়ৰ সূত্ৰধাৰে আঁৰ কাপোৰ টানি ধৰিবলৈকে আগৰ শাৰীত বহা মানুহখিনিৰ পৰা সহায় বিচাৰিলে। তিনি চাৰি-জনমান মানুহ বৰ উৎসাহেৰে আঁৰ কাঁপোৰ ধৰিবলৈ উঠি গ'ল। তাৰে ভিতৰত ভৰমাও আছিল। অভিনেতা অভিনেত্ৰী সকলক চোৱাৰ উদ্দেশ্যেই সম্ভৱ সি তেনেকৈ উঠি গৈছিল। অভিনয়ত যদি ছোৱালীয়ে অংশ লয় তেনেহলে গাঁৱৰ ল'ৰাবোৰৰ মনত সেই ছোৱালীক চাবলৈ বৰ হেপাহ জন্মে। তেনে ইচ্ছাৰ বশবৰ্ত্তী হৈয়েই বোধকৰো ভৰমা আগুৱাই গৈছিল। যি কি নহওক ভৰমাই গৈ আঁৰ কাপোৰ ধৰিলে। এজনী নৰ্ত্তকীয়ে আহি গীত গাবলৈ লাগিল। ভৰমাই তধা লাগি তাইলৈ চাবলৈ ধৰিলে। তলত বহা ডেকা ল'ৰা বিলাকৰ মাজৰপৰা এজন ডেকাই ধেমালিকৈ কলে "এই ভুচুং পহুটোৱে তিৰোতাৰ মুখ কেতিয়াবা দেখিছেনে নাই ?" ওচৰৰ মানুহে কথাষাৰ শুনি হাঁহি দিলে। এনেতে হঠাৎ অনন্তৰ চকু গৈ পৰিল তাৰক্কাৰ ওপৰত। তাৰ মুখত মিচিকি হাঁহি এটি লাগি আছিল। তাৰক্কাৰ মুখতো হাঁহি বিৰিঙি উঠিল। কিন্তু তথাপি তাৰ মাজতো এটি তীব্ৰবেদনাৰ আভাস দেখা গ'ল। অভিনয় চলিবলৈ ধৰিলে। অভিনয়ৰ মাজত যেতিয়াই কোনো শৃংগাৰৰসাত্মক প্ৰসংগৰ উল্লেখ হয় তেতিয়াই অনন্তই তাৰক্কাৰ ফাললৈ চায় আৰু আনহাতে তাৰক্কাইও তালৈ লক্ষ্য কৰে, দুয়োৰে চকু চকুৰে মিলি যায় আৰু মুখত হাঁহি বিৰিঙি উঠে। সেইখন জলসমুদ্ৰৰ মাজতো দুয়োৰে আত্মা যেন দুয়োৰে আত্মাৰ সৈতে মিলি পৰে। মন যেন একে চৰণ-চেৰৰ তালে তালে নাচি উঠে। যেতিয়াই এজনে আনজনলৈ চাব খোজে ঠিক তেতিয়াই সিজনেও আনজনলৈ চাই পঠিয়ায়। একে সময়তে ইজনে কিয় সিজন-লৈ চাইছিল সেই কথা সিহঁতৰ অন্তৰাত্মাইহে জানে। বাৰে বাৰে সিহঁতৰ দৃষ্টি

বিনিময় হয় আৰু দুয়ো চকু ঘূৰাই ঘূৰাই লয়। এই দৰে ৰাতি পুৱালৈকে "কৃষ্ণ-সত্যভামা" কাহিনীৰ অভিনয়ৰ লগে লগে সিহঁত দুয়োটাৰে মন পৰস্পৰ এক হৈ পৰিল, আৰু দুয়ো ঘৰলৈ উভতি আহিল।

সূৰ্য্য উদয় হোঁৱাৰ দুঘণ্টা হৈ গৈছে। অনন্তই নিশা অভিনয় চাই অহা কাৰণে এতিয়াও বিচনাতে ইকাটি সিকাটি কৰি আছে। তাৰকা আৰু ৰত্না কেতিয়াবাই উঠি সিহঁতৰ পথাৰত থকা জুপুৰীলৈ যোৱাৰ কাৰণে বয়-বস্তু সাজু কৰাত লাগিছিল। এনেতে ওচৰৰে তিৰোতা এগৰাকীয়ে ৰত্নাক গেৰিয়াই গেৰিয়াই ভিতৰ চোতাল পালেহি।

"কি কথা? আহা আহা পুৱাই দেখোন?" বুলি ৰত্না বাহিৰ ওলাই আহিল। "কাম একো নাই এনেয়ে আহিছোঁ। সৌ পিছফালে গৈছিলোঁ, তালৈ যাওঁতে······" এই বুলি বহিৰলৈ আয়োজন কৰি আকৌ সুধিলে "তাৰা যাব কেতিয়া?"

"মেলা কালিহে শেষ হ'ল। আৰু চাৰিদিনমান থাকি যাব। তাত জানো এতিয়া কিবা কাম পৰি আছে?" ৰত্নাই অলপ নিৰুৎসাহিত ভাবে কলে। কালি তুমিও মেলালৈ গৈছিনা নেকি?

"এৰা গৈছিলোঁ। এতিয়াতো তিনি বছৰৰ মূৰে মূৰেহে এবাৰ হোৱাত পৰিছে। কিমান নো দূৰ? শুকুৰবাৰে যাত্ৰা দলটো গুচি যাব। গতিকে মেলানো নাচাও কিয়? পিচে তুমি নগ'লা কিয়?"

"বোৱাৰী আৰু ল'ৰা-ছোৱালীবোৰ আটায়ে গৈছে। ঘৰত গৰু ম'হ চাবলৈ পানী-দুনী আনিবলৈ ঘৰত কোনোবাতো থাকিব লাগিব?" গতিকে থাকি গ'লোঁ। এই বুলি অলপ ৰৈ আকৌ সুধিলে "বাৰু ৰত্না, এই বছৰ বহুত বেমাৰ আজাব হ'ব নহয়নে? কৈছে বোলে?"

"এৰা কালি মেলাত লগমব্বাই কৈছে······। একোখন চিতাত চাৰিটাকৈ শ পোৰা যাব······কুকৰ্ম্মৰ সংখ্যা বাঢ়ি গৈছে নহয়। নহৈ থাকিবনে?" "এৰা বাইটি, চিম্মাব্বাও এনে বলীয়া· ····?

"যেনেকুৱাই নহওঁক আমাৰ ঘৰত সেইজনীৰ বিষয়ে কথা নক'বা। আমি যদি এটা কওঁ তেওঁ সিফালে আন এটা বুজে। ওপৰতে মাজৰ মানুহে আন কিবা এটা কৰি পেলায়। কৰে এটা হৈ পৰে এটা।" এইবুলি নিজে নিজে ৰৈ অলপ পিচত আকৌ সুধিলে "এনেকুৱা কিয় হ'ল?"

"যিয়ে হওক ছোৱালীজনী মেলালৈ গ'ল বুলিয়েই এনেকৈ কব লাগেনে? তেওঁ নিজে নাযায় নাই বেচেৰী অঙ্কাতায়ীয়ে মেলালৈ যাব খুজি ইমানখিনি কাকুতি-মিনতি কৰিলে তথাপিও তাইক যাবলৈ নিদিলে।"

"সেই কাৰণেহে অঙ্কাক কতো দেখা নাপালোঁ।" বাহিৰলৈ ওলাই আহি তাৰাই ক'লে।

"তাই গ'লেনো নেদেখিলিহেঁতেননে? ছোৱালীজনী ওফোন্দ লাগি পুৰাৰে-পৰা বহি আছিল।" অলপ বৈ তিৰোতাজনীয়ে ক'লে—"তই অহাৰ পিছতো কি কি কৈছে জানিছনে?"

"কি কৈছে?" তাৰাই সুধিলে।

"কৈছে যে শহুৰেক ঢুকাবৰ এবছৰ হোৱাই নাই এতিয়াতে ইমান সাজি-কাচি মেলা আৰু নাটক অভিনয় চাবলৈ যাব লাগেনে তাই?" মই কৈছোঁ—"গাভৰু ছোৱালী ঘৰতনো বহি থাকে কেনেকৈ? গৈছে আৰু!" চিম্মব্বাৰ কথাত ৰহণ চৰাই ক'লে, তিৰোতাজনীয়ে।

"যেনেকৈ নাথাকো কিয় তেওঁতো এটা কবই! গুড় ভাল নোপোৱা লোকে তাক তিতা বুলিবই। তেওঁ দেৱীৰ মেলালৈ নগ'ল কিয়? ঘৰত খাবন-দাবনো বন্ধ হৈ আছে নেকি?"

"দেখিছা মা তুমি মোক অক্কাতায়ীকো মাত দি লগত লৈ যাবলৈ কৈছিলা নহয়? ময়ো গালি খালোহেঁতেন।" তাৰক্কাই ক'লে।

এই কথা-বাৰ্তাবোৰ শুনি অনন্ত উঠি বহিল। সি অলপ খঙৰ সুৰত সেই বুঢ়ীজনীক সুধিলে "কি কৈ আছিলা? আৰু কিমান দিন নোযোৱাকৈ থাকিব লাগিব?"

এনেকৈ পিছে পিছে কথা কৈ ফুৰা স্বভাৱটো অনন্তই ভাল নাপাইছিল। তাৰক্কাই ইমান দিনে ভোগ কৰা কষ্ট আদিৰ কাৰণে তেনেধৰণৰ পিছে পিছে চলা আলোচনা-বিলোচনা বিলাক কিমান জগৰীয়া সি জানিছিল। গতিকে সি খঙেৰে ক'লে ইয়ালৈ আহি লগাব লগীয়া কি আছিল? এনেকৈয়ে কথা লগাই লগাই কিমান কাজিয়া বঢ়াব খোজা?"

"আমি কিয় কাজিয়া লগাম বোপাই?" বুলি ভোৰ-ভোৰাই বুঢ়ী গুচি গ'ল।

"অনন্ত, ঘৰলৈ অহা মানুহক এনেকৈ কথা ক'ব নাপায়।" ৰত্নাই ক'লে। এনেতে তাৰক্কাই ক'লে "পঞ্চায়তখন পাতিবলৈ এইবোৰ মানুহক কিহে পাইছে। জিভা-কামুৰি মুখ বন্ধ কৰি বহি নাথাকে কিয়? এনেয়েতো গোকাট মিছা তাতে আকৌ ৰহণ চৰাই ইয়াৰ কথা ত'ত লগাই ফুৰে।"

সিদিনা দুপৰীয়া সিহঁত পথাৰৰ সেই জুপুৰী ঘৰলৈ গ'ল। গৰু ম'হবোৰ তাতেই আছিল। দেৱীৰ মেলা উপলক্ষে দুদিনমানৰ কাৰণেহে সিহঁত গাৱঁলৈ আহিছিল। তালৈ যোৱাৰ পিছত এদিন দুপৰীয়া অনন্ত আৰু তাৰক্কা দুয়ো আম গছৰ ছাঁত বহি কথা পাতি আছিল ওচৰতে নাভিৰাজো বহি আছিল। অনন্তই "আনন্দ কাণ্ডৰ" কাহিনী পঢ়ি শুনাইছিল। তাৰক্কাই যাতে বুজি পায় সেই উদ্দেশ্যেৰে সি "জাডৰ জানপ্পা" নামৰ কাহিনীটো বাছি লৈছিল। মাজে মাজে অনন্তই হাঁহি আছিল। তাৰক্কাই মাজে মাজে কৈছিল "মই বুজি পোৱা নাই

আকৌ পঢ়াচোন।” অনন্তই হহাঁৰ লগে লগে নাভিৰাজেও হাঁহিছিল। কাহিনীটোৰ মাজতে এটি গীত আছিল। অনন্তই সেই গীতটো গাবৰ কাৰণে অলপ বৈ ডিঙি পৰিষ্কাৰ কৰি ল'লে আৰু গাই গ'ল—

“হাঁহি হাঁহি আছা গৈ—
বিজুলীৰ দৰে চঞ্চল গ্ৰীবা-ভংগীৰে
কামদেৱে যেন মাৰি আছে শৰ চকুৰ চাৱনি হৈ
দাপোনৰ দৰে জিলিকিছে গাল উজ্বলতাৰ ৰশ্মিৰে।
দুয়োটি ওঠঁত যেন বুটা-বচা সুক্ষ্মকামৰ কোমলতা
ৰাখাচোন তোমাৰ আঁচলখনিৰ চপলতা
অতি সাৱধানে সামৰি।
চাবা যেন সি নাযায় পিছলি পৰি!
হেৰা উৰ্ব্বসী, হেৰা ৰম্ভা, হেৰা মেনকা
ইয়াত তোমাৰ সমকক্ষ আছে কোন ?
এবাৰ থমকি, এষাৰ কথাকে কৈ থৈ যোৱাচোন—
মোৰ মৰমৰ শুকতৰা, মায়াৰ মুৰুতি চকা-মকা!
হাঁহি হাঁহি আছা গৈ—
দোঁ খাই পৰা ৰ'দ দুপৰীয়া আবেলিৰ কোলালৈ!
পানী আনো বুলি যাওঁতে সিদিনা নদীলৈ
দেখিছিলোঁ সেই এবাৰৰ বাবে প্ৰথমে!
সিদিনাৰে পৰা ক্ৰমে
ভৰমি ফুৰিছে তোমাকেই কৰি অনুসৰণ
মোৰ চকু আৰু মন।
নাজানো এনেকৈ কিহৰ আহ্লাদি কৰিলা
এই চকু আৰু মনৰ চেতনা হৰিলা
—কৰিলা কাৰাত ৰুদ্ধ
নুবুজো কেনেনো অগ্নি বৰষি পলে পলে কৰা দগ্ধ!
তোমাৰ চতুৰ-চাৱনিৰে মোৰ প্ৰাণৰ চেতনা হৰি লৈ—
হাঁহি হাঁহি আছা গৈ!

হাতেৰে ভাওভঙ্গী দি সি গীতটো গাইছিল। তাৰকাই অকণমান আগুৱাই গৈ অনন্তৰ মুখা-মুখি হৈ বহিছিল। নাভিৰাজে একোকে বুজি পোৱা নাছিল। কাৰণ ইহঁত দুজন বয়সত ডাঙৰ আৰু সিহঁতে কথাবোৰ বেছিকৈ বুজি পায়। নাভিৰাজ সৰু গতিকে একো নুবুজে। সি একো নুবুজিও সিহঁতৰ মুখলৈ চাই চাই সিহঁতে হহাঁৰ লগে লগে হাঁহিছিল মাত্ৰ।

অনন্তই মিঠা সুৰে গীত গাই আছিল। আৰু লগে লগে হাতেৰে তাল দি

তাৰ হাতখন সি তাৰকাৰ হাতৰ তলুৱাতে থৈ গৈছিল। কিন্তু সেই কথালৈ যেন তাৰ মনোযোগেই নাছিল। গীতটো ৰসাল গীত আছিল। তেনেকৈ গাই থাকোঁতে এটা সময়ত সিহঁত দুয়োজনে ইজনে সিজনৰ হাতৰ আঙুলি লিৰিকি-পিটিকি থাকিবলৈ আৰম্ভ কৰিছিল। গীতৰ মাজতে এবাৰ এফাঁকি কথাত এটি মধুৰ প্ৰসংগৰ অৱতাৰণা হোৱাৰ সময়ত অনন্তই তাৰকালৈ চকু তুলি চালে। তাৰকাইও তাৰ ফালে চালে। দুয়োৰে চকুৱে চকুৱে মিলি গ'ল—আৰু সিহঁত শিয়ঁৰি উঠিল। সিহঁতৰ এনে লাগিল যে যেন সিহঁতৰ সকলো শক্তি মুহূৰ্ততে নিঃশেষ হৈ গৈছে। নাভিৰাজে সিফালে মন কৰা নাছিল। অৱশ্যে মন কৰিলেও সি একোকে নুবুজিলেহেঁতেন। তাৰকাই তাইৰ ইখন হাতৰ তলুৱাত মুখখন থৈ অলপ আগলৈ হালি গীত শুনিছিল। অনন্তই গাব নোৱাৰা যেন হৈ পৰিও গাই আছিল। তাৰ গ'ল শুকাই গৈছিল। তাৰকাই গীত শুনিব পৰাৰ অৱস্থাত নথকাৰ স্থলতো শুনি আছিল।

অনন্তই তাৰ হাতখন তাৰকাৰ কান্ধত থ'লে। তাৰকা আৰু আগলৈ হালি আহিল। তাৰ হাতখন তাৰকাৰ পিঠিৰ ওপৰেৰে অহা-যোৱা কৰিবলৈ ধৰিলে। তাইৰ চুলিকোচাক লৈও ধেমালি আৰম্ভ কৰিলে।

"নাভু, পেহীদেৱৰাই কি কৰি আছে চাচোন।" নাভিৰাজক তাৰপৰা আঁতৰাই পঠিয়াবৰ কাৰণে তাৰকাই ক'লে।

নাভিৰাজ উঠি যাওঁ, উঠি যাওঁ কৈ আছিলেই। এনেতে পঁজাৰ ভিতৰৰপৰা ৰত্নাই মাত দিলে—"তাৰা, অলপ ইফালে—আহচোন, চাহি লাৰু বান্ধো বুলি ৰস পগাইছিলোঁ। কি হ'ল জানো? আঁত নোখোৱাতে পৰিছে। বোধকৰোঁ বেছি পৰ উতলি আছিল।" ইচ্ছা নথকাৰ স্থলতো তাৰা উঠিল। অনন্তৰ হাতৰপৰা কিতাপখন পিৰ্চলি মাটিত পৰি গ'ল। দুয়ো আকৌ দুয়োলৈকে চালে। চকুৱে চকুৱে পৰিল। দুয়োৰে দৃষ্টিত মাদকতা। তাৰকাৰ ভৰি দুখন কঁপিছিল। তাই লাহে লাহে যাবলৈ ধৰিলে। অনন্ত সেই ঠাইতে বিচনাত দীঘল দি শুই পৰিল।

সূৰ্য্য লাহে লাহে পশ্চিমৰ আকাশত হালি পৰিল। লাহে লাহে চাৰিওফালে এন্ধাৰে আৱৰি ধৰিলে। আনদিনৰ অনুক্ৰমে খোৱা-বোৱা শেষ কৰি আটায়েই শুই পৰিল। অনন্ত আৰু মল্ল বাহিৰৰ মুকলিতে শুলে। তাৰাৰ সৈতে ৰত্নবাই ভিতৰতে বাগৰ দিলে। দুয়োজনীৰে মাজতে নাভিৰাজ শুই থাকিল। সিদিনা ওৰে নিশাটো তাৰকাৰ টোপনি নাহিল তাই ইকাটি-সিকাটি কৰি থাকোঁতেই গ'ল। এবাৰনে দুবাৰ ৰত্নবাই টোপনিৰ পৰা সাৰ পাই তাইক সুধিলে "টোপনি অহা নাই কিয়?" উত্তৰত তাৰাই "এইমাত্ৰ সাৰ পাইছোঁ" বুলি মিছা মাতিলে। পুৱা ধলফাট নিদিওতেই মল্ল উঠিল আৰু গোহালিৰ গৰু-মহ'ৰ ঠেঙৰ তলত পৰি থকা জাবৰ-জোখৰবোৰ পৰিষ্কাৰ কৰিলে। তাৰ পাছত ৰত্নবা উঠিল আৰু মল্লৰ কাৰণে জলপানৰ টোপোলা বান্ধি দিলে। মল্লই বলধহাল লৈ পথাৰত মাটি

চহাবলৈ গ'ল। তেতিয়া ৰত্নবাই পাঁচিতকৈ ঘেঁহু এপাচি লৈ বাহিৰলৈ যাবলৈ সাজু হৈ ক'লে "মই গাঁৱলৈ গৈ ঘেঁহুখিনি পিহি আনোগৈ। আমাৰ জাঁতখন অকামিলা হৈ আছে।"

"ময়ো যাও তেনে?" অন্যমনস্ক ভাৱে তাৰাই সুধিলে।

"দৰকাৰ নাই। কাইলৈ শহুৰেৰৰ ঘৰলৈ গৈ তো আকৌ জাঁত ঘূৰাবই লাগিব। ইয়াত কেইদিনমান ভালকৈ শুইয়েই ল'চোন।" বুলি ৰত্নবাই গাওঁলৈ বুলি খোজ ললে।

ঘৰত তেতিয়া কোনো নাথাকিল। অকণমানি নাভিৰাজো শুই আছে। মাত্র তাৰা আৰু অনন্ত অকলে ৰ'ল।

তাৰক্কা বিচনালৈ গ'ল আৰু দুবাৰ এবাৰমান ইকাটি-সিকাটি কৰিলে। দুবাৰ-মান কাহিলেও। তাই বাট চাই আছিল অনন্তইনো কেতিয়া কথা কয়, তালৈকে। কিন্তু অনন্ত সাৰে নাছিল। ৰাতিপুৱালৈকে তাৰো টোপনি অহা নাছিল সিদিনা। নিশা সি শুবলৈ যত্ন কৰিছিল কিন্তু মনৰ মাজত অলেখ চিন্তা ভাবনাই তোলপাৰ লগাই আছিল। দুপৰীয়া জাগ্রত হোৱা ৰসানুভূতিৰ স্মৃতিয়ে বাৰে বাৰে মনৰ মাজত ভুমুকি মাৰিছিল। লগে লগে এটি অশান্তিৰ অনুভূতিয়েও মনটো আগুৰি ধৰিছিল। অতৃপ্তিৰ বিষাদো আছিল। গতিকে সি দুপৰীয়াৰ আটাইখিনি অভিজ্ঞতাৰ কথা পাহৰিবলৈ যত্ন কৰিছিল। কিন্তু সেই কথাকে বাৰে বাৰে তাৰ মনত পৰিছিল। সেই কাৰণেই তাৰ টোপনি অহা নাছিল। কাৰণ কি বুজিব নোৱাৰিলেও এটি তীব্র আকাংখাই ভিতৰে ভিতৰে তাক যেন সঘনে দংশন কৰিছিল। কিন্তু লগে লগে মনত এই ভাবো জাগ্রত আছিল যে তাৰ মনত যিটো স্পৃহা জাগ্রত হৈছে সেইটো উচিত নহয়। "মই বিচাৰ বিবেচনা থকা মানুহ। লিখা-পঢ়া শিকিছোঁ। সজ আচৰণ আৰু সভ্যতাৰ বিষয়ে চৰ্চ্চা কৰোঁ। তাৰক্কা গাঁৱলীয়া ছোৱালী, একোকে নাজানে। তাই যদি অশোভনীয় কিবা কৰেও তেনেহলে মই সেই কাৰ্য্যক উৎসাহ দিয়া উচিত নহয়।" এনে ভাবৰ ধুমুহাত বহু নিশালৈ অনন্তৰ টোপনি অহা নাছিল। এই অলপ আগতে চিল-মিলকৈ টোপনি আহিছে মাত্র। কিছুসময় উকলি গ'ল। চাৰিওফালে নীৰৱ শান্তিয়ে বিৰাজ কৰিছে। পুৱাৰ মৃদু বতাহ বলি আছে। তাৰক্কা বিচনাৰ পৰা উঠি আহিল। লাহেকৈ বাহিৰ পালেহি। তাই অনন্ত শুই থকা বিচনাখনৰ ফালৈ আগবাঢ়িল। কিন্তু লগে লগে মনত সংকোচ ভাৱে দেখা দিলে। তাই চাৰিওফালে চকু ফুৰাই চালে। অলপ যেন ভয় লাগিল। হলেও এটি তীব্র অভিলাষৰ আকৰ্ষণে তাইক অনন্তৰ ওচৰলৈ টানি লৈ গ'ল। তাই সেই আকৰ্ষণৰ হাত এৰাব নোৱাৰিলে। তাই গৈ অনন্তৰ বিচনাৰ কাষত থিয় হ'ল। তাই একেথৰে তাৰ মুখলৈ চাই থাকিল। টোপনিত লাল-কাল দি থকা তাৰ মুখখন বৰ মনোমোহা হৈ পৰিছে। যেন বিপৰ্য্যস্ত হৈ থকা তাৰ ক'লা চুলিবোৰৰ মাজত মুখখন মেঘেৰে আবৰা

পূৰ্ণচন্দ্ৰৰ দৰে প্ৰকাশ পাইছে। চকু-নাক, মুখ আদি প্ৰত্যেকটো অংগ যথাযোগ্য জোখৰ হোৱা কাৰণে সৌন্দৰ্য্য অধিক বৃদ্ধি পাইছে। ভৰা গালেৰে তাৰ মুখখন তাৰকাৰ আনদিনতকৈও অধিক মৰম লগা যেন লাগিল।

কিছুপৰ তাই তেনেকৈয়ে চাই ৰ'ল। উশাহ-নিশাহ লৈ থাকোঁতে কঁপি থকা তাৰ ৰঙা ওঠ দুটিক এটি চুমা আঁকি দিবৰ মন গ'ল তাইৰ! পিছ মুহূৰ্ত্তে তাইৰ ইচ্ছা গ'ল যেন ওচৰতে বহি তাৰ বিপৰ্যস্ত চুলিবোৰৰ মাজেৰে আঙুলি বুলাই পৰিপাটী কৰি দিব! কিন্তু কোনোটো কামকে কৰিবলৈ তাই সিদ্ধান্ত লব নোৱাৰিলে। তাই হালি গৈ অনন্তৰ মুখলৈ চালে। তাইৰ অলপ ভয়ো লাগিল। অন্তৰ কঁপি উঠিল। তাইৰ অন্তৰৰ কোনোবাখিনিত ভয়ে বাঁহ সাজি লৈছিল। গতিকে লাহেকৈ তাই পিছুৱাই আহিল। সাৰ-সুৰ নোহোৱাকৈ তাই উভতিল। জুপুৰীটোৰ ফালে উভতি অহাৰ সময়ত কেইখোজমান গৈয়েই এবাৰ আকৌ অনন্তক চাবলৈ তাইৰ মন গ'ল কিন্তু তাই নাচালে। আগুৱাই গুচি গ'ল। খোজে প্ৰতি তাই কিন্তু তাইৰ বুকুৰ ঢপ-ঢপনি বাঢ়ি যোৱাটো অনুভৱ কৰিলে। ইচ্ছা গ'ল যেন নাভিৰাজক টোপনিৰ পৰা জগাই দিব। কিন্তু তাইৰ প্ৰবল আকাঙ্খাই সেইটো কৰাৰ পৰাও তাইক বিৰত কৰিলে। গৈ জপুৰীৰ দুৱাৰ মুখ পোৱাতো কিবা এটা শক্তিয়ে তাইক ভিতৰলৈ যাবলৈ বাধা দিলে। তাই আকৌ উভতি চালে। অপ্ৰকাশিত ভাবৰ বতাহে তাইক পিছলৈ আকৰ্ষণ কৰিবলৈ ধৰিলে। বতাহত উৰা কমোৱা তুলাৰ দৰে তাইৰ মন উৰিবলৈ ধৰিলে। তাই নাজানিলে কেতিয়া তাই উভতি আহি আকৌ অনন্তৰ বিচনাৰ ওচৰ পালেহি আৰু তাৰ ভৰিৰ ওচৰতে বহি পৰিল। কিছুপৰ তাই ঠিক কৰিব নোৱাৰিলে কি কৰিব। তাৰ পিচত অনন্তৰ ভৰিদুখনত তাইৰ কোমল হাত দুখনেৰে ধৰি চিঞৰি মাতিলে "অনন্ত"। মাতটো তাইৰ কঁপিছিল।

মৃদু তন্দ্ৰাৰ মিঠা আমেজৰ মাজত অনন্ত অৰ্দ্ধনিদ্ৰিত অৱস্থাত আছিল। তাৰ মগজুত তেতিয়াও সেই ওৰে নিশাৰ চিন্তা ভাৱনাবোৰেই অহা-যোৱা কৰি আছিল। তাৰাৰ শীতল কৰ স্পৰ্শত সি সাৰ পাই উঠিল। সি চকু মেলি চালে, সমুখত দেখিলে, তাৰা!

"কি কথা অনন্ত?" কি ক'ব কি নক'ব এনেভাৱৰ দোমোজাত একো সঠিক কৰিব নোৱাৰি কঁপা কঁপা মাতেৰে তাৰকাই সুধিলে।

অনন্তই চকু মোহাৰি উঠি বহিল। তাৰ সন্মুখত ভৰিৰ ওচৰত তাৰকা বহি আছে। অনন্ত আঁতৰি বহিল। সি অসুবিধা অনুভৱ কৰিলে। ইফালে-সিফালে ঘূৰি সি পেহীয়েকৰ বিচনাৰ ফাললৈ চাবলৈ ধৰিলে।

"কোনো নাই।" তাৰকাই তাৰ মনোভাৱ বুজিব পাৰি ক'লে।

"কলৈ গ'ল?" অনন্তই সুধিলে।

"পিতাই পথাৰলৈ গৈছে। মা গৈছে ঘেহু পিহিবলৈ।" তাইৰ মাতত ব্যাকুলতাৰ আভাস।

অনন্ত চক্ খাই উঠিল। তাৰ ভাব হ'ল যেন তাৰকা উন্মাদিনী হৈ পৰিছে। সি মনতে ভাবিলে "এইৰ সৈতে মোৰ ইমান ঘনিষ্ঠতা ভাল হোৱা নাই।" তাকে ভাবি সি অলপ পৰ বিমূঢ়ৰ দৰে বহি ৰ'ল। অলপ পিছতে সুধিলে "ঘৈঁহু পিন্ধিবলৈ তুমি নগ'লা কিয়?"

তাৰকাই একো নামাতিলে। তলমূৰকৈ বহি থাকিল। অনন্তই আকৌ সুধিলে "ইয়ালৈ আহিবলৈ তোমাৰ মন গ'ল কিয়?"

"কিয় আহিছোঁ? তুমিয়েই কোৱা।" তাৰকাৰ মাতটো স্থিৰ যদিও যেন দীনতাৰে ভৰা।

অনন্তৰ ভাল লাগিল। সি কি ক'ব ভাবি নাপালে। দুয়ো-দুয়োৰে মুখলৈ চাই মনে মনে কিছুপৰ বহি ৰ'ল। অৱশেষত অনন্তই ভাবিলে যে "তুমি ইয়াৰপৰা গুচি যোৱা বুলি কৈ দিব" কিন্তু কবলৈ সত নগ'ল। সি লাহেকৈ উৰা কাপোৰ খনেৰে মুখখন ঢাকি লৈ আকৌ দীঘল দিলে। কাপোৰখনৰ মাজেৰে সি এতিয়াও তাৰ ভৰিৰ ওচৰত বহি থকা তাৰকাক দেখা পাই আছিল। সি জোৰ কৰি চকু মুদি দিলে যদিও তাৰকাৰ ৰূপটো সি পাহৰিব নোৱাৰিলে। তাই এতিয়াও তৰাটোৰ দৰেই উজ্বল হৈ আছে। অনন্তই চাদৰৰ তলৰ পৰা মুখখন উলিয়ালে। তাৰ মুখেৰে এসোঁতা বতাহ ওলাই আহিল। সম্ভৱ সেই বতাহ চাতিয়ে তাৰ মনটিকো সিঞ্চিলে। অনন্ত উঠি বহিল। এইবাৰ সি আঁতৰি নবহিল।

তাৰকা ওচৰ চাপি আহিল। "একোকে নোকোৱা কিয়? ক'বলৈ একো নাইনে?" অতি কৰুণ স্বৰেৰে তাই সুধিলে।

"ক'বলৈ একো নাই" বুলি কৈ দিবলৈ অনন্তৰ এবাৰ মন গ'ল। কিন্তু কিবা এটি প্ৰবল আন্তৰিক মনোভাৱে তেনেকৈ কোৱাৰপৰা তাক বিৰত ৰাখিলে। সি পোনে পোনে তাৰকাৰ মুখলৈ চালে। তায়ো তালৈ চাই আছিল। আৰু দাঁতেৰে তলৰ ওঠটো কামুৰি আছিল। কব নোৱাৰাকৈয়েই অনন্তই হাতেৰে তাইৰ গালত লাহেকৈ টুকুৰিয়াই দিলে। তাৰ ওঠত এটি মিচিকি হাঁহি বিৰিঙি ওলাল। তাৰকাৰ ওঁঠতো হাঁহিৰ ঢৌ খেলি গ'ল। লগতে অনন্তৰ অন্তৰৰ সংবাদ পাবলৈ মন কৰি প্ৰশ্নসূচক ভাবে চেলাউৰি তুলি তাই তাৰফালে চালে। অনন্তৰ দৃষ্টিয়ে সম্ভৱ তাইক তাৰ সমিধান দিলে। তাৰকাই মুখখন একাষৰীয়াকৈ নিলে। অনন্তৰ মুখখনো সেই ফালে হালি গ'ল।

চাৰিওফালে জোনাক উপচি পৰিছে। দেখি তাৰ প্ৰভাৱত তাৰকাৰ মন পুলকিত হৈ পৰিল। কঁপা কঁপা মাজেৰে তাই কলে "ভিতৰলৈ ব'লা।"

"না ভু?" অনন্তই সুধিলে।

তাৰকাই নামাতিলে। তাইৰ মুখখন শেঁতা পৰি গৈছিল। তাইৰ এনে লাগিছিল যেন কোনোবাই তাইৰ সকলো শক্তি কাঢ়ি লৈ গৈছে। তাই অলপ ভাবিলে শেষত তাইৰ মুখৰ পৰা এষাৰ কথাকে ওলাই আহিল "ভিতৰলৈ ব'লা।"

"ভিতৰলৈ কিয় ?" অনন্তই অস্পষ্ট মাতেৰে সুধিলে।

তাৰকাই চাৰিওফালে চালে। জোনাক আছে। সম্ভৱ পোহৰত তাইৰ ভাল নালাগিল।

ইফালে অনন্তৰ হৃদয় স্পন্দনো খৰতৰ হৈ উঠিছিল। শৰীৰৰ মাজেৰে ৰক্ত প্ৰবাহ বেগেৰে প্ৰবাহিত হবলৈ আৰম্ভ কৰিছিল। এটি অদ্ভুত পৰিস্থিতিৰ যেন সৃষ্টি হৈছিল। বহি থকাৰ স্থলতো তাৰ উশাহ-নিশাহ সঘনে চলিবলৈ আৰম্ভ কৰিছিল। সি ফোঁপাবলৈ আৰম্ভ কৰিছিল আৰু তাৰ এনে লাগিছিল যে, যেন তাৰ শৰীৰৰ সকলো শক্তি নিঃশেষ হৈ গৈছে। সমগ্ৰ শৰীৰতে—কম্পনি, ৰোমাঞ্চকৰ শিহৰণ আৰু শৰীৰৰ উত্তাপ এনেদৰে বৃদ্ধি পাইছিল যে তাৰ প্ৰশমনৰ বাবে কিবা এটি শীতল পদাৰ্থ যেন সাৱটি ধৰিব পাৰিলেহে সি শান্তি পাব। অনন্তৰ এখন হাতে তাৰাক ওচৰ চপাই আনিছিল আনখন হাতে গৈ তাইৰ কান্ধত আশ্ৰয় লৈছিল আৰু বুকুৰ মাজতো আশ্ৰয় বিচাৰিছিল। তাৰকাৰ হাত দুখনে অনন্তৰ মুখখন আতুৰতাৰে সাৱটি ধৰিছিল ; দুয়োৰে দৃষ্টি এক হৈ পৰিছিল। দুয়োৰে ওঁঠে ওঁঠে মিলি গৈছিল আৰু সিহঁত সুখত অভিভূত হৈছিল। আন সময়ত তাৰকা অনন্তৰ বাহু বন্ধনত আবদ্ধ হৈ আছিল।

পশ্চিম আকাশত চন্দ্ৰ মাৰ গ'ল। তাৰ মুখখন যেন শেঁতা পৰি গৈছে যেন অনন্ত প্ৰেমেৰে সি পৃথিৱী প্ৰিয়াক চুমা খাই আছে আৰু তাকে দেখি সমুখত আহি উপস্থিত হোৱা উষাৰ মুখ লাজতে ৰঙা পৰি উঠিছে। পুৱফালে উষাৰ মিচিকি হাঁহি লৈ এটি তৰা উজ্জ্বলি উঠিছে। এই সকলোবোৰ দেখিও নেদেখা ভাওঁ জুৰি কৃষ্ণা নদী একেধাৰে বৈ গৈ আছে। গছৰ ডালে ডালে চৰাই-চিৰিকতিৰ কণ্ঠস্বৰ সংগীত মুৰ্চ্ছনাৰে ধ্বনিত হৈ উঠিল।

এনেতে "তাৰা তাৰা" বুলি চিঞৰি মাতি ৰত্নপ্ৰভা আহি ওলাল।

# 13

বিচাৰ বিবেক সম্পন্ন লোক যদি কেতিয়াবা বিপথে যায় নাইবা যাবলৈ ইচ্ছা কৰে তথাপি তেনেলোকৰ সম্পূৰ্ণ পতন নহয়। কিয়নো তেনেলোকে কৃতকৰ্ম্মৰ দোষ গুণৰ বিষয়ে দহবাৰলৈ ভাবি-চিন্তি চায় আৰু ভাবি-চিন্তি অৱশেষত শুদ্ধ পথেৰেই আগবাঢ়ে। অৱশ্যে মানুহৰ প্ৰবৃত্তিগত আশা-আকাঙ্খ্যাবোৰে এই ক্ষেত্ৰতো মানুহক বাধা দিবলৈ যত্ন চলায়। তেনে পৰিস্থিতিতে সৎ আৰু

অসৎ বিবেকৰ সৈতে মানুহৰ সহজাত বুদ্ধিৰ সংঘৰ্ষ উপস্থিত হয়। এই অৱস্থাত অধিকাংশ লোকেই প্ৰবৃত্তিৰ ওচৰতে আত্মসমৰ্পণ কৰে। সেইটোৱেই স্বাভাৱিক। কিন্তু বেছি পৰলৈ নহয়। তৃপ্তিলাভৰ মুহূৰ্ত্তলৈকে মাত্ৰ। তাৰ পিছতে ভাল-বেয়া, সৎ-অসতৰ বিচাৰেৰে বিবেক জাগ্ৰত হৈ উঠে। তেতিয়া সি আকৌ বুজিব পাৰে যে সি যিটো কৰিছে সেইটো ভুল। মনে মনে ভুলটো মানি লৈ সি নিজৰ ভুলটোৰ কথা আনৰপৰা লুকুৱাই ৰাখিবলৈ যত্ন কৰে আৰু আকৌ ভৱিষ্যতে তেনে ভুল নকৰিবলৈ সিদ্ধান্ত লয়। অনন্তৰ ক্ষেত্ৰতো সেয়েই হ'ল।

অনন্তই তাতে বিচনাখনতে উৰা কাপোৰখনৰে মুখ ঢাকি ইকাটি-সিকাটিকৈ পৰি থাকিল সেই সময়ত নিজৰ জীৱনটোৱেই তাৰ অসহনীয় যেন লাগিছিল। আজি তাৰ জীৱনত এইটো কি এটি দুৰ্ঘটনা ঘটি গ'ল। পেহীয়েকে কিবা তৎ ধৰিব পাৰিলে নেকি? পেহাকে যদি কথাটো গম পায় তেন্তে কি হব? যদি তাৰক্কাৰ শহুৰেকৰ ঘৰে জানে তেন্তে তাইৰ অৱস্থাটো কি হব? আৰম্ভনিৰেপৰা শহুৰেকৰ ঘৰত অনাদৃতা তাৰক্কাক যদি তেওঁলোকে ঘৰৰপৰা উলিয়াই দিয়ে তেনেহলে তাইনো ক'লৈ যাব? এই অপৰাধবোধৰ দহনে মোক পুৰি ছাই কৰিহে এৰিবনে? একেজনী মাথোন জীয়েকৰ সুখকে নিজৰ সুখ বুলি ভাবি কাল কটোৱা পেহীদেউ আৰু পেহাদেউৰ অৱস্থা কি হ'ব। যিয়ে কি নহওক ভগৱানে যেন সকলো সেই আগৰ দৰেই ৰাখে। তাৰক্কা যেন সোনকালে স্বামী গৃহলৈ গৈ সুখেৰে থাকিবলৈ আৰম্ভ কৰে! তেতিয়াহে মোৰ এই অপৰাধবোধ প্ৰশমিত হ'ব। অনন্তৰ চিন্তাৰ সোঁত এই পৰ্য্যন্ত আহি হঠাত থমকি ৰ'ল। সম্ভৱ কিবা এটি আন্তৰিক আবেগ তাৰ গতি ব্যাহত কৰিলে। তাৰ চিন্তাই আকৌ আনমুখে বাট ল'লে। তাৰক্কা স্বামী গৃহলৈ গৈ সুখেৰে থাকিলেই সকলো নিষ্পত্তি হৈ যাবনে? মোৰ অপৰাধৰ তাতেই শেষ হ'ব জানো? মই তাকেহে ভাবিছোঁ! কিন্তু তাই গৈ তাত সুখে থাকিলেই ময়ো জানো সুখত থাকিম? ওহোঁ, নহয়। তেন্তে তাই সুখত থকাটো মই নিবিচাৰো নেকি? কিয়? মোৰ সন্তোষৰ বাবে ওৰে জীৱন তাই দুখত কটোৱাটোকে মই বিচাৰোঁ নেকি? এয়া মোৰ কেনে ধৰণৰ বিবেচনা, স্বাৰ্থান্ধতা? নহয়,···নহয়······তাই সুখে থাকক। মই দুখৰ বোজা বৈ মৰি গলেও চিন্তাৰ কাৰণ নাই। ওহোঁ···নহয়······এইবোৰ ভবা-চিন্তা কৰাৰ সকাম নাই। মই মৰিলে জানো তাৰক্কা সুখী হ'ব?···নহয়, কেতিয়াও নহয়। তায়ো দুখ পাব। তেন্তে তায়ো দুখী হোৱাৰ প্ৰয়োজন নাই। তাই সুখেৰে হাঁহি থাকক। সেয়ে মোৰ কামনা। তেন্তে আমি দুয়ো একেলগে থাকিব লাগিব। কিন্তু কেনেকৈ?

তাৰ চিন্তাৰ সোঁত আকৌ সলনি হ'ল। সি আন ধৰনে ভাবিবলৈ আৰম্ভ কৰিলে। হলেও তেনে নীতি বিৰুদ্ধ অন্যায় সুখাকাঙ্খা মোৰ কিয়? এই কথা যদি কাইলৈ মোৰ পত্নীয়ে জানে মোৰ বিষয়ে তেওঁ কি ভাবিব? ছিঃ কি ভাবিব

বাৰু ? মই বাৰু তেওঁক প্ৰকৃততে মোৰ পত্নী বুলি মানি লৈছোঁনে ? সৰু কালিতে পুতলাৰ বিয়াৰ দৰে আমাৰ বিয়া পাতি দিয়া হৈছিল মাত্ৰ। সেই বিয়া জানো আচল বিয়া ? কিন্তু যেনেকৈ মই আনৰ প্ৰতি আসক্ত হৈছোঁ তেনেকৈ যদি তেৱোঁ আনৰ প্ৰতি······সেইটো হ'ব নোৱাৰে। অনন্তৰ এনে লাগিল যে লৰালি কালতে তাৰ পত্নীক নিজৰ পত্নী হিচাপে গণ্য কৰা আন কোনোবা এজন লোকে আহি তাৰ সমুখত থিয় হৈ তাক বিদ্ৰূপ কৰিবলৈ আৰম্ভ কৰিছে। মনত তাৰ ভয় উপজিল। সেই মানুহ জনৰ আগত অনন্তই নিজৰ মনৰ ভাৱ লুকুৱাই যেন আত্ম প্ৰৱঞ্চনা কৰিবলৈ ধৰিলে।

ৰাতিপুৱা সূৰ্য্যটো বলয়ৰ পৰা মাথোন দুহাতমান ওপৰলৈ উঠি আহিছিল। ৰ'দৰ ক্ষীণ ৰেঙনিয়ে যেন পৃথিবীত নৱচেতনাৰ সূচনা হে কৰিছে। তাৰকাই আন দিনাতকৈ অধিক উৎসাহেৰে উঠি বাচন-বৰ্ত্তন মাজিবলৈ লাগি গৈছিল। আনদিনাখন হোৱাহেতেন তাৰকাই অনন্তক জগাই দিলেহেঁতেন কিন্তু আজি তাইৰ অনন্তক জগাবলৈ তাৰ ফালে এবাৰ চাবলৈ কিবা যেন সংকোচ হ'ল। ৰত্নবাই গাঁৱৰপৰা অহাৰ পিছৰে পৰা মনে মনে আছিল। আহিয়েই তাই পিহিবলৈ ঘেঁহুৰ পাঁচিটো একাষে থৈ দি ঘৰৰ কামত লাগি গ'ল। কাৰো সৈতে একো কথা নক'লে। কিন্তু মাজে মাজে কিবা-কিবি ভোৰভোৰাই থাকিল। তাকে দেখি মাকৰ সৈতে কথা-বাৰ্ত্তা কবলৈ তাৰকাৰ সাহ নহ'ল। তাই নীৰৱে আখাৰ কাষত বহি বাচন-বৰ্ত্তন মাজিবলৈ ধৰিলে। তাইৰ বুকখন ভয়তে ঢপ্ ঢপাই আছিল। তাইৰ এনে লাগিছিল যেন তাই কিবা ডাঙৰ অপৰাধ কৰি উঠিছে আৰু তাকে দেখি মাকৰ খং উঠিছে। তাৰকাৰ মুখখন শেঁতা পৰি গ'ল। তাইৰ লাজ লাগিল। শৰীৰ কঁপি উঠিল, এনেকৈ যেন—বিদ্যুত প্ৰৱাহহে গাত লাগিছে। তাইৰ দুখ লাগিল। কান্দিবলৈ মন গ'ল। পানীৰে চকু ভৰপূৰ হৈ পৰিল। তাই তৎক্ষণাত মুখ-খন তললৈ গুজি দিলে যাতে মাকে দেখা নাপায়। এনেতে আচৰিত হৈ ৰত্নবাই সুধিলে "অনন্তই এতিয়াও উঠা নাই ? কিয় ? এতিয়াও শুই আছে ?" কথাৰ সুৰ গম্ভীৰ আছিল।

তাৰকাই অলপ বৈ ক'লে "নাজানো কিয় ? আজি সি এতিয়াও উঠা নাই আনদিনা দেখোন এনে সময়ত সদায় উঠে।" কথাষাৰ কওঁতে তাৰকাৰ মুখত ভয়ৰ চিন ফুটি নোলোৱাকৈ নাথাকিল। বেচেৰী ৰত্নবা গাঁৱলীয়া তিৰোতা। তাই এই কথাবোৰ কেনেকৈ বুজি পাব ? ইমানতে অনন্ত এঙামুৰি দি উঠি বহিল। তাৰ চকু দুটা ৰঙা পৰি আছিল ; মুখ-খনো শেঁতা। চকু ডাঙৰ-ডাঙৰকৈ মেলি সি চাৰিওফালে চাবলৈ ধৰিলে।

ৰত্নবাই সুধিলে "কিয়, এতিয়াও টোপনি পূৰ হোৱা নাই ? আকৌ শুবি ? শুই থাক আৰু অলপ শুই ল। ঘৰত, তই চোতালত নুশুৱ নহয় ? ইয়াত টোপনি হৈছে নে নাই ?"

"টোপনি আহিছে কিন্তু এলাহ লাগি আছে দেখোন।"

"ময়োতো তাকেই কৈছোঁ বোপাই। এতিয়াও শুই নুঠা কাৰণেহে অলপ চিন্তাত পৰিছিলোঁ। যেনেকৈ আহিছ তেনেকৈ ভালে কুশলে ঘৰ গৈ পালেই হয়। তেহে ভাল পাম। হাক দিলেও তই ইয়াত চেঁচা পানীৰে গা ধুইছ। কিবা অসুখ-বিসুখ হৈ ঘৰ ওলাবলৈ লাগিলে মাৰে মোকে দুষিব। মেলা-চেলা হৈ গৈছে। ঘেঁহুৰ আটাৰে অলপ লাড়ু বান্ধি দিও তাকে লৈ ঘৰলৈ যাগৈ বোপাই।" এই বুলি ৰত্নব্বাই আপোন কামত লাগিলগৈ।

ৰত্নব্বাই কথাখিনি কৈ থকাৰ সময়ত ভয়তে জীউ যাওঁ যাওঁ যেন লাগি আছিল। শেষত কোনোমতে এটি দীঘল উশাহ লৈ যেন প্ৰাণ পালে। মনে মনে সি ভাবিলে "এতিয়ানো কি ভালে-কুশলে যাম?"

সৰুৰেপৰা মাকৰ ভাব-ভংগী কথা-বতৰাৰ ঢাল বুজি পোৱা তাৰক্কাই ভয়ে ভয়ে লাহেকৈ ক'লে "আৰু চাৰিদিনমান থাকিবলৈ দিয়া। বুধবাৰে ময়ো যাম। সিও সিদিনাই যাব। বহুদিনৰ মূৰকত আহিছে, সদায়েনো আহি থাকিবনে? সদায় স্কুললৈ অহা-যোৱা কৰি থাকোঁতেই যায়।"

"তইনো বুধবাৰলৈ থাকিব লাগিছে কিয়? কাইলৈ সোমবাৰেই যা। চাৰিটামান লাড়ু তোকো বান্ধি দিম; লগত লৈ যাবি। কাপোৰ-কানি ঘৰতে আছে। এবাৰ বিয়া দি উলিয়াই দিয়া ছোৱালীজনীক ৰাখি থৈনো আমি আচাৰ বনাম নে কিবা। যি য'ত থাকিব লাগে তাতে থকা উচিত।" অলপ কঠোৰতাৰে কথাখিনি ক'লে ৰত্নব্বাই আৰু হাতত লোটা এটা লৈ গাখীৰ খীৰাবলৈ গোহালি পালেগৈ। মাক যোৱাৰ পিনে কিছু সময় চাই থাকি তাৰক্কাই দীঘলকৈ হুমুনিয়াহ কাঢ়ি তলমূৰ কৰিলে।

বাহিৰত বহি থকা অনন্তৰ বকুখন ঢপ্ ঢপাই আছিল। পেহীয়েকে দেখাতো নাই নিশ্চয়? ইয়াকে ভাবি সি অলপ বিব্ৰত অনুভৱ কৰিছিল। মুখ শেঁতা পৰিছিল। ভাবি চিন্তি সি মুখ ঢাকি বিচনাতে আকৌ শুই পৰিল। তাৰ এনে ভাব হ'ল যেন সি কাকো আৰু মুখ নেদেখুৱায়। ওচৰৰে আমগছৰ ডালত পৰি কা কা কৰি থকা কাউৰীবোৰেও যেন তাকেই বিদ্ৰূপ কৰিছে। মুখখন ঢাকি অনন্ত আৰু বেছি কুচি-মুচি শুলে। ৰাতিপুৱাৰ দুই-তিনি ঘন্টাৰ পিছতো তাৰক্কাৰ মনত গোটেই ঘৰখনেই তেনেই উৰুঙা উৰুঙা লাগি থাকিল। মাকে গোহালিত গৰু-ম'হৰ বিষয়ে এষাৰ কথা ক'লেও তাইৰ মনত ভয় ভয় লাগিবলৈ ধৰিলে। তাইৰ অন্তৰখনক এটি ভয়ৰ ভাবে অহৰহ ভাবে নিষ্পেষণ কৰি আছিল। তাইৰ বৰ ভয় লাগিছিল। তাইৰ এনে ভাব হৈছিল যেন ভৰমাই ক'ৰবাৰ পৰা তাইলৈ ৰঙা চকুৰে চাই আছে। তাই কি কৰিব কি নকৰিব একো থিৰ কৰিব নোৱাৰিলে। লাহেকৈ তাই উঠি গ'ল আৰু ৰান্ধনিশাললৈ গৈ আখাৰ খৰি বঢ়াই দিবলৈ ধৰিলে। আখাৰ জুইৰ আঙঠিবোৰেও যেন তাইৰ প্ৰতি খঙৰভাব প্ৰকাশ

কৰিছে। দপ্‌ দপাই উঠা জুইকুৰাৰ শব্দৰ মাজতো তাই যেন গালি-শালাজৰ সুৰ হে শুনিবলৈ পালে। পানীৰ ঘাগৰীটো দাঙো বুলি অলপ ওপৰলৈ তোলোতেই সেই ঠাইতে হাতৰ পৰা পিচলি পৰিল। তাৰে শব্দ শুনি গোহালিৰ পৰা ৰত্নম্বাই মাত লগালে 'কি পেলালি অ'? মাকৰ কথা শুনি তাৰক্কাৰ মনটো জিকাৰ খাই উঠিল। ৰত্নম্বা গোহালিৰ পৰা ওলাই আহিল। মাকৰ খোজৰ শব্দই তাৰক্কাৰ হৃদয়ত অধিক শঙ্কা জাগ্রত কৰিলে। তাইৰ হাত-ভৰিৰ কঁপনি উঠিল। তথাপি কোনোমতে তাই থিয় হৈ ৰ'ল। মাক আহি ওচৰ পোৱাৰ লগে লগে তাই মাকক সাৱটি ধৰি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। মাকৰ আঁচলেৰে তাই মুখ-খন ঢাকি ধৰিলে। তাই যেন মাকক ক'বলৈ বিচাৰিছিল—"মা মোৰ এই এধানিমান দোষ তুমি তোমাৰ আঁচলেৰে ঢাঁকি ধৰা।"

ৰত্নাম্বাই চকুপানী টুকি টুকি কলে "মই জানো তোক ঘৰত ৰাখিবলৈ নিবিচাৰোঁ? তোৰ শাহুৱেৰাই দহজনৰ আগত বক্‌বকাই ফুৰিছে সেই কাৰণেহে তোক কাইলৈ যোৱাৰ কথা কৈছোঁ।" এই বুলি ৰত্নম্বাই জীয়েকৰ চকুপানী মচি দিবলৈ ধৰিলে।

তাৰক্কাই মাকৰ মুখলৈ চাই ভয় আৰু উৎকণ্ঠাৰে সুধিলে "কাৰ আগত কৈছে?" বাটতে চাগলম্বা বুঢ়ীক পাইছিলোঁ তাইৰ আগত তোৰ শাহুৱেৰাই কৈছে—"যুগাদি"ৰ উৎসৱৰ সময়ত গৈছিল, উৎসৱ শেষ হোৱাৰ পিছতে অহাটো উচিত নাছিলনে? দেৱী পুজাৰ মেলাও ওচৰ চাপি আহিছে বুলি মাকৰ ঘৰতে থাকি গ'ল। মেলালৈ এতিয়াও পোন্ধৰ দিন বাকী আছে। তাইৰনো কিহৰ চিন্তা? ইফালে আমি মৰিছো। কাম কৰি কৰি মোৰ হাড় গুড়ি হ'ল। আৰু বা কিমান দিন? তাইৰনো কি কণ্ট হয়? ইয়ালৈ আহি তাই গাদীত হে বহি থাকে।"

"যেয়ে নিজৰ পেটৰ পোৱালীকে ভাল ব্যৱহাৰ কৰিব নাজানে তেওঁ মোক কি ভাল চকুৰে চাব?" তাৰক্কাই নির্ভয়ে ক'লে। তাইৰ মুখখন তকতকীয়া ৰঙা হৈ উঠিল।

তাৰক্কাৰ মনত শহুৰেকৰ ঘৰৰ প্ৰতি যি ক্ৰোধ জাগ্ৰত হৈছিল তাক প্ৰশমিত কৰিবলৈ ৰত্নাম্বাই ক'লে—"মানুহে কোৱা কথাবোৰ এৰি দে; সিহঁতৰনো কি? নিগনিটো ওলালেও বাঘ ওলোৱা বুলি কয়।"

ইতিমধ্যে অনন্তৰ মুখলৈ পানী আহিল। সি বুজিলে কথাবোৰ চিমম্বাক লৈহে। তাৰ ওপৰত একো সন্দেহ হোৱা নাই। গতিকে লাহেকৈ শোৱাৰ পৰা উঠি সি ভিতৰলৈ আহিল। তাৰক্কাই সংকোচৰ ভাবেৰে এলোটা পানী আনি দিলে। অনন্ত বাহিৰলৈ ওলাই গ'ল আৰু কাকো একো নোকোৱাকৈ গৈ নদীত গাধুই আহিল। কিন্তু আনদিনাৰ দৰে উৎসাহ সি অনুভৱ নকৰিলে। দুপৰীয়া খাই-বৈ উঠি সি আকৌ বিচনা পাৰি ললে। সিদিনা তাৰ পঢ়াশুনা একো নহ'ল।

সি যেন এটা জটিল সমস্যাৰ সমাধানত মগ্ন হৈ ৰ'ল। মনত চিন্তাৰ অনল জ্বলি থাকিল। আবেলি মল্লই খোৱাৰ কাৰণে তাক টোপনিৰ পৰা জগালে। অনন্তই "ভোক নাই" বুলি কোৱাত মল্লই ৰগৰ কৰি ক'লে—"জানো তোমালোকৰ জোখ-মাখ বোৰ কেনে? মই হলে এয়া তৃতীয় বাৰৰ বাবে খাইছোঁ। তোমালোকে তপত পানী খোৱা নহয়? সেই কাৰণে বোধকৰো ভোক নালাগে! তুমি এটা কুৰি বছৰীয়া চফল ডেকা, অথচ মই তোমাক আজিলৈকে এখন ৰুটি পুৰা-পুৰিকৈ খোৱা দেখা নাই। আমাৰ গাঁৱত হলে তোমাতকৈও সৰু সৰু ল'ৰাই খাবলৈ বহিলে তিনিখন তিনিখন মানকৈ ৰুটি খাই পেলায়," এই বুলি মল্ল খাবলৈ বহিল।

সন্ধিয়া হৈ আহিল। অনন্তই আম গছৰ তলত কম্বল পাৰি তাতে বাগৰি ইকাটি-সিকাটি কৰি আছিল। ৰত্নব্বা তাৰ ওচৰ পালেহি। তাৰ গাত হাত দি চালে, গা থিকেই আছে। ক'লে, "মুখ-খন কিয় এনেকৈ শেঁতা পৰিছে? জ্বৰ উঠা নাইতো? চাও! তাৰাৰ বাবে পানী তপতাইছো—তয়ো কেই ঘটিমান ঢালি ল। গাতো পাতল লাগিব। নিশা কাপোৰ উৰি মোৰ লগত শুবি। বাহিৰত বোধহয় তই কাপোৰ নুৰাকৈ শুইছিলি? এই বুলি ৰত্নব্বা জুপুৰীৰ ফাললৈ আগবাঢ়িল। গৈ থাকোঁতে কৈ গ'ল—"সোনকালে গৈ সোনকালে আহিবি। গাঁৱলৈ গৈ ভৰমা আছে নে নাই চাবি। চিম্মব্বাৰ লগতো দুই আষাৰ কথা পাতি আহিবি। গাঁৱলৈ আহিও ঘৰত এবাৰ দেখা নিদিলে বুলি যাতে তেওঁলোকে ক'ব নোৱাৰে। ইয়াত বহি বহি নো কি কৰিবি? একেখিনি ঠাইতে বহি থাকিলে সময়বোৰ নাযায় নুপুৱায় যেন লাগে।"

"হু! তালৈ কিয় যাব লাগে? তেওঁলোকনো কি এনে ভাল মানুহ। ঘৰলৈ মানুহ গলে এটা হাঁহি মাৰি জানো এষাৰ কথা কয়? কোনোবাই চাহ এপিয়লা-কেনো যাচেনে? "তথাপিও যাব লাগে?" তাৰকাই মাত দিলে।

"সেইবোৰ যি নহওক, তথাপিও যাব লাগে বাচা! মানুহৰ মন জয় কৰাটো জানো—ইমান সহজ কাম? আৰু চাৰিদিন......"।

"তেওঁলোকৰ মন জয় কৰিব লাগে বুলিয়েই তোমালোকে এতিয়া তেওঁলোকৰ ভৰি ধুই পানী খাবা। মোৰ দ্বাৰা সেইটো সম্ভৱ নহয়; আন কোনোবা হলে ইমানদিনে মনে মনে নাথাকিলহেঁতেন। ইমানদিনে তেওঁলোকে নিজে আহি খা খবৰ ল'ব লাগিছিল। তেনে ঘৰলৈ গৈ মই কেনেকৈ থাকিম?" তাৰকাই কিছু তীক্ষ্ম সুৰত কথাষাৰ ক'লে।

তাকে শুনি অনন্তৰ মুখত এটা মিচিকিয়া হাঁহি বিৰিঙি ওলাল।

# 14

তাৰক্কা শহুৰেকৰ ঘৰলৈ যোৱাৰ কাৰণে পুৱা বেলাতে শুভ-মুহূৰ্ত্ত আছিল। গতিকে ৰত্নপ্ৰভা আজ চলফাঁট নৌ দিওঁতেই উঠিল। তাই জীয়েকৰ কাৰণে গাধুৱা পানী গৰম কৰিলে আৰু খুৱাবলৈ অলপকৈ ভাত ৰান্ধিলে। গা ধুই উঠি পিন্ধিবৰ কাৰণে তাই জীয়েকক এখন নতুন শাৰীও দিলে। সূৰ্য্যোদয়ৰ লগে লগে খুৱাই-বুৱাই তাইক সাজু কৰিলে। শহুৰেকৰ ঘৰলৈ গৈ ওচৰ-চুবুৰীয়াৰ মাজত বিলাবলৈকে পঞ্চাশটামান লাড়ু এটা টেমাত ভৰাই দিলে —তেলেৰে ভাজি বনোৱা বুন্দিয়াৰ লাড়ু। ঘৰলৈ গৈ তাই নিজে খাবলৈ আন এটা সৰু টেমাত খাঁটি ঘিউৰে ভাজি তৈয়াৰ কৰা লাড়ু বান্ধি দিলে। ঘৰলৈ গৈয়েই আকৌ ৰন্ধা-বঢ়া যাতে কৰিব নালাগে সেইবাবে ঘৰ ঘৰোৱাহৰ কাৰণে এসাজৰ জোখাৰে খোৱা-বস্তু এটি পাচিতকৈ ভৰাই বান্ধি দিলে। এই আটাইবোৰ গোটাই এটি ডাঙৰ টোপোলা বান্ধি মল্লৰ হাতত সমৰ্পণ কৰি তাৰক্কাৰ কাপোৰ-কানিবোৰ সামৰি আন এটি টোপোলা বান্ধিলে ৰত্নপ্ৰভাই। পুৰণা কাপোৰ কাণিৰ সৈতে শহুৰেকৰ ঘৰলৈ যাত্ৰা কৰাটো অশুভ। সেই টোপোলাটো চুবুৰীয়াৰে এটি ল'ৰাৰ হাতত লগত নাভিৰাজক দি আগতেই তাৰক্কাৰ শহুৰেকৰ ঘৰলৈ পঠিয়াই দিয়া হ'ল। এইবোৰ যা-যোগাৰ হওঁতে হওঁতে তাৰক্কা যাবলৈ ওলোৱাৰ সময়লৈকে বেলা ভালেখিনি বাঢ়িল। তাৰক্কাই লোতকৰে চকু ওপচাই মাক-পিতাকক সেৱা কৰিলে। অনন্তৰো ভৰি চুলে। অনন্তই হাতত ধৰি তাইক তুলি ধৰিলে। দুয়োৰে চকুৰে চকুৰে মিলিল। তাৰক্কাই যেন পতি-গৃহলৈ যোৱাৰ কাৰণে অনন্তৰপৰা অনুমতিহে বিচাৰিলে। তাৰ পাছত তাই শহুৰেকৰ ঘৰ বুলি যাত্ৰা কৰিলে। ইমান পৰে ৰত্নপ্ৰভাই পজাঁৰ পৰা বাহিৰ ওলাই আহি যাত্ৰাৰ শুভক্ষণ নিৰ্ণয়ত ব্যস্ত আছিল। এনেতে এজন মুচিয়াৰ বুঢ়া মানুহে মূৰত এবোজা ঘাঁহ লৈ পিচে পিচে যাবলৈ ধৰা দেখা পালে। লগে লগে ৰত্নপ্ৰভাই চিঞৰি মাতিলে 'অ" আই তাৰা, উভতি আহ। সমুখৰ পৰা নাহিল কি হ'ল? তথাপি মনত এটা আশঙ্কা। এই বুলি জীয়েকক অলপ বহিবলৈ কৈ দুটা লাড়ুৰে সৈতে পানী খাবলৈ দিলে। অলপ সময় পিছত তাৰক্কাই পুনৰ যাত্ৰা কৰিলে। এইবাৰ গাঁৱৰ সীমা মুৰিয়ালীলৈকে কোনোৱেই আহি আগত ওলোৱা দেখা নগ'ল। "সিফালে বা আকৌ কোন আহি ওলায়?" বুলি ভাবি ভাবি ৰত্নপ্ৰভা নিজৰ জুপুৰীলৈ উভতিল।

তাৰক্কাহঁত আহি পায় মানে চিন্ময়বাই দুৱাৰত তলালগাই পথাৰলৈ বুলি

আহি আছিল। তাকে দেখি মল্লৰ খং উঠিছিল। কিন্তু মনোভাৱ প্ৰকাশ নকৰিলে।

সিহঁতক অহা দেখা পাই চিম্মব্বাই মাত দিলে "আহিলা তেনেহলে? ইমান পৰে বাট চাই চাই শেষত মই দুৱাৰত তলা লগাই পথাৰলৈ যাবলৈ ওলাইছিলোঁ;" কৈ কৈ চিম্মব্বাই তলা খুলিবলৈ ধৰিলে।

মল্লই ক'লে "কালিয়েই কৈ পঠিয়াইছোঁ নহয়, পুৱা আহিম বুলি? নহাৰ কথানো ক'ত? আৰু অলপ সময় বাট চালেই হ'লহেঁতেন!"

"বাট চাবতো পাৰিলোঁহেঁতেন! কিন্তু গৰু-গাইৰ গোবৰ-পাতি পেলাব লাগিয়া জানো নাই? জাবৰ-জোঁথৰবোৰ তেনেকৈয়ে পৰি আছে। গৰুৰে গাখীৰো কম দিয়ে। তাতে অলপ পলম হলেই উচ্ পিচখন লগায়। এতিয়া ৰ'দ চোকা হৈছে গতিকে এতিয়া মই সেই কাম কৰিব নোৱাৰিম বোপাই।"

"তাৰাই আহি কৰিলেহেঁতেন!" মল্লই একেষাৰতে ক'লে।

"এৰা কৰিলেহেঁতেন! আগৰে পৰা কৰাৰ অভ্যাস থাকিলেহে কৰিব। মোৰেই দুৰ্ভাগ্য। মৰিলেহে এইবোৰৰ হাত সাৰিব পাৰিম।

ঘৰৰ ভিতৰলৈ সোমাই গৈ থাকোঁতে মল্লই কৈ গ'ল 'এতিয়া তোমাৰ কি? তাইনো নিজৰ ঘৰ-দুৱাৰ নোচোৱাকৈ থাকিবনে? তুমি দুবেলা দুমুঠি খাই এচুকত বহি থাকিলেই হ'ল?"

"অ মনে মনে বহি থাকিলে ইহঁতে আমাক খুৱাব নহয়? এতিয়াও হাত দুখনেৰে ইটো-সিটো কৰিব পৰা হৈ আছোঁ বুলিহে খা-খবৰ ৰাখিছে! কাইলৈ অথৰ্ব হৈ এচুকত বহি থাকিলে আজি-কালিৰ বোৱাৰীয়ে চোৱা-চিন্তা কৰিবনে?" চিম্মব্বাই শ্লেষপূৰ্ণ স্বৰেৰে ক'লে।

মল্লই আৰু মনৰ খং লুকুৱাই ৰাখিব নোৱাৰিলে। সমান শ্লেষেৰে উত্তৰ দিলে— "সকলো তোমাৰ হাতত। তুমি যেনেকৈ কোৱা তেনেকৈয়ে হ'ব! বোৱাৰীয়েৰাই কি কৰিব পাৰে? সকলো শাহুৱেকৰ ওপৰতহে নিৰ্ভৰ কৰে।"

"তোমালোকে সদায় এনেকৈ জীয়েৰাক শিকাই বুজাই থাকিলে তাই মোৰ আগত মুখ দোৱাব কিয়? মুখা-মুখিকৈ থিয় হৈ কথা কটা-কটি কৰে! মাকৰ ঘৰৰ মানুহে আহি বুদ্ধি নিদিলে তেনে কৰিব পাৰে নে? নিজে তেনেকৈ কথা ক'বলৈ সাহ নকৰে। এই পোন্ধৰ দিনে মাকৰ ঘৰত ভালকৈ দিহা পৰামৰ্শ লৈ আহিছে যেন পাওঁ! তাইনো এতিয়া মোৰ ঘৰত কাম কৰি থাবনে? মই হলে তাইক মাকৰ ঘৰলৈ যাবলৈ নিদিলোঁহেঁতেন!"

"কিয়নো যাবলৈ দিবা ভনীটি? তোমাৰ ঘৰতেই তাই সুখেৰে থাকক। আমিও তাতেই সুখী হ'ম। আমিনো ক'ত ঘনাই ঘনাই মাতি নিও? মেলাই উৎসৱেহে নিছোঁ।"

"সেইটো কথা নহয়। এবাৰ লৈ গ'লা "যুগাদি"ৰ উপলক্ষে (নৱবৰ্ষৰ উৎসৱ)। তাৰ পিছত পৰিল মংগলবাৰ। সেই বুলিয়েই জীয়েৰাক নপঠিয়ালা।

তাৰ পিছতে হ'ল মেলা। ইফালে ঘৰত কাম কৰোঁতা আছে কোন? কাম কৰোঁতে কৰোঁতে মোৰ হাড় ক্ষয় গৈ শেষ হ'ল।"

মল্লই যাবলৈ ওলাল; ক'লে—"তুমিতো কাজিয়া কৰোঁ বুলি ফেৰ মাৰি লাগিছা। টোপোলাটো খুলি ৰাখি মোৰ চাদৰখন দিয়া। মই যাওঁ।"

"তাকে কোৱা! মই কাজিয়া কৰিব খোজো তুমি নাজানা নে? গোটেইখন গাঁৱতে আগৰেপৰা মোৰ বদনাম আছে। ইমানখিনি জানিও জীয়েৰাক এইখন ঘৰলৈ দিছিলা কিয়?" যথার্থতে কাজিয়া কৰাৰ উদ্দেশ্যেই চিম্মম্বাই সুধিলে।

মল্লই কথা বাঢ়িবলৈ নিদিলে। মনতে ভাবিলে—"জানি বুজিয়ে মাটি খাইছোঁ যেতিয়া উপায় কি?"

তাৰক্কাৰ ফাললৈ মুখ ঘূৰাই এইবাৰ চিম্মম্বাই সুধিলে—"কি কৱ? তই নাজানিছিলিনে যে মই এনেকুৱাই?" এই বুলি তাৰক্কাই অনা টোপোলাটো খুলি চাই খঙেৰে সুধিলে—"এইবোৰ আনিছ কেলেই? ভৰমাই এতিয়াৰে পৰা মিঠাই খাবনে? বাপেক ঢুকোৱাৰ এবছৰ হোৱাই নাই। তহঁতে এইখিনিও নাজান নে? আন নহলেও তইতো কথাটো কৈ দিব লাগিছিল।"

সেই কথাৰ উত্তৰত তাৰক্কাই একো নামাতিলে। মল্লইহে উত্তৰ দিলে।

"ভৰমাই নাখালে কি হ'ল? তোমালোকে খোৱাত কিবা বাধা আছে জানো? তোমালোকে খাবা। চাৰিজন চাকৰ-বাকৰক দিবা। এনেকৈ খৰচ-পাতি কৰি বনাই আনিছে কিয়? মানুহে খাব বুলিয়েইতো?"

"খৰচ কৰিবলৈনো কোনে কৈছে? নিজৰ জীয়েকৰ কাৰণে ইমানখিনি ভবা-চিন্তা কৰা মানুহ মই আৰু নেদেখিলোঁ। বুঢ়া মৰাৰ বছৰেক হোৱাই নাই। দিনে-নিশা মুখেৰে হায়, হায় কৈ হতাশাৰ হুমুনিয়াহ ওলাই থকাটোৱেই বন্ধ হোৱা নাই। তাতনো আপোনালোকৰ কি? আপোনালোকৰ লাড়ুবোৰ এতিয়া আপোনালোকেই লৈ যাওক।" এই বুলি চিম্মম্বাই লাৰুৰ টেমাটো মল্লৰ আগতে মাটিত দলিয়াই দিলে।

"হৈছে হৈছে। তুমি দেখিছোঁ বেছ জ্ঞানী তিৰোতা।" বুলি কৈ মল্ল উঠিল আৰু টোপোলাটো খুলি মোকোলাই দিয়া চাদৰখন তুলি লৈ ঘৰলৈ খোজ ল'লে। লগত অহা ল'ৰা দুটা আগতেই গুচি গৈছিল। তাৰক্কাই মূৰ তল কৰি থিয় হৈ সকলো চাই আছিল। তাই মনে মনে ভাবিছিল—"এই কথাবোৰ তেওঁলোক গুচি যোৱাৰ পিচত মোৰ আগতহে কব লাগিছিল। লগত এনাপুৰৰ লৰাটিও আহিছিল। সি বা মনত কি ভাবিছে? লাজ বুলি একো এটি নাই এওঁলোকৰ। সংসাৰত এওঁহে অকলে শাহুৱেক হৈছে নে? গাঁৱত আৰু কাৰো শাহুৱেক নাই? সদায়ে যুজোঁ যুজোঁকৈ থাকিব! ঘৰলৈ কোনোৱা আহিলেও আদৰ-সাদৰ কৰিবলৈ নাই। সদায় খোলাত ভজা আখৈ ফুটা দি ফুটি থাকে!"

এনেতে চিম্মম্বাই ক'লে—"শিলামূৰ্ত্তি যেন হৈ থিয় দি থাকিলি কিয়?

ভিতৰলৈ যা। আকৌ বাপেৰৰ পিছে পিছে যাব খুজিছ নেকি? নতুন শাৰীখন খুলি থ। পুৰণি এখন পিন্ধ আৰু পথাৰলৈ ব'ল। অলপ আগতে অক্কাতায়ী মাহৰ চেঁই তুলিবলৈ গৈছে। তাই মোলৈ বাট চাই থাকিব হব পায়।"

ইফালে জীয়েক যোৱাৰ পিচত ৰত্নাম্বাই যাওঁতে বাটত দেখা সাম্ভব্য ভাল-বেয়া লক্ষণৰ বিষয়ে জনাৰ আকাংক্ষাৰে এবাৰ আলি-বাট—এবাৰ নিজৰ জুপুৰী,—এই দৰে আঠ দহবাৰমান অহা-যোৱা কৰিবলৈ ধৰিলে। তেনেকৈ থাকোঁতে থাকোঁতেই লগত যোৱা ল'ৰা দুজন লৰি লৰি আহি ওচৰ পালে।

ৰত্নম্বাই সুধিলে "লৰি লৰি আহিছ কিয়?" চুবুৰীৰ যিটো ল'ৰা নাভিৰাজৰ লগত টোপোলা লৈ গৈছিল সি কলে—"চাহ খাওঁতে বেছি হৈ গ'ল।" কিবা কিবি খাবলৈ পোৱাৰ আশাতেই ল'ৰাটো তাৰক্কাক আগুৱাই থবলৈ গৈছিল। ৰত্নম্বাই তাৰ কথাৰ তৎ ধৰিব নোৱাৰিলে। তাই আগ্ৰহেৰে কলে "আজিনো সুৰুয কোন দিশে উঠিছে যে তহঁতে চাহ খাবলৈ পালি?"

এনেতে মল্লৱ আহি পালে। চাদৰখন কান্ধত পেলাই লৈ আহিছে। মুখখন শেঁতা, কপালত ঘাম বিৰিঙি আছে। গিৰিয়েকক দেখিয়ে ৰত্নম্বাই বুজিলে যে বিশেষ কিবা এটি ঘটিছে। তথাপি তাই সুধিলে "চাহ-তাহ খাই আহিছে নহয়?"

মল্লৱই কি উত্তৰ দিব ভাবি নাপালে। তথাপি অলপ বৈ ক'লে 'এৰা চাহ খাওঁ বুলিয়েইতো গৈছিলোঁ।" কথাষাৰ কৈ মল্লৱই পিন্ধি থকা চুৰিয়াখনেৰেই মুখ মুচিবলৈ ধৰিলে।

"কিয় কি হ'লনো?"

"হবনো কিটো? সেই একে খং-ৰোষ। পাঁচ-ছয় বছৰে যি দেখি আহিছা। এদিনো যদি শান্তিৰে থাকিলেহেঁতেন? সঁচাকৈয়ে ঠেক মনৰ তিৰোতা তাই। ছোৱালীজনীক থবলৈ গৈছোঁ—অলপতো শান্ত হৈ থাক। অলপো যদি তাৰ আভাস থাকিলহেঁতেন। নাজানো কিয় সদায় জুইকুৰা জ্বলাই থাকে। আমিনো ইমানে বেয়া হলোনে তাইৰ লগত? ভৱিষ্যতে তাহাঁতৰ পদুলিতে ভৰি দিবলৈও নাযাওঁ।"

"কিয় কিনো হ'ল? আকৌ কাজিয়াখন জুৰি লোৱা নাইতো? আপুনিয়ে ছোৱালীজনীৰ কাৰণে সমস্যা একোটাৰ সৃষ্টি কৰে।" ৰত্নম্বাই মাজতে মাতষাৰ নিদিলে মল্লৱই আৰু কিমানপৰ বকবকাই থাকিলহেঁতেন ক'ব নোৱাৰি।

"মই অনাহকতে কাজিয়া কৰিম কিয়? সিজনীয়েহে বিনা কথাতে বকিবলৈ আৰম্ভ কৰিলে।"

ৰত্নম্বাই দীঘল হুমুনিয়াহ এটা পেলাই সুধিলে—"যাওঁতে আগত কাকনো পাইছিল?"

ওঁঠ বিদৰাই মল্লৱই ক'লে "লক্ষণ ভাল নাছিল।" খন্তেক বৈ চকুপানী মচি মচি আকৌ কলে "জোলোঙা লৈ অহা ভিখাৰী এটা পাইছিলোঁ।"

“নিপাতে ষ'ক সি। ক'ৰপৰানো ওলালহি মৰিবলৈ?”

“তাকনো দোষাৰোপ কৰিছা কিয়? কাৰোবাক নহয় কাৰোবাকতো বাটত লগ পোৱা যাবই। ছোৱালীজনী সিথন ঘৰত থকাটো মাথোন……।”

দুদিন পাৰ হৈ গ'ল। তৃতীয়দিনা পুৱাই চিম্মব্বাই ওচৰৰে তিৰোতা এজনীক মাতি আনি তাইৰ হাতত তাৰক্কাই খোৱাৰ কাৰণে মাকে দি পঠোৱা লাড়ুৰ টেমাটো ৰত্নব্বাক ওভতাই দি আহিবলৈ ক'লে। তাৰক্কাই বাধা দিব খুজিছিল। কিন্তু চিম্মব্বাই ক'লে “তহঁতৰ এই লাড়ু কোনে বিচাৰিছে? এনে লাড়ু খুৱাই তহঁতে কাক যে মাৰিবলৈ পাঙিছ কোনে জানে! ঘৰত খাবলৈ বুলিহে বেলেগ বেলেগ টোপোলা বান্ধি দিছে নে? তাৰক্কাই আৰু মাতিব নোৱাৰিলে।

ভৰমাই ওচৰতে থিয় হৈ এই সকলো কথা শুনি আছিল। তাৰক্কাই এবাৰ তাৰ ফালে চকু তুলি চালে। সিও চালে, মাত্ৰ চাইহে থাকিল। তাকে দেখি তাৰক্কাৰ মনৰ পটত অনন্তৰ মুখৰ ছবিখন ভাঁহি উঠিল। লগে লগে তাইৰ মুখমণ্ডলত যেন এটি সন্তোষৰ ভাব বিৰিঙি ওলাল। চুবুৰীয়া তিৰোতাজনীয়ে টোপোলাটো লৈ ৰত্নব্বাৰ ঘৰ পালেগৈ। ৰত্নব্বাই এবাৰ ভাবিলে যে টোপোলাটো আকৌ ওভতাই পঠিয়াব কিন্তু এবাৰ গিৰিয়েকক সুধি লৈ কাম কৰা ভাল হব বুলি থিক কৰি ক'লে মোৰ ঘৰৰ লখিমী মোৰ ঘৰলৈ আকৌ ওভতি আহিল। ভালেই হৈছে, থৈ যোৱা।” এই বুলি ৰত্নব্বাই টোপোলাটো ৰাখি থলে। গধুলিলৈ চাবলৈ ৰত্নব্বাৰ ধৈৰ্য্য আৰু নৰ'ল। দুপৰীয়াতে গাঁৱত থকা চিম্মব্বাৰ এগৰাকী সম্বন্ধীয়া তিৰোতাৰ ওচৰলৈ গৈ অভিযোগৰ সুৰত ক'লে “আমি নিজৰ ঘৰ বুলি ভাবিহে ছোৱালী তেওঁলোকলৈ দিছিলোঁ। সিহঁতৰ কাৰণেই আমাৰ সকলো ধ্বংস কৰিলোঁ। অথচ সেইজনীয়ে মোৰ ছোৱালীটিক এদিনলৈও সুখ নিদিলে। ৰাতিপুৱা হলেই সাপে-নেউলে কাজিয়াখন লাগে। আজি ঠিক হ'ব, কাইলৈ ঠিক হব-বুলি মনে মনে বাট-চাই থাকোঁতে থাকোঁতে মাত্ৰা বাঢ়িহে গৈ আছে। তেওঁলোকে ভাবে নেকি যে ছোৱালীজনীৰ হৈ মাত মাতোঁতা কোনো নাই? আজি গধুলিকৈ তাৰক্কাৰ দেউতাক আহকচোন অনন্ত আৰু নাভিৰাজক থবলৈ গৈছে, এতিয়াও ঘৰ পোৱাহি নাই। ভাই কুলকাৰ্ণিক কৈ সেইজনীক এশিকণি দিয়াইহে এৰিম। লাড়ুও কোনোবাই ওভতাই দিয়েনে? তাই যদি লাড়ু দিয়টো ভালপোৱা নাই তেনেহলে ঘৰৰ কুকুৰ বিলাককতো বিলাই দিব পাৰিলেহেঁতেন।” ৰত্নব্বাই কথাখিনি অলপ ডাঙৰ ডাঙৰ কৈয়ে ক'লে।

ৰত্নব্বাই এনেকৈ অহাটো চিম্মব্বাৰ কেনেবাকৈ চকুত পৰিছিল। সেইবাবে পিছে পিছে আহি ঘৰৰ বাহিৰত থিয়হৈ ৰত্নব্বাৰ কথাবোৰ শুনি আছিল। শেষত তাই নিজেই আগলৈ ওলাই আহি কাজিয়া কৰিবলৈ ধৰিলে। দুয়োজনীয়ে তিৰোতা মানুহ। গতিকে স্বাভাৱিকতে ভালকৈয়ে কথা কটা-কটি হ'ল। ওচৰ-পাঁজৰৰ সকলো তিৰোতাই চেষ্টা কৰিও এজনীকো দমাব নোৱাৰিলে। চিম্মব্বাই উগ্ৰমূৰ্ত্তি ধৰি

ক'লে "মই যদি আচলতে মোৰ মাৰ ছোৱালী হওঁ তেন্তে মোৰ ল'ৰাৰ দ্বিতীয় বিয়া পাতিহে ক্ষ্যান্ত হম। তোমাৰ ছোৱালীক মই মোৰ ঘৰৰ পৰা যদি উলিয়াই নিদিওঁ মোৰ নামকে সলাই থবা।" ইমানলৈ কথা ক'বলৈও চিম্মব্বাই কোনো সংকোচবোধ নকৰিলে।

সেই দিনাখনেই চিম্মব্বাই নিজৰ দূৰ সম্পৰ্কীয় ভিনিহিয়েক ভীমপ্পাক মতাই আনি বহুত পৰলৈকে আলোচনা কৰিলে। নিজৰ দুখৰ কথা কৈ অলপ কান্দিলেও। বিয়নীয়েকে কোৱা অনুচিত কথা কিছুমানকে অলপ সজাই-পৰাই বিবৰি ক'লে। ভীমপ্পাই মাজে মাজে কিবা নহয় কিবা কথা কৈ জ্বলা জুইত ঘিঁউহে ঢালি থাকিল। শেষত চিম্মব্বাই ক'লে "তেওঁৰ মৃত্যুৰ পিচত মোৰ ল'ৰাক তোমাৰ হাততেই সঁপি দিছোঁ তুমি যি মন যায় তাকে কৰা। তাৰ দ্বিতীয় বিয়াৰ যো-যাকে কৰানে, যেনে আছে তেনে থাকিবলৈ দিয়া, সেইটো তোমাৰ ওপৰতে নিৰ্ভৰ কৰিছে। মই হৈছোঁ স্বভাৱতে ধৈৰ্য্যশীলা তিৰোতা। সিফালে গাঁৱত মোৰে মিতিৰ মোৰ বুকুত চাপি বহিছে। মই অকলশৰীয়া। কিবা এটা যদি কৰে কি হব? মোৰ ঘৰ-বাৰী আটাইবোৰ সিহঁতৰ হৈ পৰিব। এই বুলি চিম্মব্বাই জীয়েকৰ হতুৱাই চাহ তৈয়াৰ কৰাই ভীমপ্পাক খাবলৈ দিলে।

চাহ খাই উঠি যাবলৈ ওলাই ভীমপ্পাই ক'লে "এনেকৈ মাৰিবলৈকে গাঁৱত কোনো এজন সোধেঁতাও নোলাবনে? মই জানো নাই? কথাবোৰ আগৰেপৰা নাজানো বুলিহে বপুৰা মোৰ হাতৰ পৰা সাৰি গৈছে। দ্বিতীয় বিয়া পাতিহে মই উশাহ ল'ম। ছোৱালীৰ কিবা আকাল হৈছে নে? এটকাত এসেৰ ভাওত পোৱা যায়। এইটো বিয়াৰ বতৰ নহয়। বাৰিষাটো পাৰ হৈ যাবলৈ দিয়া। তুলসী-বিবাহৰ সময়লৈকে য'তেই হওক ছোৱালী এজনী চাই বিয়াখন পাতি দিম। সেইটোনো কি কথা?"

চিম্মব্বাই তাক দুৱাৰ মুখলৈ আগুৱাই থলে। লগে লগে আহি থাকোঁতে ক'লে—"হৈছে, হৈছে। সকলো তোমাৰ ওপৰতে নিৰ্ভৰ। কটাৰী আৰু তৰ্মুজ দুয়োটাই তোমাৰ হাততে। যিটো ভালদেখা কৰা। টকা-পইচাৰ বাবে কোনো চিন্তা নকৰিবা।" ইয়াকে কই চিম্মব্বা উভতিল।

দেৱালীৰ পিছতে ভীমপ্পাই ভৰমাৰ বাবে পাঁচ-ছয় ঠাইত ছোৱালী চাই আহিল। বজাৰলৈ যাওঁ বুলি, পূজাৰ কাৰণে যাওঁ বুলি নাইবা মেলালৈ যাওঁ বুলি চেলু উলিয়াই চিম্মব্বাইও দুই-তিনি ঠাইৰ পৰা আহিল গৈ। যলৈকে যায় সকলো ঠাইতে মানুহে প্ৰশ্ন কৰে—"দ্বিতীয় বিয়া পাতিব ওলাইছা কিয়?" উত্তৰত চিম্মব্বাইও একেটা কথাকে কয়—"পাছ-বিয়া হবৰ পাঁচ-ছয় বছৰ হৈ গ'ল। আজি-লৈকে এটিও ল'ৰা-ছোৱালী হোৱা নাই। একেটি মাত্ৰ ল'ৰা মোৰ। আৰু নো কেই বছৰ বাট চাই ৰ'ম? ঘৰতনো খোৱা-পিন্ধাৰ অভাৱ কিহৰ? দুজন বোৱাৰী অনায়াসে ৰাখিব পৰা যাব।" এজনী দুজনী মান ছোৱালীক পছন্দ কৰি চিম্মব্বাই

সিহঁতৰ মানুহক ল'ৰাৰ ঘৰ-বাৰী চাই-চিন্তি যাবলৈ মাতি আহিল। কিন্তু সেইমতে কোনোৱেই নিমন্ত্ৰণ ৰক্ষা নকৰিলে। যি কেইঘৰত ভীমপাই ছোৱালী চাইছিল সেই কেইঘৰ মানুহৰ কোনো কোনো ঘৰৰ মানুহ আহিল যদিও গাওঁ আহি পোৱাৰ পিছত সেই সকলৰ মনোভাবৰো সলনি ঘটিল। পোনতে ছোৱালী দিবলৈ ঠিক কৰি পিছত মত সলোৱাৰ কাৰণ বোধকৰো এয়ে যে গাঁৱৰ কোনোবাই তেওঁলোকৰ কাণে কাণে কিবা-কিবি কথা লগালে। কাণে কাণে ক'বলগীয়া কথানো কি? গাওঁখনৰ মানুহ আটায়েই এষাৰ কথাকে কয়—"সেইখন ঘৰত ছোৱালী দিয়ে কিয়? সিহঁতে তাইক ঘৰত থাকিবলৈ দিবনে? আপোনালোকে যদি ছোৱালীক বোজা যেন পাইছে তেনেহলে যি কোনো এজন দিন-হাজিৰা কৰি খোৱা মানুহৰ ডিঙিত বান্ধি দিয়ক। সুখত থাকিব।" এনে পৰিস্থিতিত ছোৱালী দিবলৈ কোনে সাহ কৰে? দৰাৰ ঘৰ-বাৰী চাবলৈ অহা মানুহ যেতিয়া এনেকৈ প্ৰতিদিনে উভতি যাবলৈ আৰম্ভ কৰিলে তেতিয়া চিম্মব্বা চিন্তিত হ'ল।

এই কথা চিম্মব্বাৰ কাৰণে ফট্-ফটীয়া হৈ পৰিল যে যেতিয়ালৈকে তাৰক্কা সেইখন ঘৰত থাকিব তেতিয়ালৈকে তাইক দেখি থকা কোনো লোকেই নিজৰ ছোৱালীক সেই ঘৰলৈ দিওঁ বুলি আগুৱাই নাহে। সেই কাৰণে চিম্মব্বাই ঘৰত তাৰক্কাক হকে-বিহকে বিকৰ্থনা কৰাত লাগিল।

ভীমপ্পাও কেবা ঠাইলৈ গ'ল; বহুতো যত্ন কৰিলে কিন্তু ফল একো নহ'ল। অৱশেষত ঈশ্বৰৰ ওপৰতে নিৰ্ভৰ কৰি মূৰত হাত দি বহি থাকিল। তাকে দেখি মানুহে কোৱাকুই কৰিবলৈ ধৰিলে—"বিয়া পাতিবলৈ ভীমপ্পাই অ'ত-ত'ত ছোৱালী চাই ফুৰি বিফল হৈছে। এজনী থাকোতেনো আন এজনী কোনে দিব? দ্বিতীয়-বিয়া পাতাটো জানো বৰ উজু কাম? ঈশ্বৰৰ জানো চকু নাই? এনে কথাও কৰবাত হ'ব পাৰেনে? ছোৱালী এজনী কিবা কুমাৰৰ চাকত সাজি উলিয়াব পাৰি নেকি?" দিন গৈ থাকিল। মানুহে কথাটো মুখৰ ওপৰতে ক'বলৈও বেয়া নোপোৱা হ'ল। মানুহৰ এই আলাপ আলোচনা বিলাকৰ ফল কি হ'ব পাৰে সেই বিষয়ে কোনোৱেই ভাবি নাচালে। মানুহৰ কথাবোৰ শুনি শুনি ভীমপ্পাই নিৰ্ঘাত সিদ্ধান্ত কৰিলে যে সি বিয়াখন পতাইহে জিৰণি ল'ব। সেই উদ্দেশ্যেৰে সি ক'ৰ ক'ত কেনেকৈ মেৰপেচ লগাব পাৰি তাকে ভাবিবলৈ ধৰিলে।

কোনোৱে আৰু ছোৱালী নিদিব বুলি ধৰি লৈ মগদুম পৰিয়ালৰ ফলীয়া তিৰোতা এগৰাকীয়ে এদিন বিদ্ৰূপৰ হাঁহিৰে চিম্মব্বাক সুধিলে– "কি চিম্মী, বিয়া কোন-দিনা?" চিম্মব্বাৰ এনে লাগি গ'ল যেন কোনোবাই কটা-ঘাত চেঙা তেলহে দিলে। তথাপি নিজৰ উদাৰতা দেখুৱাই ক'লে—"হ'ব, হ'ব। বিয়া পাতিম বুলি ঠিক কৰাৰে পৰা ছোৱালী দিওঁতাৰ হেচাঁ-থেলা আৰম্ভ হৈছে। আমিহে ভাবি-চিন্তি হোহোঁকা-পিচলা কৰি আছোঁ। বোৱাৰীজনী তিজৰ বংশৰে ছোৱালী। তাই থাকোঁতেই আন ছোৱালী এজনী অনাটো জানো ভাল হ'ব?"

"ছোৱালীজনীৰ কথানো তুমি চিন্তা কৰানে?" বুলি এটি কৌতুকৰ হাঁহি মাৰি তিৰোতা গৰাকী গুচি গ'ল। সেই হাঁহিটোৱেই চিম্মস্বাৰ মাত নোহোৱা কৰিলে। মনৰ সেই ভাবটো আকৌ উজাৰি দিলে যে,—ল'ৰাৰ বিয়াখন পাতিবই লাগিব।

গোটেই গাঁৱৰ মানুহেই যেতিয়া ভৰমাৰ দ্বিতীয় বিয়া পাতিব খোজাৰ কথা গম পালে তেতিয়া তাৰক্কাৰ মাক-বাপেকেনো গম নোপোৱাকৈ থাকিবনে? ৰত্নস্বাই উঠোঁতে-বহোঁতে অহৰহ ভাৱে ভীমপ্পাকেই শাওপাত দিবলৈ আৰম্ভ কৰিলে। মাজে মাজে ক'বলৈ ধৰিলে, "তাৰনো কিবা ছোৱালী নাইনে? মোক যিটো দুখ দিছে সেইটো দুখ সিও পাব লাগিব। সি কি কাৰণে মোৰ ছোৱালীজনী থাকোঁতেই দ্বিতীয় এজনী অনাবলৈ বিয়া পাতিব খুজিছে? ল'ৰা-ছোৱালী হোৱা নাই বুলিয়েই নহয় নে? কিন্তু তাইৰ ল'ৰা-ছোৱালী হ'ব কৰপৰা? গিৰিয়েকৰ মুখখনলৈ চাই থাকিলেই ল'ৰা-ছোৱালী জন্মে নেকি? পকামুৰীয়া হ'লহি; সেইখিনি কথাও বুজি নাপায়? সি যে কিহৰ বুঢ়া হৈছে নাজানো।" কথাখিনি কৈ ৰত্নস্বাই আঙুলি ভাঙি ভাঙি কান্দিবলৈ আৰম্ভ কৰে। মল্লই তাইক প্ৰবোধ দি বুজাই কয়—"আনক এনেকৈ গালি পাৰি কি লাভ? ছোৱালীজনীৰ ভাগ্য যেনে, তেনেহে হব! যিটো হবলগীয়া তাক কোনোৱে বাধা দিব নোৱাৰে।" তাৰ কথাৰ সুৰৰ পৰা এনে মনোভাবৰে ইংগিত পোৱা গৈছিল—"বিয়া জানো বাৰে বাৰে হয়? সতিনী খাটিবলৈ ছোৱালী কোনে দিব? সেইটোও কথানে?"

ৰত্নস্বাই মাত দিয়ে—"আপুনি বলিয়া হৈছে নেকি? সিহঁতে বিয়া পাতিহে এৰিব। মোৰ ছোৱালীজনীৰ কোনো নাই, তাই ডেউকা, কটা চৰাইজনীৰ দৰে হৈ পৰিব।" সেই কথাৰ উত্তৰত মল্লই তাইক আকৌ বুজাই কয়—"আমাৰো ভাই-বন্ধু অলেখ আছে। আমাৰনো কিবা জ্ঞাতি কুটুম্ নাইনে? সিহঁতে মাত মাতিলে চাওঁচোন বিয়া কেনেকৈ পাতে? ৰভা তৰকচোন, আমি জুই লগাই দিম। ছোৱালী দিওঁতানো ইয়ালৈ আহিব কেনেকৈ? নিজৰ ছোৱালীৰ জীৱনটোলৈ সিহঁতৰ মমতা নাইনে? আমাৰ মেৰুদণ্ডৰ বল থাকোঁতে আমি কিয় হুহকি যাম? গিৰিয়েকৰ কথা শুনি শান্ত হৈ ৰত্নস্বাই কয় "যি কৰিব লাগে, এতিয়াৰে পৰা কৰক। হাত সাবটি বহি নাথাকিব। এবাৰ হৈ যাব লাগিলে পিছত একো কৰিব নোৱাৰা হ'ব। জুনুকা নথকা নূপুৰ যেন হৈ মনে মনে ৰ'ব লাগিব।" তাকে শুনি মল্লই উত্তৰ দিয়ে—"সময়ত আলুৰে-শিপাই উঘালিম। এতিয়াই উচপিচখন লগাইছা কিয়?"

এদিন সন্ধিয়া। মল্ল ঘৰতে আছিল। ভীমপ্পা পথাৰত গৰু ৰখা ঠাইলৈ নে আন ক'ৰবালৈ গৈ আছিল। এনেতে মল্লই তাক দেখা পালে। ভীমপ্পাক দেখাৰ লগে লগে মল্লৰ মনত চিন্তাৰ উদয় হ'ল—"আমি কাজিয়া কৰা নাই। যুঁজ-বাগৰো লগোৱা নাই। সেই তাহানিতে পথাৰৰপৰা নৰা চুৰ কৰা ঘটনাটোকে

লৈ সি মোৰ সৈতে মাত-কথা বন্ধ কৰিছে। যদি আগধৰি ময়ে মতাবোলা কৰোঁ, কিনো ক্ষতি? তাৰ ফলত মই কিবা সৰু হৈ যামনে? সি মোতকৈ বয়সতো ডাঙৰ।'' ইয়াকে ভাবি ভীমপালৈ চাই মল্লই মাত দিলে—'অ'' বোলোঁ, এচিলিম ধপাতকে টানি যোৱাহিচোন!"

"পলম হৈছে ভাই, গাই বলধ কেইটাক ঘৰলৈ আনিব লাগে।" বুলি কৈ সি আৰু দুখোজ আগুৱাই গ'ল। সম্ভৱ এইফালে আহিবলৈ মন নাছিল।

"আনিবা, আনিবা। বেলা বহুত আছে।" বুলি মল্লই আকৌ এবাৰ তাক মাতিলে। ভদ্ৰতাৰ খাতিৰত ভীমপাও আহিব লগাত পৰিল। মল্লই উঠি গৈ এখন কম্বল আনি পাৰি দিলে, বহিবলৈ। ভীমপাই তাতে বহি লৈ সুধিলে— "এতিয়াও ঘৰতে বহি আছা যে। পথাৰৰ গাই-দামুৰী চম্ভালিব লগীয়া নাই?"

"এতিয়াও আটাইবোৰ তাতে আছে। গাই দামুৰী, খেৰতি ম'হ আটাইবোৰ তাতে। এমাহমান পাছত ঠাই থিক কৰি লৈ আমিও তালৈকেই যাব লাগিব। বাৰিষাও আহি পালে।''

ভীমপাই ক'লে—"তোমাৰ কি চিন্তা? তোমাৰ জোঁৱাই ঘৰ কিমান ডাঙৰ মানুহ!''

ভীমপাৰ কথাৰ সুৰ বুজি পায়েই মল্লই কলে—"তেওঁলোকৰ ঘৰ ডাঙৰ হ'লেই বা! মোৰ লাভালাভ কি?"– "কেলেই?" আচৰিত হোৱাৰ ভাও জুৰি ভীমপাই সুধিলে। "এনেকৈ কথা কৈছা, যেন একোকে নাজানাহে? ধাই-মাক হৈ কোনোবাই কেচুৱা চিনি নোপোৱাকৈ থাকে নে?" অলপ ৰুক্ষ ভাবে, অলপ অপমান-সূচক সুৰত মল্লই ক'লে।

ভীমে থত-মত খালে, মুখখন শেঁতা পৰি গ'ল। সি কিবা ভাবি ৰ'ল। দুটামান কাহ-মাৰি লৈ পিছত ক'লে—"চিম্মৰাও কিবা বলীয়া হৈছে। একোকে বুজি নাপায়। তাই এনে কৰাটো অনুচিত, কিন্তু কি কৰিবা?" কথাষাৰ কৈ শেষ কৰোঁতে নকৰোঁতেই সি আকৌ কাহিবলৈ ধৰিলে আৰু কিবা চিন্তাত থকাৰ দৰে থাকি ধপাত চিলিমটো মল্লৰ হাতত গুজি দিলে।

"চিম্মব্বাই অকলে কি কৰিব পাৰে? লগত এনে মানুহো আছে যেয়ে চাহ দুপিয়লাৰ বিনিময়ত চিম্মব্বাই যিহকে বিচাৰে তাকে কৰি দিবলৈ সাজু। তেনে মানুহৰ ওপৰত নিৰ্ভৰ কৰিয়েতো চিম্মবাই পাকঘূৰণী দি নাচি মৰে। পিছে তাহাঁতৰো এদিন বেয়া দিন আহিব।" বুলি মল্লই আওপাকে ভীমপাক কথা শুনালে।

ভীমে মুৰ জোকাৰি ক'লে—"সকলোকে এৰি অৱশেষত তুমি আমাৰ পিছতহে লাগিছা কিয়? তাই মাতে কাৰণেহে মই যাওঁ। ভাই বন্ধুৰ ঘৰলৈতো যাবই লাগিব।"

এনে সময়তে গাখীৰব কৰিয়া লৈ ৰংবা পথাৰৰপৰা আহি পালে। আহি তাই

ঘৰৰ ওচৰ পাইছেই, এনেতে পিছফালৰপৰা তিৰোতা এজনীয়ে মাত দিলে—“হেৰা ৰত্না তোমাৰ ছোৱালীজনীক এনে বলীশালত দিয়াৰ দৰে অৱস্থাত পেলাইছা কিয়? তোমাৰনো কিবা দহোটা বাৰটা ল'ৰা-ছোৱালী আছেনে? তাই বেচেৰী ভালকৈ খাবলৈও নাপায়। পুৰাৰেপৰা গালি-শপনিৰ বৰষুণ আৰম্ভ হয়। তাইৰ মুখখন ঘাগৰীৰ মুখযেন হলে কাহানিবাতে ভাঙি ফুটি সাং হ'লহেতেন। ছোৱালীজনী তাত কেনেকৈ থাকিব? আমি কিন্তু সহ্য কৰিব নোৱাৰোঁ ভাই। তাইক ঘৰলৈ লৈ নাহা কেলেই? তোমাৰ ছোৱালীৰ গৰাকী-ঘৰ হ'ল বুলিয়েই তাহাঁতৰ বাবে পৰি মৰিব লাগেনে? এনে অৱস্থাত তাইক সিহঁতৰ তাতে পেলাই থৈছা কিয়?” কথাবোৰ কৈ কৈ তিৰোতাজনীও পিচে পিচে আহি ঘৰৰ দুৱাৰ মুখ পালেহি। ভিতৰত ভীমম্পা বহি থকা দেখি তিৰোতাজনীয়ে কথা বন্ধ কৰি উভতি গুচি গ'ল। ৰত্নব্বাই গমকে নাপালে।

ভীমম্পাক দেখা পায়েই বোধহয় ৰত্নাবাই ক'বলৈ ধৰিলে ‘তাইৰো এজনী ছোৱালী আছে। মোৰ ছোৱালীৰ অৱস্থাই তাইৰো অৱস্থা হ'ব। তাৰ হাত সাৰিব কেনেকৈ? আঁহজলে ফল ভূঞ্জিবলৈ পায়। মোৰ ছোৱালীজনীক জ্বলাই পুৰি মাৰিছে, তাৰ শাওপাত নালাগিবনে? সকলোৰে গাত শাও লাগিব। কৰোঁতা আৰু কৰাওঁতা উভয়ে মৰিব।” কথাখিনি কৈ কৈ ৰত্নব্বা ভিতৰলৈ আহিল। গাখীৰৰ সাজটো মাটিত থৈ উভতি চাই ক'লে “বাইটি, আহা সিহঁতে লগ লাগি মোৰ ছোৱালীৰ সংসাৰখন ভাঙিবলৈ আৰম্ভ কৰিছে।” তিৰোতা গৰাকীয়ে ইতিমধ্যে গুচি গৈছে ৰত্নাই মনেই কৰা নাছিল।

এইবাৰ তাই ভীমলৈ উভতি চালে।

“আমিনো ভাঙিলোনে ৰত্না! তাই জানো আমাৰ ছোৱালী নহয়? মইনো কাৰ ঘৰ ক'ত ভাঙি ফুৰিলোঁ?”

“হৈছে হৈছে সকলো জানো। পৰহি মাঙ্গচুলিলৈ (মঙ্গসুলি) গৈ কি কৰি আহিছা? আমাৰপৰা লুকাই ৰাখিবা কেনেকৈ?” এইবুলি ভীমম্পাৰ দোষৰ কথাটো তাৰ নিজৰ আগতে উদঙাই ধৰিলে ৰত্নাই।

চোৰক হাতে-লুটে ধৰা পেলোৱাৰ দৰে অৱস্থা হ'ল ভীমম্পাৰ। “কি কৰি আহিলোঁ? বিয়াতো এনেই সকলোৱে হয়েই! কিন্তু ঘৰত সুন্দৰ সুঠাম ঘৈণীয়েক-জনী থাকোতে দ্বিতীয়-বিয়ালৈ বুলি ছোৱালী কোনে দিব। ছিম্মব্বাৰ গোটেই গাওঁখনতে বদনাম! তোমালোকৰ তাৰকাইহে তাত সকলো সহি আছে।”

“তাইনো সহিব কি? শাহুৱেক জনীয়েতো তাইক কেতিয়া ঘৰৰপৰা উলিয়াই দিব তাৰে ছল চাই আছে। ছোৱালীজনীক হাতৰ তলুৱাত কাটো কাটো কৈ থকা তামোলটোৰ দৰে ৰাখিছে।”

“তাই এজনী পাগলী তিৰোতা।”

“পাগলী কিয় হব? বৰ শিয়ান তিৰোতা। দ্বিতীয় বিয়াখন কেতিয়া পাতিব

পাৰে তাৰে যত্নত আছে তাই।" ভীমপ্পা যাবলৈ উঠিছিল! তাকে দেখি ৰত্নাৰ মাতটো ডাঙৰ ডাঙৰকৈ ওলাল।

"ইমান উতলিছা কিয়? কেইদিনমান ইফালে-সিফালে ঘূৰি আপোনা-আপুনি মনে মনে থাকিব। নিজৰ মানুহেই শত্ৰু হবগৈ। সিহঁতৰ বাৰীলৈ পেচাব কৰিবলৈ যাওঁতা নোলাব।" ভীমপ্পাই লাহে ধীৰে কথাখিনি কৈ দুৱাৰৰ বাহিৰ ওলাল।

"মনে মনে বহি থাকিব কিয়? কৰাব দিয়া তাইৰ ল'ৰালৈ দহজনী ছোৱালী বিয়া। আমাৰ নো কি ক্ষতি হ'ব? যতেই থাকক আমাৰ ছোৱালীয়ে খাবলৈ পাব। এই মানুহজনেহে তাইৰ মূৰৰ ওপৰত আন এজনী ছোৱালী আনি জাপি দিব খুজিছে। আমি আমাৰ ছোৱালী ঘৰলৈ লৈ আহিমেই।" ভীমপ্পাক শুনাবলৈকেই ৰত্নাই কথাখিনি ডাঙৰ ডাঙৰকৈ ক'লে।

কথাখিনি ভীমপ্পাৰ কাৰণে শ্ৰুতিকটু শুনালেও মনে মনে সন্তৰ সি আনন্দহে পালে।

পিছদিনা ৰাতি পুৱাৰ আগতে ভীমপ্পাই চিম্মব্বাক লগত লৈ কাকো একো নজনোৱা কৈয়ে "মঙ্গচুলি"লৈ গ'ল। সি ভাবিছিল যে সি তাত যিজনী ছোৱালী চোৱা-চিতা কৰিছিল সেইজনীৰ বিষয়ে কোনোৱে একো গম পোৱা নাই। কিন্তু কালি ৰত্নব্বাৰ কথা শুনি সি থমক খালে। এতিয়া তাৰ চিন্তা হবলৈ ধৰিলে যে কোনোবাই আকৌ এইঘৰ মানুহকো কিবা-কিবি লগাওক আৰু এইখন ঘৰৰ লগত পাতিবলৈ খোজা সম্বন্ধটোও ভাঙি যাওক। তেনে হ'বলৈ হলে বিয়া পাতিবৰ কাৰণে আকাশৰ তৰা গণি থাকিব লগাত পৰিব। সেইকাৰণে সিদিনা ছোৱালী-ঘৰৰ আটাইবোৰ চৰ্ত মানি লৈ সিহঁত আবেলি উভতি আহিল। বাচৰপৰা নামি গাঁৱৰ বাটেৰে আহি থকাৰ পৰত ভীমপ্পাই ক'লে "এতিয়া আৰু কোনোৱে একো কৰিব নোৱাৰে। এইবাৰ ছোৱালীঘৰৰ সৈতে বন্দোবস্ত পকা হৈ গৈছে।" তাৰ মূৰৰ ওপৰৰ পৰা যেন এটা বোজাহে নামি গ'ল।

"বন্দোবস্তটো পকা হৈছেই। এতিয়া কোনো বাধা-বিঘিনি নোহোৱাকৈ নাওঁ পাৰত লাগিলেই হয়।" আগৰ অভিজ্ঞতাৰ কথা সুঁৱৰি চিম্মব্বাই ক'লে।

"পাৰত লাগিবলৈ কি আছে? বিয়াৰ জঞ্জালৰ কথা ভাবিছা? সেইবোৰ হৈ যাব। বৰ বেছি অলপ পইচা বেছিকৈ খৰচ হব; আৰু নো কি?"

"সেই কথা মই কোৱা নাই। পইচাৰ কথানো কি? যিকোনো প্ৰকাৰে তাৰ ব্যৱস্থা হব। এই এটা কাম বাৰু হ'ল। পিচে মোৰ ছোৱালীজনীৰ কথা লৈহে অলপ ভয় লাগিছে।"

"বুইছা, সিহঁত তেনে মানুহ নহয়। আমাৰ ছোৱালীজনীৰ বিয়াৰ বন্দোবস্ত নোহোৱা পৰ্যন্ত সিহঁতো অলপ চিন্তিত আছিল। সেয়ে নহলেনো সিহঁতেও ইমান লৰালৰিকৈ কৰিলেহেঁতেন নে? মোমায়েক আহি পোৱাৰ লগে লগে সিহঁতে

খবৰ দি পঠিয়াইছে। অক্তাতায়ীক তেনে এখন ঘৰত যদি বিয়া নিদিয়া তেন্তে তোমাৰ ল'ৰাৰ বিয়াখন হব কেনেকৈ?'' এইদৰে কৈ ভীমপাই নিজে কৰা বন্দোবস্তটো যে কেনে ভাল তাকে বুজালে। "সেই কাৰণেইতো মই মনে মনে ৰলো। আমাৰ ছোৱালীজনীতো সিহঁতে নিব। কিন্তু লৰাটিৰ মূৰতো আথৈ মুঠি পৰিলে হয়!"

"সেইটোও হৈ গৈছে বুলিয়ে ধৰা। কিনো বাকী থাকিল? ভীমপাই অলপ ৰৈ ক'লে—"তুমি এইটো বাটেৰে যোৱা। মই পথাৰৰ সিফালেৰে পাক মাৰি আহোঁগৈ। দুয়োজনে একেলগে গৈ গাওঁত সোমোৱাটো ঠিক নহব।" পাঁচ ছয় খোজমান আগুৱাই গৈ কিবা এটা মনত পৰি ভীমপা আকৌ উভতি আহিল আৰু চিম্মন্বাক ক'লে—''এতিয়া ৰং মনেৰে যোৱা। ঢোলে-দগৰে একেলগে দুয়োখন বিয়াকে পাতিম।''

"এতিয়া গাৱঁত কাৰো আগতে একো কথা নক'বা। নহলে……।"

চিম্মন্বাক আৰু কথা কোৱাত বাধা দি ভীমপাই ক'লে—"তুমি বলিয়াতো হোৱা নাই?"

# 15

জহকালি পুৱাৰ বতাহ চাটি যেতিয়া অনন্তৰ কোঠাৰ মাজেৰে ববলৈ আৰম্ভ কৰিলে তেতিয়া ওৰে নিশা উজাগৰে কটোৱা অনন্তৰ টোপনি আহিল। ৰ'দ তাৰ মুখত পৰাতহে সি সাৰ পালে। কিন্তু শাৰিৰীক ভাৱে কোনো উৎসাহ সি অনুভৱ নকৰিলে। সৰ্ব্বাংগ বিয়পি তাৰ এটি আলস্যৰ জড়তা। আজি-কালি তাৰ মুখখন কিবা চিন্তাত মলিন হৈ থাকে। পঢ়িবলৈ বহিলেও মেলিথোৱা কিতাপ মেলাতেই থাকে। সি নীৰৱে বহি কিবা-কিবি ভাবি থাকে। মাকে মনত পেলাই দিলেহে অমনোযোগী ভাৱে স্কুললৈ যায় আৰু আহে। মনত সুখ-শান্তি নাই; পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ উৎসাহ নাই। তাৰ মনত যে কিহৰ দুখ লুকাই আছে সি নিজেই নাজানে। আনন্দ লাভৰ আশা সি যেন সমূলি ত্যাগ কৰিছে। কোনো আজন্ম-ভিকহুৱে বুটলি পোৱা ধন, সি চাই থাকোঁতে থাকোঁতেই আনৰ হাতলৈ বাগৰি গুচি গ'লে যেনে অৱস্থা হয়, তাৰ মনৰ অৱস্থাও তেনেকুৱাই হৈ পৰিছে। তাৰ মনৰ ভাৱ হয় যে তাৰ জীৱনৰ সুখৰ গছ-জোপা দুপতীয়াতে শুকাই মৰহি গৈছে। সি আকৌ কেতিয়াও গজালি নেমেলে। সকলো সিমানতে

লয় পাইছে। বিশাল বক্ষৰ ৰূপেৰে সেই সুখৰ ছবিখনি সি তাৰ সমগ্ৰ জীৱন-কালতে আৰু দেখিবলৈ নাপায়। তাৰ মনটোৱে কয়,—পঢ়া-শুনা, পৰীক্ষা—এইবোৰৰ আৰু কি প্ৰয়োজন? কেতিয়াবা কেতিয়াবা সকলো কথা বাদ দি সি বিচনাতে দীঘল দি পৰি ইকাটি-সিকাটিকৈ থাকে। জ্বলি থকা চাকি গছ জ্বলিয়েই থাকে। সুন্দৰাম্বায়ে এই সকলো কথা কেবাদিনো মন কৰিছে। তেনেকৈ থকা দেখিলেই তাই সোধে—"অনন্ত, পঢ়া-শুনা হৈ গ'লনে তোৰ?" অনন্তই উদাসীনভাৱে—"ওঁ, হৈছে।" বুলি কৈ চাকি নুমাই দি শুই থাকে। অনন্তৰ এনে হাৱ-ভাৱৰ বিষয়ে পিতাক ৰামন্নাই কিন্তু একো গম পোৱা নাছিল। প্ৰবেশিকা শ্ৰেণীৰ পঢ়া-শুনা, দিনে-নিশাই ল'ৰাই পঢ়িছে বুলি ধৰি লৈ সিফালে মনকে দিয়া নাছিল।

নাজানো, কি কথা ভাবি মাজে মাজে সুন্দৰাম্বায়ে গিৰিয়েকৰ আগত বোৱাৰীয়েকক মাক-বাপেকৰ ঘৰৰ পৰা অনাৰ বিষয়ে উনুকিয়াই কৈছিল—"আজি-কালিৰ ছোৱালী, অহা-যোৱা কৰিলে ভাল হয়।"

ঘৈণীয়েকৰ কথা শুনি ৰামপ্পাই ভাবিছিল যে বোধ হয় এজনী অচিন-অজান ডাঙৰ ছোৱালী আহি ঘৰত সোমালে এইখন ঘৰৰ ধৰণ-কৰণৰ সাঁচত নিজকে খাপ খুৱাই লব নোৱাৰিব বুলি চিন্তা কৰিয়েই সুন্দৰাই তেনেকৈ কৈছে। গতিকে ৰামপ্পাই উত্তৰ দিছিল।—"ছোৱালীক ডাঙৰ হবলৈ দিয়াচোন, লৈ আহিম! কিহৰনো ইমান লৰা-লৰি?" এই বুলিয়েই ৰামপ্পা আকৌ নিজৰ ব্যৱসায় আৰু দোকানৰ কথাত মগ্ন হৈ পৰিছিল।

এদিন মন সামৰিব নোৱাৰি সুন্দৰাম্বায়ে গিৰিয়েক আহি ঘৰ পোৱাৰ লগে লগে সুধিলে—"অনন্ত এনেকুৱা হৈ গৈছে কিয় বাৰু?"

"কিনো হৈছে তাৰ?"

তায়োতো তাকেহে সুধিছে? উত্তৰ দিবনো কি? অনন্তৰ হাৱ-ভাৱৰ বিষয়ে দুয়োজনে নিজ নিজ দৃষ্টিভঙ্গীৰেহে বিচাৰ কৰিছে। খাবলৈ বহি ৰামপ্পাই খাই থকাৰ মাজতে ক'লে—"মেট্ৰিকৰ বাবে পঢ়িছে নহয়? বহুত পঢ়িব লাগে। সেই কাৰণেই বোধহয় তেনে হৈছে।"

"পঢ়িব লগা হৈছে বুলিনো কি হ'ল! ৰথনৰ আটাইকে দেখোন কিবা খেঙখেঙাই থাকে!"

"পঢ়ি পঢ়ি বোধহয় সি ভাগৰি পৰিছে। গতিকে; তেনে কৰে।"

ৰামপ্পাৰ কথাৰ মাজতে বাধা দি সুন্দৰাই ক'লে—"বাদ দিয়ক। আপুনিও এনেয়ে কিবা এটা কৈ দিয়ে! সি দেখোন সেই জহকালিৰ বন্ধৰ পিচৰপৰাই কিবা অলপ তেনে-যেন হৈ পৰিছে। পেহীয়েকৰ তালৈ গৈ কেইদিনমান থাকি আহিছে, সেই তেতিয়াৰেপৰা এনেহেন হৈ পৰিছে। বছৰেকেই হ'ল। সিফালে ছোৱালীও ডাঙৰ হৈ আহিছে। লৈ আহক গৈ।" এই বুলি সুন্দৰাম্বায়ে বোৱাৰীয়েকক অনোৱাৰ প্ৰসংগ লৈ নিজৰ কথাৰ ঢাল বগৰাই দিলে।

ৰামম্পাৰ কিন্তু সেই কথা মনঃপুত নহ'ল।

সিদিনাৰ পৰা সাত-আঠদিন পিচৰ কথা। ৰামম্পাই পুৰা গা-পা ধুই দোকানলৈ বুলি ৰাওনা হ'ল। কিন্তু এঘণ্টাৰ ভিতৰতে উভতি আহিল। আহি পায়েই সি গাঁৱলৈ যোৱাৰ আয়োজনত লাগিল। সুন্দৰম্বাই গিৰিয়েক তেনেকৈ উভতি অহা দেখি ৰান্ধনিশালৰ পৰা ওলাই আহিল আৰু সুধিলে "অসময়তে উভতি আহিল যে?" ক'ৰবালৈ ওলোৱা মানুহক বেছি কথা সুধিব নাপায় বুলি সুন্দৰাম্বাই বেছি কথা নুসুধিলে।

"দুদিন মানৰ কাৰণে চন্দুৰৰ পৰা আহোঁ গৈ ৰত্নম্বাই মাতি পঠাইছে।" চন্দুৰৰ নাম শুনিয়েই অনন্ত তাৰ কোঠাৰ পৰা ওলাই আহিল আৰু কথাৰ মাজতে মাত দিলে "এতিয়া আপোনাক মাতিছে?" "অহা শুকুৰবাৰলৈ চিম্মীয়ে ভৰমাৰ দ্বিতীয় বিয়া পাতিছে। মই তেতিয়াই কৈছিলোঁ সেইখন ঘৰত ছোৱালী নিদিবা। কিন্তু মল্লপাই এষাৰ নুশুনিলে।"

"হু, দ্বিতীয় বিয়া পাতিছে কিয়?" চঞ্চলভাৱে অনন্তই প্ৰশ্ন কৰিলে। তাৰ কথাৰ সুৰত আবেগৰ কঁপনি, মনৰ মাজত যেন কিবা এটা ভয়ৰ ভাৱ!

ছোৱালীজনীৰ তোলনি হোৱাৰ পিছৰে পৰা সিহঁতৰ মাজত সম্ভাৱ নোহোৱা হৈছে। শাহুৱেক বোৱাৰীয়েকৰ মাজত মিল নাই। নাজানো কথাটো কি।"

সুন্দৰাম্বাই সুধিলে, "পিচত ছোৱালীজনীৰ জীৱনটো নষ্ট হ'ল।" সুন্দৰম্বাই এটি দীঘল হুমুনিয়াহ পেলাই ক'লে। লগে লগে তাইৰ চকু পানীৰে উপচি পৰিল।

ৰামম্পাৰ চকুও চলচলীয়া হ'ল। হাতেৰে চকুপানী মোহাৰি সি ক'লে "পৰহি তাইক মাকৰ ঘৰলৈ লৈ আহিছে। ইমান দিনে সিহঁতে ভৰমাৰ দ্বিতীয় বিয়া পাতো কৈ আছিল। সেই কাৰণে ছোৱালীজনীক সিহঁতে বৰ কদৰ্থনা কৰিছিল। এনেকি সময়মতে তাইক খাবলৈও নিদিছিল। দিলেও দিছিল বজৰাৰ ৰুটি আৰু জলকীয়াহে। কেবাদিনো--কেতিয়াবা একেৰাহে এদিন বা দুদিন তাই লঘোনে ভোকে থাকিব লগীয়া হৈছিল। ওচৰ চুবুৰীয়া মানুহে সহিব নোৱাৰি মাতি নি খাবলৈ দিছিল।" মাতটো যেন কিহবাই সোপামাৰি ধৰিলে। কথা মাজতে ৰৈ গ'ল। অলপ সকাহ লৈ ৰামম্পাই আকৌ ক'লে "বোৱাৰীয়েক এতিয়া ডাঙৰ হৈছে। এতিয়াও বাঢ়নী লৈ মাৰিবলৈ খেদি আহে! তাৰ কাৰণ কি? বেচেৰী ছোৱালীজনী ভয়তে পলাই গৈ বাট পায়গৈ।"

এই চিম্মীজনী আগৰ পৰাই তেনেকুৱা। আপুনিনো গৈ কি কৰিব? সুন্দৰাম্বাই হতাশৰ সুৰত সুধিলে। "কি কৰিব লগীয়াত পৰোঁ এতিয়াতে কেনেকৈ কওঁ। তালৈ গলেহে গম পাম। কি হৈছে নহৈছে! কি কৰিব পাৰি তেতিয়া ভাবি চাব লাগিব নহয় জানো? এনে এটা পৰিস্থিতিত আমি যদি নাযাওঁ কেনেকৈ হব? কেতিয়াবা কেতিয়াবা এনে কিছুমান অৱস্থা আহি পৰে যে যাবলৈ বাধ্য হোৱা যায়।

চিম্মম্বাৰ লগত এবাৰ কথা-বাৰ্ত্তা হৈও চাওঁচোন। ইফালে ৰত্নাই বুকু ভুকুৱাই মৰিছে। তাইকোতো চাব লাগে। দেখা য'ক কি কৰিব পাৰি।" এইবুলি কৈ ৰামংপা যাবলৈ ওলাল।

"বেচেৰী সিহঁতৰ অৱস্থা বা কি হৈছে!" বুলি কৈ অলপ থমকি ৰৈ সুন্দৰাম্বাবায়ে ক'লে—"দুগৰাহমান কিবা খাই যাওক। ক'বতো নোৱাৰি তাতবা কেতিয়া খাবলৈ পায়।" কথাখিনি কৈ কৈ সুন্দৰাম্বা দুৱাৰ পৰ্যন্ত আগুৱাই গ'ল।

"নাই এতিয়া নালাগে। চাইকেলেৰে যাম। পিছফালৰপৰা বতাহৰ হেঁচা আছেই।" বুলি ৰামংপা কিছুদূৰ আগুৱাই গ'ল আৰু এবাৰ উভতি চাই ক'লে—"ঘৰৰ ফালে চাবা। অনন্তক ক'বা যাতে গধুলিৰ ফালে এঘন্টামানৰ বাবে দোকান খোলে।" কথাখিনি কৈ কৈয়েই ৰামংপাই যাত্ৰা কৰিলে।

সুন্দৰাম্বা ভিতৰলৈ অহাত অনন্তই সুধিলে—"এনে অৱস্থাত তাই সেইখন ঘৰত থাকিব কেনেকৈ? দ্বিতীয়-বিয়াৰ পিচত তাইৰ বাবে তাত বাকীনো থাকিব কি?" সুন্দৰাম্বাই মন কৰিলে যে পুতেকৰ মুখমণ্ডলত এনে এটি সন্তোষৰ ভাৱ বিৰিঙি উঠিছে, যিটো ভাৱ যোৱা এবছৰ কাল ধৰি তাৰ মুখত দেখা পোৱা নগৈছিল।

দুই তিনদিন পাৰ হৈ গ'ল। এদিন দুপৰীয়া তাৰক্কাক লগত লৈ ৰামংপা উভতি আহিল। সিহঁত আলি দুৱাৰৰ কাষ পাওঁতে-নাপাওঁতেই সুন্দৰাম্বাই আকুলভাৱে প্ৰশ্ন কৰিলে—"কিনো কথা হ'ল পিছে?" ৰামংপাই চকুৰ ঠাঁৰেৰে মনে মনে থাকিবলৈ ইংগিত দি—"কিনো হব আৰু? তাৰক্কাক কিছুদিনৰ কাৰণে ইয়ালৈ লৈ আহিছোঁ।" বুলি সমিধান দি ৰামংপা মনে মনে ৰ'ল। পিচে পিচে তাৰক্কাও আহি ভিতৰ পালে। তাইৰ মুখ-খন শুকান। চকু ৰঙা পৰা। মামীয়েকক দেখাৰ লগে লগে ইমান পৰে সামৰি ৰখা তাইৰ চকুৰ পানী গিৰ্ গিৰকৈ সৰি পৰিবলৈ ধৰিলে। সুন্দৰাম্বায়েও কান্দি কান্দি তাইক বুকুৰ মাজত আকোৱালি ধৰি সান্ত্বনা যাচি ক'লে—"নাকান্দিবি আই, কিনো কৰিবি আৰু? ব'ল ভিতৰলৈ ব'ল।" এইবুলি তাইক ভিতৰলৈ লৈ গ'ল। ভিতৰলৈ তাৰক্কা নীৰৱে বহি পৰিল।

আবেলি তাৰক্কাই লাহেকৈ মামীয়েকক সুধিলে—"ল'ৰাহঁত কোনফালে গৈছে? দেখা নাইচোন!" নাজানো কি কাৰণে অনন্তৰ নাম উল্লেখ কৰি কথাষাৰ সুধিবলৈ তাইৰ সংকোচ হ'ল।

সুন্দৰাম্বাই ক'লে—"স্কুললৈ গৈছে আই, পঢ়াৰ বাহিৰে আৰু তাৰ আনফালে মন-কাণ নাই। দিন নিশাৰ চেদ-ভেদ নোহোৱাত পৰিছে।" সেই কথা শুনি তাৰক্কা নীৰৱ লৈ পৰিল। এখন বিচনা পাৰি লৈ তাই মাতবোল নোহোৱাকৈ তাতে বাগৰি থাকিল। সুন্দৰাম্বায়েহে মাজে মাজে দুই এষাৰ কথা সুধি যাবলৈ ধৰিলে।" 'হুঁ' উহুঁ"—কৈ তাৰক্কাই অতি সংক্ষেপে সেইবোৰ কথাৰ সমিধান দি থাকিল।

সন্ধিয়া অনন্ত স্কুলৰ পৰা আহিল। ·আহি তাৰক্কাক দেখা পায়েই, হাঁহি মাৰি

সুধিলে—"কেতিয়া আহিলা তাৰা ? তাৰক্কাই কিন্তু বিশেষ উৎসাহ নেদেখুৱালে। কেৱল আশাভৰা চাৱনিৰে তাৰ ফাললৈ চাই কলে —"দুপৰীয়া আহি পাইছোঁ।" অনন্তই তাইক বহুতো কথা সুধিব খুজিছিল। কিন্তু মাক আগত থকা কাৰণে একো নুসুধিলে। আগে-পাচে সি মাকৰ আগতো তাৰক্কাৰ সৈতে কথা কয়। কিন্তু এতিয়া যেন কিবা দ্বিধা অনুভৱ কৰিলে। অনন্ত নিজৰ কোঠালৈ গুচি গ'ল। তথাপি তাৰ চকুৰ আগত তাৰক্কাৰ উদাস-মূৰ্ত্তিটো ওপঙি থাকিল। চেহেৰাত তাইৰ আগৰ সেই কমনীয়তা আৰু উৎসাহৰ চিন নাই। আজিৰ এই শেঁতা পৰা মুখ আৰু নিৰুৎসাহ মনৰ এইজনী জানো আগৰ সেই একেজনী তাৰা ? তাকে ভাবি কিছুপৰ সি থিয় দিয়েই থাকিল। সিদিনা ৰাতি ৰামপ্পা আৰু ঘৈণীয়েক সুন্দৰাম্বাইয়ে বহুত সময়লৈকে কথা-বতৰা পাতি কটালে।

"দুপৰীয়া মই আহি পোৱাৰ লগে লগে তুমি সুধিছিলা, কিন্তু তেতিয়া তাৰা লগত আছিল। তাইৰ আগতেনো কওঁ কেনেকৈ বেচেৰী ছোৱালীজনীয়ে বৰ দুখ পাইছে। সেই কাৰণেহে মই তোমাক চকুৰে ইঙ্গিত দিছিলোঁ। তাই নিজে কি কৈছে বাৰু ?"

"একোকে কোৱা নাই। নিমাও মাও হৈ আছে। আবেলি চাহ খাবলৈ দিলোঁ, তাকো নাখালে। পানী এটুপিও মুখত দিয়া নাই। তাতনো কি হৈছে ; কওকচোন।" সুন্দৰাবাইয়ে, মুখ ঘূৰাই গিৰিয়েকলৈ চাই সুধিলে।

"হব আৰু কি ? বিবাহ-বিচ্ছেদ।"

"হাঁ ? কালিৰ ছোৱালীজনী……। আমাৰ অনন্তকৈ মাত্ৰ দুবছৰেহে ডাঙৰ। আপোনালোকে বিচ্ছেদ কৰাই দিলে কি বুলি !' সি যদি দ্বিতীয় এজনী বিয়া কৰায়ো তথাপি তাতেই তাই একেলগে থাকিব পাৰিলেহেঁতেন।" সুন্দৰাম্বাইৰ মাতত ব্যাকুলতাৰ সুৰ ধ্বনিত হ'ল।

"কেনেকৈ থাকিব ?" ৰত্নাই কলে ছোৱালীজনী তাত বাঁচি থাকিব নোৱাৰে"—তেন্তে তাতে এৰি আহি লাভ কি ? এতিয়া বিচাৰিলে হয়তো বিয়াত হোৱা খৰচ খিনিকে ওলোটাই দিব। কিন্তু বিয়া কৰাই লোৱাৰ পিচত, কিবা আমাৰ কথা শুনিবনে ?"

"উটি যক খৰচ-পাতি। মল্লপ্পাৰ কিবা এগাল ল'ৰা-ছোৱালীনে ?" এইবুলি অলপ সময় ৰৈ, আকৌ সুধিলে সুন্দৰাই—"পিছে ঘূৰাই দিলে কিমান ?"

"তিনিশ টকা দিছে ?"

"কিমান দিছে ? ৰত্নম্বাই আপোন ননদৰ ল'ৰা বুলিয়েই হাত উবুৰিয়াই হেজাৰৰো বেছি টকা খৰচ কৰিছিল।"

"এতিয়া সেইবোৰ কথা কৈ কি লাভ ? আকৌ এখন ভাল ঘৰ চাই-চিতি তাইক বিয়া দি দিম। বুঢ়া-বুঢ়ী হালে নাতি-পুতিৰ মুখতো দেখক ! কিবা নহয় কিবা এটা হ'ব। সেই কাৰণেই মই তাইক ইয়ালৈ লৈ আহিছোঁ।"

"চিম্মীৰ লগত এবাৰ কথা বতৰা হব লাগিছিল। তাইকনো সোধোতা কোনো নাইনে? যি ইচ্ছা যায় তাকে কৰি থাকে!" খঙেৰে সুধিলে সুন্দৰাব্বাই।

"ইয়াৰ পৰা যোৱা দিনাই আবেলি সিহঁতৰ তালৈ গৈছিলোঁ। মই গৈ নোপোৱালৈকে কথাটো মল্লম্পাই আনধৰণে চিন্তা কৰিছিল। গিয়াতীৰ মানুহ দুনুহ লৈ গৈ বলেৰে বিয়াখনত বাধা দিয়া উচিত বুলি ভাবি আছিল। পিচে মই কলোঁ,—"তেনে কৰিলে সিহঁতে বাহিৰলৈ গৈও বিয়া পাতিব পাৰে। এতিয়া আৰু বিয়াখনক বাধা দিব নোৱাৰি। চিম্মীৰ লগত আলোচনা কৰোঁ বুলি তাইক মই মাতি পঠিয়াইছিলোঁ। কিন্তু নাহিল। উপায় নাপাই চাৰিজন মানুহ লগত লৈ আবেলি ময়েই সিহঁতৰ ঘৰ পালোঁগৈ।"

"তেনেহলে আপুনি সিহঁতৰ ঘৰলৈ এপাক মাৰি আহিছে?"

"যাব নালাগিছিল নেকি? মোৰ ভগিনীজনীক দিছোঁ সেইখন ঘৰলৈ! পিছে চিম্মব্বাক বহুত বুজালোঁ। কিন্তু তাই খাটাং কথা কৈ দিলে—"সিহঁতৰ সৈতে আমাৰ মনোমালিন্য ঘটিছে। এতিয়া যিহকেই নকৰা কিয় সি আঁতৰ নহয়। মোৰ ল'ৰাৰ দ্বিতীয় বিয়া পাতিহে এৰিম।"

"মনোমালিন্য ঘটিবলগীয়ানো কি হৈছিল? হুন্নবা মৰাৰ পিচত পুতেকৰ হাতত এটি ফুটা কড়িও নাছিল;—এনেকি তাৰ চোলা এটা চিলোৱাৰ খৰচ পৰ্য্যন্ত! তাৰ পইচানো আমি ৰাখি থ'মনে? চিম্মব্বাই কিন্তু পুতেকৰ লগত বুজাপৰা কৰি লৈ সকলো কথাৰ কাৰণে আমাকহে দোষৰ ভাগী কৰিছে।"

ঘৈণীয়েকৰ কথা শুনি ৰামপ্পাই গৰ্ব্ব অনুভৱ কৰিলে। মনতে ভাবিলে— ঘৈণীয়েকজনীয়ে সঁচাকৈয়ে সকলো কথা বুজি পায়। "এইবোৰ কথাই এতিয়া হুন্নবাক চুব কেনেকৈ? শাহুৱেকে বোৱাৰীয়েকক ভাল ব্যৱহাৰ নকৰে। দিনে-ৰাতি তাকে ভাবি ভাবিয়েই বেচেৰা জহি-খহি মৰিল। তাইয়েই গিৰিয়েকক মাৰিলে। যি হয়, হৈ থাকক। সেইবোৰ কথাৰ লগত আমাৰ সম্পৰ্ক নাই। এতিয়া ছোৱালীজনীৰনো আগলৈ কি গতি হব?"

"য'তেই হ'ক ভাল মানুহ এঘৰ চাই আকৌ বিয়া দি পেলাম। আননো কি কৰিবা? গাভৰু ছোৱালী ঘৰতনো ৰাখি থবা কেনেকৈ? সিফালে, দ্বিতীয় বিয়া কৰাব যেতিয়া,—তাতনো থাকে কি বুলি? গতিকে তাৰাক লগতে লৈ আহিছোঁ।" "সিহঁতৰ অক্কাতায়ীকনো কলৈ দিলে?"

"তাইক নিদিলেনো সিহঁতৰ ঘৰলৈ কোনোবাই ছোৱালী দিলেহেঁতেন নে? মংগচুলীৰ (মংগ সুলী) যি ঘৰলৈ অক্কাতায়ীক দিব সেই ঘৰৰ ছোৱালীজনীক ইহঁতে আনিব।"

"ওঃহো সেইটোহে কাৰবাৰ? বাৰু ভালেই হৈছে। এই বোৱাৰীজনীৰ ওপৰত যদি তাই কিবা অত্যাচাৰ কৰে তেনেহলে সিফালে তাইৰ জীয়েকৰ চুলিত ধৰি জোকাৰিব। আমাৰ সোণৰ প্ৰতিমা হেন ছোৱালীজনীৰ এনে অৱস্থা

কৰিছে! সেই পাপে তাইক নুচুৱাকৈ থাকিবনে? দুপৰীয়াৰ পৰাহে তাইৰ মুখখন অলপ উজ্জ্বল হোৱা যেন পাইছোঁ। একো এটা মুখত দিয়া নাই। লাজতে তাই মৰা যেন হৈছে। বৰ অভিমানী ছোৱালী বেচেৰী!"

তাইৰ কথানো কি কোৱা। আজি দুদিন ধৰি ৰত্নাৰ চকুলোৰ ধাৰেই ছিগা নাই। দিনে ৰাতি মাথোন চকুলো টুকিছে। "হায়! মোৰ বাচাটোৰ কি হৈ গ'ল?" যিমানেই নুবুজোৱা তাই বুজনি নামানে।" ৰামপাই ভনীয়েকৰ দশা বৰ্ণালে।

"তেনেহলে কাইলৈ মই এবাৰ আহোঁগৈ। আপোনাৰ আৰু অনন্তৰ কাৰণে তাৰায়েই ৰুটি বনাই দিব। তাৰাৰ ফালে চকু ৰাখিবলৈ অনন্তকো কৈ যাম।"

# 16

আচল কথাটো অনন্তই নাজানিলে। তাক কোনোৱে একো নকলেও। সি যদি প্ৰকৃত কথা গম পালেহেঁতেন তেনেহলে তাৰ মনৰ অৱস্থা কেনে হ'লহেঁতেন কোনে জানে? কিন্তু আচল কথা গম নোপোৱা কাৰণেই, তাৰক্কা সিহঁতৰ ঘৰলৈ অহাৰে পৰা সি বেছ উৎসাহিত অনুভৱ কৰিবলৈ ধৰিলে। পিছদিনাই তাৰ মাক সুন্দৰাম্বা ককায়েকহঁতৰ গাঁৱলৈ গ'ল। ঘৰত তেতিয়া মাত্ৰ অনন্ত আৰু তাৰক্কাহে থাকিল। কিয়নো ৰামপাই ওৰে দিনটো দোকানতে কটায়। তদুপৰি নাভিৰাজো মাকৰ লগত গৈছে। আৰম্ভনিতে অনন্তই তাৰক্কাৰ লগত মুকলিমুৰীয়াকৈ কথা পাতিবলৈ দ্বিধা অনুভৱ কৰিছিল। সম্ভৱ তাৰ মনত এনে এটা মনোভাৱৰ সৃষ্টি হৈছিল আনৰ তিৰোতাৰ সৈতে অধিক আত্মীয়তা কৰা উচিত নহয়। সি হৃদয়ংগম কৰিবলৈ ধৰিছিল যে তেনে কৰিলে কষ্টহে পাব লাগিব। কিন্তু দুখত পৰা মানুহ এজনীক যেনে ব্যৱহাৰ কৰা উচিত, যিখিনি সান্ত্বনা দিয়া উচিত, সিমানখিনি সান্ত্বনা তাৰক্কাক দিয়াৰ লগতে মনে মনে সি তাৰক্কাৰ গিৰিয়েক আৰু শাহুৱেকক ধিক্কাৰো দিছিল।

এদিন দুদিনকৈ সময় যোৱাৰ লগে লগে তাৰক্কা আগতকৈ অলপ সহজ হৈ পৰিল। মামীয়েক সিহঁতৰ গাঁৱলৈ যোৱাত ঘৰৰ সকলোবোৰ কাম তাইয়েই চম্ভালিব লগীয়াত পৰিল। বোধহয় তাই ভাবিবলৈ লৈছিল যে তাই নিৰাশ্ৰয়া। গতিকে সকলোৰে মন যোগায়েই তাই চলিব লাগিব। গোটেই ঘৰখনৰ কাম তাই মন লগাই কৰিছিল। মামাকক ঠিক সময়মতে চাহ-জলপানৰ যোগান ধৰা; ৰন্ধা-বঢ়া আদি কাম বৰ মনোযোগেৰে কৰিছিল। সেইদৰে অনন্তৰ সেৱা শুশ্ৰূষাতো

মন দিছিল। কিন্তু অনন্তৰ ব্যৱহাৰ দেখিহে তাই অলপ নিৰাশ হৈছিল। এদিনাখন দুপৰীয়া অনন্তই ঘৰলৈ আহি স্বাভাৱিক সুৰতেই তাৰকাক সুধিলে—“তাৰকা তুমি তোমাৰ শহুৰেৰাৰ ঘৰলৈ কেতিয়াকৈ যাবা?” কিন্তু লগে লগে তাৰ মুখখন শেঁতা পৰি গ'ল। তাৰ এনে ভাব হ'ল যে এইধৰণৰ প্ৰশ্ন তাৰকাক কৰা তাৰ উচিত হোৱা নাই। কথাষাৰত তাৰকাই কিজানি কিমান দুখ পালে! কিন্তু মুখৰ পৰা এবাৰ ওলাই যোৱা কথাক সোপা দি ৰাখিব নোৱাৰি। কিন্তু তাৰ কথা শুনি তাৰকাৰ মনত যেনে প্ৰতিক্ৰিয়া হব বুলি ভাবিছিল ঠিক তেনে হোৱা নেদেখিলে। তাই হাঁহি মাৰি কলে—“এতিয়া আৰু কলৈ যাম?” তাইৰ হাঁহিটোত যেন ঘনিষ্ঠতাৰ আভাষ আছিল। তাই যেন বুজাব খুজিছিল—“এতিয়া তুমিয়েই মোৰ আশ্ৰয়। এইখন ঘৰেই মোৰ ঘৰ।”

অনন্ত স্তব্ধ হৈ গ'ল। তাইৰ সেই কথাষাৰ আৰু এই ঘৰখনৰ পৰিবেশটো মুহূৰ্ত্তে তাৰ অসহনীয় হৈ উঠিল আৰু মনতে ভাবিলে—এইজনী এজনী গাঁৱলীয়া তিৰোতা! অলপ সময়ৰ বাবে সেই সিদিনাৰ স্মৃতি অনন্তৰ মনৰ পটত ভাঁহি উঠিল। ততালিকে তাৰ ঘৰৰ বাহিৰলৈ গুচি যোৱাৰ ইচ্ছা উপজিল। কিন্তু মনে নামানিলে। “অ সেইটোহে কথা নেকি?” বুলি সি তাতেই বহি ৰ'ল।

তাৰকাই মাজৰ কোঠাৰ খিৰিকীখনেৰে বাহিৰলৈ এবাৰ ভুমুকিয়াই চালে। তাইৰ চকু দুটা পানীৰে উপচি আহিল। ক'লে “তুমি জানো মোক নিঠৰুৱা কৰি এৰি দিবা?”

অনন্তৰ অন্তৰখন যেন বিগলিত হৈ পৰিল। তাৰ চকুও অশ্ৰুপূৰ্ণ হৈ আহিল। সি ঠিক বুজিব নোৱাৰিলে তাৰকাৰ কথাৰ কি উত্তৰ দিব। নিৰ্ব্বোধৰ দৰে সি প্ৰশ্ন কৰিলে “তাৰ জানো উপায় আছে?”

উলটি তাৰকাই প্ৰশ্ন কৰিলে “কিয় তুমি জানো দুজনী তিৰোতাৰ লগত একেলগে থাকিব নোৱাৰিবা?”

“এজনীকেইহে ভাল পাব পাৰি। তাক দুজনীৰ মাজত ভগাই দিম কেনেকৈ? মোৰ মনটো মই এবাৰ তোমাক দি দিছোঁ। সেইটো এতিয়া আকৌ আনক দিম কেনেকৈ? মোৰো বিয়া হৈ গৈছে। কিন্তু তাক জানো বিয়া বুলিব পাৰি?”

প্ৰেম সম্পৰ্কে অনন্তৰ এই মনোভাব তাৰকাই সঠিক বুজি নাপালে গতিকে কোনো উত্তৰ নিদিয়াকৈ মনে মনে থাকি ভাবিবলৈ ধৰিলে।

অনন্তই আকৌ প্ৰশ্ন কৰিলে “তেনেকৈ সুধিছা কিয়?”

‘কিয় সুধিছোঁ তুমিয়েই কোৱা?” প্ৰশ্নৰ ৰূপতেই তাৰকাই যেন উত্তৰো দিলে।

“কথাটো ঠিকেই। কিন্তু তুমি যেনেকৈ কৈছা তেনেকৈ কাম কৰাটো সম্ভৱ হব কেনেকৈ?”

“কিয় সম্ভৱ নহব?” হাঁহি মাৰি তাৰকাই ক'লে।

“মতা মানুহে দুজনী তিৰোতা বিয়া কৰাব পাৰে কিন্তু এজনী তিৰোতাই

দুজন মতা মানুহক বিয়া কৰাব কেনেকৈ? তুমি দেখোন কিবা পাগলীৰ দৰে কথা কৈছা।"

"তিৰোতাই দুজনক বিয়া কৰাব নোৱাৰে কিন্তু মতা মানুহে দুজনীক বিয়া কৰাব পাৰেনে নোৱাৰে?" অনন্তৰ হাতত খামুচি ধৰি কৰুণ সুৰেৰে তাৰকাই সুধিলে।

"তোমাৰ গিৰিয়েৰাই জানো দুজনী বিয়া কৰাইছে?"

"কোনে?"

"ভৰমাই।"

"এনেকৈ কথা কৈছা যেন তুমি একো নাজানাহে। তেওঁ মোক এৰি দিছে আৰু দ্বিতীয়-বিবাহ কৰাইছে।" তাৰকাই মুখখন গোমোঠা কৰি ক'লে।

অনন্ত আচৰিত হ'ল। কথাষাৰ শুনি যে তাৰ মনত অলপ ভাল নলগাকৈ থাকিল সেইটো নহয়। তাৰ হাত দুখনিয়ে তাৰকাৰ চুলিৰ মাজেৰে আঙুলি বুলাই থকাৰ পৰাই সেই কথা প্ৰকাশ পালে। আচৰিত হৈ সি সুধিলে—"কি? কথাষাৰ সঁচানে? মইতো নাজানিছিলোঁ।"

অনন্তৰ মুখলৈ চাই তাৰকাই ক'লে—"মই জানো তোমাক মিছা কথা কৈছোঁ?"

অলপ সময় মনে মনে থাকি অনন্তই ক'লে—"পিতাদেউ চন্দুৰলৈ যাওঁতে ইয়াকে কৈ গৈছিল যে তোমাৰ গিৰিয়েৰাই দ্বিতীয়-বিয়া কৰাবলৈ ওলাইছে। বাদ বাকী আন কথা মই নাজানোঁ।"

"মোমাইদেউৰে গৈ পেহীদেউক (শাহুক) বুজালে। কিন্তু একো ফল নহ'ল। মায়ে আগৰে পৰা কৈ আছিল যে সম্পৰ্ক ছেদ কৰিব লাগে। সেয়েই হৈছে।" তাৰকাই সংক্ষেপে সকলো কথা বিবৰি ক'লে।

অনন্ত সচকিত হ'ল। তাইৰ কথা তাৰ একেবাৰেই বিশ্বাস নহ'ল। মানুহৰ স্বভাৱেই এনে। যি কথা তাৰ ভাল লাগে, সেই কথা সি দুনাই সাব্যস্ত কৰি লৈ নিশ্চিন্ত হব খোজে। সেইমতে অনন্তই আকৌ সুধিলে—"এই আটাইবোৰ কথাই সঁচা নে?"

"এৰা; কথাবোৰ সঁচা।"

"তেনেহলে, ইমান উদাস হৈ পৰিছা কিয়?"

তাৰকাৰ মুখখন অলপ মোলান পৰি গ'ল। অলপ পৰৰ পিচত ক'লে—"তুমি এনেকৈ কথা ক'লে, মই উদাস নহয় কিয়?" অনন্ত তেতিয়া আতি আনন্দিত হ'ল। গ্ৰীষ্মৰ শুকান নদী বৰ্ষাত যেনেকৈ ভৰপূৰ হৈ উঠে তেনেকৈ অনন্ত আৰু তাৰকাৰ অন্তৰতো অনুৰাগৰ নদীখনি গোপনে গোপনে উপচি উঠি প্ৰবাহিত হবলৈ ধৰিলে।

**মাজতে এবাৰ নে দুবাৰ জীয়েকক লৈ যাম বুলি মল্ল চন্দুৰৰ পৰা আহিছিল।**

কিন্তু সুন্দৰাব্বাইয়ে ক'লে—"ইয়াতে থাকক তাই। ইয়াত থাকিলেনো কি হ'ব? একেইতো কথা। যেতিয়ালৈকে আন ক'ৰবাত বন্দোৱস্ত এটা নহয়, তেতিয়ালৈকে। তাত সিহঁতে নিজ ইচ্ছামতে তাইৰ বুকুৰ ওপৰত পটা পাৰি মাহ দলিব। তালৈনো নিব লাগিছে কিয়? "এনেকৈ কোৱাৰ পিছফালে সম্ভৱ এই কাৰণ থকাটোও আচৰিত নহয় যে তাৰক্কা গুচি যাবলৈ হলে তাই আগুৰি থকা ঘৰৰ আটাইখিনি কামৰ বোজাটো আহি সুন্দৰাৰ কান্ধতে পৰিব।

সুন্দৰাব্বাইৰ কথাই ঠিক যেন লাগিল, মল্লৰ। জীয়েকক আনন্দ মনেৰে থকা যেন দেখি সি ভাবিলে—অতি কমেও কেইটামান দিনতো তাই ইয়াত সুখেৰে কটাইছে! গতিকে—"তেনেহলে ছমাহ বছৰেক যি হয় থাকক। তোমাৰোতো বোৱাৰী নাহে মানে ছোৱালী এজনী ঘৰত নাই?" বুলি কৈ মল্ল উভতি গ'ল।

অনন্তৰ কোঠালিটো চাফ্‌চিকুণকৈ ৰখাৰ দায়িত্বও আজি-কালি তাৰক্কাৰ ওপৰতে। তাই যেনেকৈ পাৰে তেনেকৈ সি পঢ়া-শুনা কৰা পুথি-পত্ৰও সজাই পৰাই থয়। তাৰ ফলত অৱশ্যে কিতাপ আদি বিচাৰি-খোচাৰি লোৱাত অনন্তৰ কিছু অসুবিধাই হয়। কিন্তু তথাপিও তাৰক্কাৰ কাম-কাজ দেখি সি আনন্দ পায় আৰু তাইক প্ৰশংসা কৰে। কোনোবা দিনা, কেতিয়াবা আবেলি চাহ খোৱাৰ সময়ত অনন্তই পঢ়িবলৈ এৰি উঠি নাহিলে তাৰ চাহ কাপ তায়েই গৈ তাৰ পঢ়া মেজত দি থৈ আহে। চাহ দিবলৈ আহি তাৰক্কাই যেতিয়া এবাৰ মিচিককৈ হাঁহি এটা মাৰে তেতিয়া চাহত সোহা মাৰি মাৰি অনন্তইও হাঁহিবলৈ ধৰে। কেতিয়াবা চাহ-কাপ দিবলৈ গৈ গাৰ ওপৰতে অলপ চাহ পেলাই দি তাৰক্কাই খিলখিলাই উঠে। তাকে শুনি সুন্দৰাব্বাই মাত দিয়ে—"কি হৈছে অনন্ত?"

হাঁহি হাঁহি অনন্তই কয়—"চোৱাচোন মা, এইজনীয়ে মোৰ চোলাটোতে চাহ পেলাই দিছে।"

"মনোযোগ দি কাম কৰিবি আই, তাৰা!" বুলি কৈ সুন্দৰাব্বাই তাইক বুজায়।

"মইনো কি কৰিম? হাতখনত খুণ্ডা লাগি গৈছে" বুলি আসৈ মাতি কৃত্ৰিম খঙেৰে তাই অনন্তলৈ চায়। এনেকৈ যে আৰু কিমান কথাৰ অৱতাৰনা হয় ঠিক নাই।

এদিন ৰাতি-পুৱা অনন্তই বহি বহি কিবা লিখি আছিল। এনেতে কিবা কাৰণত মাক আহি তাৰ কোঠা পালে। বিশেষ কোনো কাম নাথাকিলে মাক সেইদৰে তাৰ কোঠালৈ নাহে। অনন্তই লিখিবলৈ এৰি মূৰ তুলি চালে আৰু ক'লে—"তোমাৰ বোধকৰো সকলো কাম শেষ হ'ল।

"ও হৈছে।" বুলি হাঁহি মুখে সুন্দৰাব্বা অনন্তৰ কাষতে বহিল। তাই মুখলৈ চালেই বুজিব পাৰি তাই যেন কিবা কওঁ বুলি আহিছে। অনন্তই আকৌ লিখিবলৈ

ধৰিলে। কিছুপৰৰ মূৰত সুন্দৰাব্বাইয়ে ক'লে—"তাৰা বৰ ভাল ছোৱালী। ঘৰুৱা কামত বৰ তৎপৰ। পিচে, কি কৰিবি ? তাইৰ ভাগ্যখনেই বেয়া।"

লিখি থকাৰ পৰাই অনন্তই সুধিলে—"কেনেকৈ ?"

"বেচেৰীৰ এনে ৰূপ, এনে গুণ থকাৰ স্থলতো ভাল ঘৰ এখন নাপালে। আমাৰ নিজৰ ছোৱালীজনীৰো তাইৰ দৰে বুদ্ধি নাই।"

মাজখিনিতে আচৰিত হোৱাৰ দৰে অনন্তই মাত দিলে —"কাৰ ?"

এইৰ কথা কোৱা নাই, ইন্দিৰাৰ কথা কৈছোঁ। তাইক আনি ঘৰতে কিছু শিকাই বুজাই লব খোজোঁ। কিন্তু তাৰ ককাই মানিব নোখোজে। তেওঁলোকেও ছোৱালীজনী ডাঙৰ নোহোৱা পৰ্য্যন্ত পঠিয়াবলৈকে ইচ্ছা নকৰে।

তেওঁলোকৰ তাতেই থাকক, ইয়াতনো বিচাৰিছে কোনে ?"

সুন্দৰাব্বাইৰ মুখৰ ওপৰেৰে এটি অসন্তুষ্টিৰ ঢৌ বাগৰি গ'ল।

মাকৰ অন্তৰৰ কথা নুবুজাৰ ভাও ধৰি হাঁহি মাৰি অনন্তই কলে "তোমাৰ সৈতে সেইজনীৰ ৰাশি যোৰা নাহে। তাই তাতে থাকক! বোৱাৰী আহি ঘৰ সোমালেই শাহুৱেক দাৰোগা যেন হৈ পৰে।"

"সকলোৱে কিবা চিম্মব্বাৰ দৰে হয়নে ?"

অনন্তই লিখি গৈ থাকিল। মাকৰ কথাৰ কোনো উত্তৰ নিদিলে। তাকে দেখি সুন্দৰাব্বায়েই আকৌ সুধিলে "এতিয়া তাৰাইনো কি কৰে কচোন ? তাইক আকৌ বিয়া দিবলৈ ল'ৰা বিচাৰি মল্ল ইফালে সিফালে ঘূৰি ফুৰি ভাগৰি পৰিছে। এঘৰো ভাল মানুহ পোৱা নাই। ছয় সাত মাহ মান হ'ল দিনে নিশাই যন্ত্ৰ চলায়ে আছে। ভালকৈ টোপনি নহাত পৰিছে।"

অনন্তই কিবা ভাবি, লিখিবলৈ এৰি সুধিলে—"তাইক আকৌ দ্বিতীয়বাৰ বিয়া দিব নেকি ?"

"ইয়াকনো দ্বিতীয়বাৰ বিয়া কৰোৱা বোলেনে ? দ্বিতীয়বাৰ ঘৰ-পতাহে বুলিব লাগিব।"

"তাইৰ গিৰিয়েকে যদি দ্বিতীয়-বিয়া কৰাব পাৰে, তাই নোৱাৰিব কিয় ?"

"সি হ'ল মতা মানুহ বাচা, সি বহুত কিবা-কিবি কৰিব পাৰে। কিন্তু তিৰোতাবোৰ হ'ল মাটিৰ কলহৰ নিচিনা। এবাৰ ফুটিলে তাতেই শেষ।"

অনন্তৰ হৃদয়-স্পন্দন যেন থৰ্মকি ৰ'ল। বোধকৰো তাৰ মনলৈ তাৰ নিজৰ সম্পৰ্কৰ কথা মনত পৰিল। সুন্দৰাব্বাইয়ে কবলৈ ধৰিলে "এতিয়া তাই এজন ভাল ল'ৰা পালেই হয়।"

"কিয় তাই আন কাকো বিয়া নকৰোৱাকৈ থাকিব নোৱাৰেনে ?" অনন্তই চিন্তা-মুক্ত ভাবে সুধিলে।

"চিঃ তিৰোতা এজনী হৈ স্বামী অবিহনে তেনেকৈ থাকিব পাৰে ? কোনোবা

এঘৰ ভাল মানুহৰ তালৈহে দিব লাগিব। তাইতো ইয়াত ভালেই আছে। পিচে সিফালে তাইৰ মাক-বাপেকৰ জীৱন দুঃসহ হৈ উঠিছে।

"কিয় ?" অনন্তই সুধিলে।

"তই কেনেকৈ জানিবি বাচা। তইতো মাত্র লিখা-পঢ়া লৈয়ে ব্যস্ত থাক" —যাবলৈ উঠি সুন্দৰাই কলে।

সিদিনাই আবেলি মল্ল এনাপুৰ পালেহি। সি তাৰক্কাৰ কাৰণে এটি ল'ৰা চাবলৈ গৈছিল। এনাপুৰৰ পৰা দহ-বাৰ মাইল দূৰৰ "হাৰোগোৰিত এঘৰ মানুহ আছিল। মল্লই সেই ঘৰৰ লৰাটিক চাই আহিছিল। ঘৰখন তাৰ ভালেই লাগিছিল। আহি পায়েই সি জীয়েকক মাতি আনি ক'লে—"হাৰোগোৰিত "অকিবাটে" পৰিয়ালৰ মানুহ এঘৰ আছে। ঘৰখনত মাথোন মাক আৰু পুতেক দুটি প্ৰাণী। ল'ৰাটিৰ নাম অম্পন্না। মাকজনী আলৰ বুঢ়ী। চকুৰে ভালকৈ নমনেই। ঘৰ-বাৰী নিজৰ; খেতি-বাতি আছে। এখন বাগিচাও আছে। বাগিচাতে থাকেও। চাৰিটা কোঠা থকা এটি ঘৰ গাওঁতো আছে। আৰু নো কি লাগিছে ?" পিতাকৰ কথা শুনি তাৰক্কাৰ মূৰত যেন সৰগহে ভাগি পৰিল। তাই থিতাতে ধুপুচ কৈ বহি গ'ল।"

অনন্ত বাহিৰৰ পৰা আহি ঘৰ সোমাইয়ে কথাটো শুনিলে। নিৰৰ্থক হাঁহি এটা মাৰি সি সুধিলে—"ঘৰখন কেনে ?"

"ঘৰখনতো ভালেই। শাহুৱেক আছে যদিও নথকাৰ দৰেই। খোৱা-পিন্ধাৰ অভাৱ নাই।" মল্লই ক'লে।

"ল'ৰাটো কেনে ?"

"ল'ৰাৰ বয়স ত্ৰিশ পয়ত্ৰিশ বছৰমান হব। দেখাত ভাল। ভৰমাতকৈও ভাল চেহেৰা।"

"তেওঁৰ আকৌ প্ৰথম পক্ষৰ ঘৈণীয়েক আছে নেকি ?"

"নাই। এৰি দিয়াৰ দহবছৰ হ'ল। ল'ৰা-ছোৱালীও নাই।"

"তেন্তে এতিয়া আকৌ দ্বিতীয়-বিবাহ কৰিব খোজে কিয় ?" অনন্তই সুধিলে।

মল্লই সেই বিষয়ে বেছি খা-খবৰ কৰা নাছিল। সেই কাৰণে অলপ পৰ ৰৈ ক'লে—"শুনিছো, সি কথা পেলাব নোৱাৰিহে মান্তি হৈছিল। এতিয়া সি নিজে ছোৱালী, বিচাৰিছে।"

"যিহকে কৰে অলপ ভাবি-চিন্তি কৰিব। যাৰে তাৰে ডিঙিত ওলোমাই নিদিব। প্ৰথমতেই এবাৰ ভুগিছে। এইবাৰৰ ফলো যাতে সেই একে ধৰণৰ নহয়! এবাৰ উজুতি খালে চাই-চিতি আগুৱাব লাগে।"

"এই আটাইবোৰৰ দায়িত্ব মই অকলে লব নোৱাৰোঁ। প্ৰথমবাৰ কাৰো কথা নুশুনাকৈ দিছিলোঁ। এবাৰ ভুল কৰিছোঁ যেতিয়া এইবাৰ কাণত ধৰিছোঁ। তাৰাৰ মাকে কান্দি কান্দি প্ৰাণ নধৰাত পৰিছে। এইবাৰ তোমালোক আটাইয়ে

আছা, ভালকৈ চাই-চিতি দিয়াৰ ব্যৱস্থা কৰা।” ইয়াকে কৈ মল্লই যেন নিজৰ দায়িত্বৰ কথা লঘু কৰিবলৈ যত্ন কৰিলে।

ইমান লৰালৰি কৰিব লাগে কিয়? লাহে লাহে দি থাকক।”

“লাহে লাহেনো কি কৰিম? ক'ৰবাত যদি বন্দোবস্ত এটা হৈ যায় ভালেই। কাইলৈ সিহঁত ঘৰৰ মানুহো চন্দ্ৰুৰলৈ যাব। এইফালৰ পৰা তোমালোকো ব'লা। দেখা-শুনা কৰি কিবা এটি কৰি পেলোৱা। তেওঁলোকে তাতে তাৰাকো চাব খোজে।”

কথা শুনি অনন্ত মনে মনে থাকিল। ওচৰতে থিয় হৈ থকা তাৰাই তাক একোকে নকবলৈ ইংগিত দিলে। অনন্তই সেই ইংগিত বুজিলে। অৱশ্যে সি নিজেও এই বিষয়ত কিবা কৰিব পৰা অৱস্থাত নাছিল। কিবা মাত এষাৰ মতাৰ সাহসো তাৰ লোপ পাইছিল। সম্ভৱতঃ সেই কাৰণেই সি তাৰক্কাৰ ইংগিত বুজি নোপোৱাৰ ভাও জুৰিলে। সিদিনা ৰাতি পুৱালৈকে তাৰ টোপনি নাহিল। ওৰে নিশা ঘৰৰ চালৰ ৰোৱা গণি গণি বিচনাত পৰি থাকিল।

পুৱা তাৰক্কাই যেতিয়া অনন্তৰপৰা বিদায় লবলৈ আহিল তেতিয়া অনন্তই নিজৰ কোঠাৰ ভিতৰতে সঘনাই অহা-যোৱা কৰি আছিল। তাৰক্কাই বহু পৰলৈ অনন্তৰ ভৰি দুখন সাৱটি ধৰি কান্দিলে। তাইৰ মুখেৰে এটি শব্দও ওলাই নাহিল। অনন্তইও একো মাতিব নোৱাৰিলে। মৌণভাৱে থিয় হৈ ৰ'ল। দুটোপাল তপত চকুপানীৰ টোপাল তাৰাৰ মুৰৰ ওপৰত বাগৰি পৰিলে। তাই অনন্তৰ ফালে চকু তুলি চালে। এনেতে তাইক মাতি মাতি মল্ল আহি সেইখিনি পালে। হাতত সি এডাল হাৰ লৈ আহিছিল। হাৰডাল তাৰক্কাৰ ফালে আগুৱাই দি মল্লই ক'লে, “এইডাল তোৰ মামীয়েৰৰ হাৰ। গলত পিন্ধি ল। সিহঁতে কাইলৈ তোক চাবলৈ আহিব নহয়?”

“বাৰু” বুলি পিতাকৰ দৃষ্টিৰপৰা চকুপানী লুকুৱাই তাৰা তাৰ পৰা গুচি গ'ল।

অনন্তৰ পিতাক, লগতে চন্দ্ৰুৰলৈ ওলাল। তিনিদিনৰ ভিতৰতে তাৰক্কাৰ দ্বিতীয়-বিবাহৰ বন্দোবস্ত শেষ কৰি উভতি আহিল। উভতি আহি অনন্তক ক'লে—“এই দেওবাৰে তাৰাৰ বিয়াৰ নিয়ম-কাৰণ শেষ কৰিবলৈ ঠিক কৰা হৈছে। শনিবাৰে তই চন্দ্ৰুৰলৈ গুচি যাবি আৰু তেওঁলোকৰ লগত গৈ ধৰা-মিলা কৰি সকলো কাম সমাধা কৰি আহিবি।”

“মোৰ বহুত পঢ়া-শুনা কৰিব লগীয়া আছে। মই নেযাওঁ। পৰীক্ষাও ওচৰ চাপিছেহি।”

“তোৰতো সদায় পঢ়া-শুনা লাগিয়ে আছে। মই যাব নোৱাৰোঁ। কাৰণ, ঘৰ আৰু দোকান দুয়োফালে চাব লাগে। মাৰো যাব নোৱাৰে। গতিকে তোৰ বাহিৰে যাওঁতা ঘৰত কোনে আছে?” অলপ খং কৰিয়েই ৰামপাই কথাখিনি ক'লে। অনন্তই আপত্তি কৰিব নোৱাৰিলে। যাবলৈ বাধ্য হ'ল।

অনন্ত যোৱা দেখা পাই তাৰক্কাৰ মনত নিৰাশাৰ মাজতো আশাৰ জিলিকনি বিৰিঙি উঠিল।

দেওবাৰে মুখ আন্ধাৰি পৰতে আটাইয়েই গাড়ীত উঠি হাৰোগেৰিলৈ বুলি যাত্ৰা কৰিলে। এখন গাড়ীত তিৰোতা মানুহ আৰু আনখন গাড়ীত মতা মানুহ উঠিল। মতা মানুহ যোৱা গাড়ীখনতে অনন্তও আছিল। তিৰোতা মানুহ যোৱা গাড়ীখনত চৈ দিয়া আছিল। ৰ'দ প্ৰখৰ হৈ অহা দেখি "অনন্তই ৰ'দ খাব" বুলি কৈ তাৰক্কাই অনন্তক সেই গাড়ীখনলৈ মাতি আনিলে। অন্যান্য তিৰোতাবোৰেও অনন্তই কোৱা সাধুকথা শুনিবলৈ ইচ্ছা কৰিছিল। কিন্তু অনন্ত তালৈ আহি নীৰৱ নিমাত হৈ বহি থাকিল, কোনো বিশেষ কথাকেই সি নক'লে। নিশা এক বজাত দুয়োখন গৰু গাড়ী গৈ হাৰোগেৰিত উপস্থিত হ'ল। তাত ইহঁত থকাৰ কাৰণে এটা বেলেগ ঘৰৰ ব্যৱস্থা কৰাই আছিল। আটায়ে গৈ সেইটো ঘৰতে উঠিল।

দুই তিনি ঘণ্টা পাৰ হৈ গ'ল। গাড়ীৰপৰা বয়-বস্তুবোৰ নমাই ভিতৰত থোৱা হ'ল। নতুন মিতিৰ ঘৰৰ পৰা গুড় আৰু পানী পঠিয়াই দিলে। অনন্তইও একোনোখোৱাকৈয়ে ঘৰৰ এচুকত পাৰি দিয়া বিচনাত লাংখাই পৰিল। নিশাৰ সাজ খাবলৈ মিতিৰ ঘৰে সকলোকে নিমন্ত্ৰণ জনালে। সকলোৱে যাবলৈ ওলাল। কিন্তু অনন্তই "মোৰ ভোক নাই" বুলি কৈ দীঘল দি পৰিয়ে থাকিল। তাৰক্কা খাবলৈ যোৱাৰ প্ৰশ্ন নাছিল। ৰত্নবাই অনন্তক আকৌ এবাৰ মাতি ক'লে "ভোক নাই বুলি ক'লে কেনেকৈ হব বাচা, দুপৰীয়ানো কি সোপা খাইছ?" তথাপিও অনন্তই ক'লে "ভোক নাই।" ৰত্নবা তেতিয়া তাৰক্কাৰ ওচৰলৈ গৈ ক'লে "অনন্ত খাবলৈ নাযায়। তই তাক বাকচৰপৰা কেইটামান লাড়ু উলিয়াই খাবলৈ দিবি। তাকে খাই পানীকে খাওকচোন।" মাকৰ কথাৰ ফালে কিন্তু তাৰক্কাৰ মনোযোগ নাছিল। ৰত্নবাই আকৌ সুধিলে, "কি কৈছোঁ, শুনা নাই?"

"হুঁ" বুলি তাৰা বহিয়ে থাকিল।

আটায়ে খাবলৈ গ'ল। বিচনাত অনন্ত ইকাটি-সিকাটি কৈ থাকিল। মনে মনে সি ভাবিবলৈ ধৰিলে "মোৰ যদি এতিয়ালৈকে বিয়া নোহোৱাকৈ থাকিল-হেতেন আৰু মই নিজে ছোৱালী পচন্দ কৰাৰ স্বাধীনতা পালোঁহেঁতেন তেনে-হলে মই তাৰাকে বাচি লব নোৱাৰিলোঁহেতেন নে? তেতিয়াহলে মই যে কিমান সুখী হলোঁহেতেন! সেই যেৰা সুখ মোৰ এই জন্মত জানো সম্ভৱ? সম্ভৱ নহয়। কিন্তু কিয় এনে হ'ল? সমাজৰ কঠোৰতাৰ কাৰণেই তো?"

সকলো মানুহ খাবলৈ গ'ল নে নাই বাহিৰলৈ গৈ তাৰক্কাই চাই আহিল। এইবাৰ তাই অনন্তৰ কাষ পালেগৈ আৰু চকুলো টুকি টুকি ক'বলৈ ধৰিলে— "মোৰ এটা অনুৰোধ ৰাখিবানে?"

অনন্তও ম্ৰিয়মাণ হৈ আছিল। তাৰাক আকোৱালি ধৰি সিও কান্দিবলৈ ধৰিলে। ক্ৰন্দনৰ বেগ কিছু প্ৰশমিত হলত সি সুধিলে—“কি কৰিব লাগে কোৱা ?”

“আজি ৰাতিটো পাৰ হৈ গলে সকলো শেষ হৈ যাব। তোমাৰ সৈতে মোৰ কোনো সম্বন্ধ নেথাকে। গতিকে এটা কাম কৰিব লাগিব।”

উদভ্ৰান্তৰ দৰে অনন্তই সুধিলে, “কি কৰিব লাগে ?”

“সেইটো মই কম, কিন্তু……।”

“তেনেহলে ?”

“কামটো বৰ বেয়া কাম।”

“বেয়া কাম ?”

“এৰা, সকলোমানুহে গালি পাৰিব।”

“তেনেহলে কি কৰিবা ?”

“তাৰ বাহিৰে কোনো উপায় নাই।”

“কিয় ?”

“সেইটো মই নাজানোঁ। কিন্তু ইমানকে কও যদি কামটো নকৰোঁ তেনেহলে আমৰণ আমাৰ দুজনৰ সুখ নহব।”

“তুমি যিটো কৰাৰ কথা কৈছা সেই কামটো কৰিলে সুখ হবনে ?”

“হব পাৰে।”

“তেনেহলে আহা, কৰোঁ।”

“আহা আমি দুয়ো এতিয়াই ইয়াৰ পৰা পলাই যাওঁ।”

“কলৈ ?”

“যলৈকে নহওক।”

“এনেকৈয়ে ?”

“তাতনো কি হ’ল ? মোৰ গাত থকা গহনা বেচিয়েই আমি খাব পাৰিম।”

“তেনেহলে যাওঁ বলা উঠা।”

তাৰকাৰ মনটো অলপ পাতল পাতল লাগিল। মুখত উৎসাহৰ জেউতি জিলিকি উঠিল; সন্তোষৰ ভাব বিৰিঙি ওলাল। কিছুপৰ তাই শান্ত ভাবে বহি ৰ’ল। কিবা ভাবিবলৈ ধৰিলে। কিজানি তাই ভাবিছিল লগত কি কি কাপোৰ কানি লৈ যাব ?

এনেতে অনন্তই মাত দিলে “তাৰা !”

“কি হ’ল ?”

“তাৰ পিছত কি কৰিব লাগিব ?”

“আগুৱাই যাব লাগিব।”

“অগুৱাবতো লাগিব ! তাৰ পাছত ।”

"তাৰ পিছৰ কথা পিছত হব।"

কপাল কোঁচাই অনন্ত ভাৱত বিভোৰ হ'ল।

"মই খাটনিখাটি ধন আনিম। যদি তথাপি খাবলৈ নাপাও কুৱাঁ বা নদীত পৰি মৰি যাম।

"হু······উ?"

"ব'লা যাওঁ।"

অনন্তই কোনো কথা নক'লে; শিলৰ নিচিনা বহি থাকিল। তাইও কি কব বিচাৰি নাপালে। কিছুসময় পাৰ হৈ গ'ল। চাৰিওফালে নিস্তব্ধতা। তাৰক্কাই অনন্তৰ ফাললৈ চাই থাকিল। জেঠী এটাই টিক্‌টিকালে। তাৰক্কাই অপলকনেত্ৰে চায়েই থাকিল। পেট্ৰোমাক্স লাইটটো জ্বলি আছিল। অৱশেষত তাৰক্কায়েই সুধিলে—"কিয়? অনন্ত, আগৰ সেই কথাবোৰ পাহৰি গ'লা নেকি? তোমাৰ কাৰণেই মই এতিয়াও জীয়াই আছোঁ। তুমি এতিয়া মোৰ লগত যোৱা উচিত।"—এইদৰে তাৰক্কাই অনন্তক প্ৰৰোচিত কৰিবলৈ ধৰিলে। এইদৰে প্ৰৰোচিত কৰাৰ কাৰণ এইয়েই যে, তাই ধৰি লৈছিল অনন্তৰ ওপৰত তাইৰ এটি অধিকাৰ আছে। তাইৰ নিজস্ব চিন্তা অনুসাৰে অৱশ্যে তেনে অধিকাৰ আছিলও। সেই অধিকাৰ তাইক কোনোৱে দিয়া নাছিল। কিন্তু প্ৰকৃতিৰ স্বাভাৱিক প্ৰভাৱতে তাই সেই অধিকাৰৰ গৰাকী হৈছিল। এই কথা তাই নিজেও গম পোৱা নাছিল। তাইৰ অশান্তি পূৰ্ণ মানসিক অৱস্থাৰ মাজত নজনাকৈয়েই অতি গভীৰ এই অধিকাৰ তাইৰ মনত শিপা ভেদি ঠন ধৰি উঠিছিল। আৰু সেই বিষয়ে তাই সম্পূৰ্ণ অনভিজ্ঞা আছিল। তাইৰ মনত এই মনোভাৱক পোষণ দিবলৈ অনন্তইও সুযোগ দিছিল। এই অধিকাৰৰ বিষয়ে সিমান সুস্পষ্ট ধাৰণা নথকাতো তাক অবাবতে নষ্ট হবলৈ ধৰা দেখি তাইৰ অন্তৰখনে হাহাঁকাৰ কৰি উঠিছিল।

## 17

সিদিনাই ৰাতি প্ৰায় এঘাৰমান বজাত সেইঘৰ পৰিয়ালৰ মানুহে আহি তাৰক্কাক লৈ গ'লহি। চাৰি গৰাকী বিধবা তিৰোতাই তাইক গা ধুৱালে। এখন শুধু বগা কাপোৰ পিন্ধাই পূজা ঘৰলৈ লৈ গ'ল। আগৰে পৰা অম্পন্না তালৈ গৈ বহি আছিল। তাৰ বয়স চল্লিশৰ ওচৰা ওচৰি। গাৰ বৰণ সাধাৰণতকৈ অলপ বেছি ক'লা। তামোলৰ পিকেৰে ওঁঠ ৰঙাপৰি থকা, নাকৰ তলতে একোচা ভোবোৱা গোঁফ। মানুহজন

জোখতকৈ অলপ কম ওখ আৰু অলপ বেছি শকত। চুৰিয়া এখন পিন্ধি গাত ডাঙৰ চেলেং এখন লৈ মন্দিৰৰ বিগ্ৰহৰ সমুখত আসনৰ ওপৰত পুৰমুৰাকৈ সি লেপেটাকাঢ়ি বহি আছিল। তাৰকাক লৈ গৈ তাৰ কাষতে বহুৱাই দিয়া হ'ল।

আন বাকী কাম-কাজবোৰ ঠিক ঠাকে হবলৈ ধৰিলে।

পিছদিনা পুৱা খোৱা-বোৱা হৈ যোবাৰ পাছত তাৰকাৰ গাত দুই চাৰিপদ গহনাই শোভাবৰ্দ্ধন কৰা দেখা গ'ল। সিদিনা ভোজ আছিল। অংপন্নাই ৰংমনেৰে লৰি-ধাপাৰি ইটো-সিটো-কাম কৰি ফুৰিছিল। তাৰ মনত অপৰিসীম উৎসাহ। এতিয়া এইখন ঘৰকেই তাৰকাই নিজৰ ঘৰ বুলি লৈ, ভিতৰত কাম কৰিবলগীয়াত পৰিল। তাই কিবা-কিবি কাম কৰি থাকোতেই তাইৰ সখীয়েক সুমতিয়ে কোলাতকৈ ল'ৰা এটি লৈ; তাইক চাই যাওঁহি বুলি আহি ভিতৰ পালেগৈ। সখীয়েকৰ ফালে চাই হাঁহি এটি মাৰি তাই ক'লে—"যি কি নহওক আমি ভাৰ-মুক্ত হলোঁ।"

ওচৰত কোনো নাছিল। তাৰকাই অলপ পৰ ৰৈ ক'লে—"মোক বলিশালত পেলাই তোমালোক আঁতৰি গ'লা মাত্ৰ। কথা কওঁতা হেজাৰে হেজাৰে ওলাব। কিন্তু বলিশাললৈ ডিঙি আগুৱাই দিওঁতা কোনো নাই।"

"তেনে কথা কিয় কোৱা ?"

"ক'বলৈ কিটো আছে ? তুমি জানো সকলো কথা নাজানা ?" তাৰকাই যে অনন্তক ভাল পায় সেইকথা সুমতিয়ে অলপ অলপ জানিছিল। সেই কাৰণে কথাৰ প্ৰসংগ সলনি কৰি তাই ক'লে—"খোৱা-বোৱাৰ পিচত অনন্ত আজি গুচি যাব।"

তাৰকাই যেন চক্ খালে। সুমতিৰ হাতখনত খামোচ মাৰি ধৰি ক'লে—"কিয় ? আৰু এটা দিনৰ বাবেও থাকি যাব নোৱাৰেনে এই পানী ঘৰ খনত ?"

সুমতিৰ মাত গদ্‌গদহৈ আহিল। ক'লে—"তাকনো ৰখাই থোৱাৰ কথা কিয় ভাবিছা ?"

"শুঙা ফুল জানো দেৱতাৰ পূজাত লাগে··· ···।" তাইৰ মুখৰপৰা আৰু শব্দ নোলাল। চকুৰ চাৱনি তললৈ নামি গ'ল। হাতৰ ওপৰত দুটোপাল চকুপানী নিগৰি পৰিল।

এনেতে তাৰাৰ নতুন শাহুৱেক অম্মৰ্বা "ইয়াত কি কৰিছ ?" বুলি ভিতৰ সোমাই আহিল।

দুয়োজনীয়েই চকুপানী মোহাৰি "একো নহয়" বুলি কৈ বাহিৰলৈ ওলাই গ'ল।

দুপৰীয়া খাই-বৈ উঠিয়েই অনন্ত যাবলৈ ওলাল। পেহাক আৰু পেহীয়েকে ক'লে—"কালি একেলগে যাম ব'লা। আহিছা যেতিয়া আমাৰ ঘৰত চাপি যাবা।" কিন্তু সি নৰ'ল। যাবৰ সময়ত সকলোৰেপৰা বিদায় ললে। তাৰকা দুৱাৰৰ আঁৰত থিয় হৈ আছিল। সি তাইৰ পৰাও বিদায় লবলগীয়া হ'ল। তাৰ মনত এনে দুখ লাগিল যে, যেন একেলগে তাক এশটামান চেলাইহে কামুৰিলে। মাতটো

তাৰ কঁপি উঠিল। সি এনে অনুভৱ কৰিলে; যেন তাৰ মতিভ্ৰমহে ঘটিছে। লাহেকৈ সি তাৰপৰা বাহিৰ ওলাই আহিল। এনে মন গ'ল যেন সি সিহঁত আটাইৰে চকুৰ আগৰপৰা লৰ-মাৰি আঁতৰি যাব। কিন্তু কাৰ্য্যতঃ সি তেনে নকৰিলে। সি যোৱাৰ পিছত এজনী তিৰোতাই ক'লে—"নাজানো কিয় কালিৰপৰা ল'ৰাজন অলপ অন্যমনস্ক যেন হৈ আছে। একো খোৱা-বোৱাও কৰা নাই।"

সুমতিৰ মনে নিজকে নিজে ক'লে—"আচৰিত প্ৰাণী এইটো!"

অনন্ত গৈ কডুচী ষ্টেচনৰপৰা "তেৰদাল"লৈ যোৱা ৰাজ-পথত উঠিল। কিছু সময় সি বাচ অহালৈ বাট চালে। তাৰ পাচত কডুচীৰ ডাক-বঙলা অভিমুখে আগবাঢ়িল।

এক ফাৰ্লঙৰ পিছত দুই ফাৰ্লং, দুই ফাৰ্লঙৰ পিছত এমাইল, একমাইলৰ পিছত দুই মাইল—সি খোজ কাঢ়ি গৈ থাকিল। এনেতে পিচ ফালৰ পৰা এখন বাচ আহি পালে কিন্তু সেইখন ৰখাই যে সি তাত উঠিব সেই চিন্তা তাৰ মনতেই নেখেলালে। মনৰ মাজেৰে প্ৰৱাহিত চিন্তাৰ ধুমুহাত জৰ্জৰিত হৈ সি গৈয়েই থাকিল। ক্ৰমে বেলি লহিয়ালে। এন্ধাৰ হৈ আহিল। তালৈকৈও সি মনোযোগ নিদিলে। নিশা দহ বজাত কোনোমতে সি গৈ কডুচী ৰেল-ষ্টেচনত উপস্থিত হ'ল। তাতে সি এখন বেঞ্চৰ ওপৰত বহিলগৈ।

অনন্তৰ বৰ দুখ লাগিছিল। তাৰ কোনো শাৰীৰিক অসুখ নাই যদিও মনৰ মাজত এটি বুজাব নোৱাৰা ব্যাধিয়ে বাঁহ লৈছিল। তাৰ এনে লাগিছিল যে, যেন সি নিজৰ সুখ-শান্তি নিজ হাতেৰেই মষিমূৰ কৰি পেলাইছে। কোনো অমূল্য সম্পদৰ অভিলাষী মানুহে তাৰ সেই কামনাৰ ধন "মোৰেই হৈ পৰিছে" বুলি ভাবি তাক পাওঁ পাওঁ হোৱাৰ মুহূৰ্ত্তেতে যদি কোনোবাই সেইটো কাঢ়ি লৈ যায় তেনেহলে তাৰ মনৰ যেনে অৱস্থা হয়—আজি অনন্তৰ তেনে অৱস্থায়েই হৈছে। কোনো বস্তু হেৰুৱাৰ পিচতহে সেই হেৰোৱা বস্তুৰ মূল্য কিমান তাক উপলব্ধি কৰা যায়। সিদিনা ৰাতি অনন্তই সেই সত্য হৃদয়ঙ্গম কৰিলে। নিজৰ বস্তু আনৰ হস্তগত হবলৈ ধৰা দেখিও সি কিয় তাক ৰক্ষা কৰিবলৈ যত্ন নকৰিলে? তাৰ উত্তৰ অনন্তই বিচাৰি নেপালে। তাৰ আত্মাটোৰেই যেন দুভাগ হৈ তাৰ একাংশ আঁতৰি গ'ল। সেই অংশটো আৰু উভতি নাহে। সি আজি সম্পূৰ্ণৰূপে আঁতৰি গ'ল। পুৰণি কথা সুঁৱৰি থকাটো এতিয়া মাথোন মূৰ্খতা।

অনন্তই একেধৰণে ভাবি-চিন্তি থাকোঁতে থাকোঁতেই পুৱা ঢলফাট দিলে। তেতিয়াহে তাৰ চমক ভাঙিল। সম্বিত আহিল যে সি তেতিয়াও কডুচী ৰেল ষ্টেচনতে বহি আছে; ঘৰলৈ যাব লাগে। সি উঠি থিয় হ'ল আৰু এনাপুৰ অভিমুখী আলিবাটেৰে আগুৱাবলৈ ধৰিলে। বলিয়াৰ দৰে খোজেৰে সি আগবাঢ়ি থাকিল। ওৰে নিশা উজাগৰে থকাৰ কাৰণে তাৰ চকুদুটা ৰঙা পৰিছিল। পিন্ধি

থকা কাপোৰ-কানিও মলিয়ন হৈছিল। কোনোমতে বাটে বাটে জিৰণি লৈ লৈ খোজ কাঢ়ি কাঢ়ি আহি সি সাঁজ লাগো লাগো সময়ত ঘৰ পালেহি।

সেই সময়ত সুন্দৰাম্বাইয়ে ভিতৰৰ কোঠালিত কিবা কাম কৰি আছিল। বাহিৰত খোজৰ শব্দ শুনি মাত দি সুধিলে—"কোন?"

অনন্ত কথা কব পৰা অৱস্থাত নাছিল। সি একো নামাতিলে। সুন্দৰম্বা তৎক্ষণাত বাহিৰলৈ ওলাই আহিল আৰু তাক দেখি আচৰিত হৈ সুধিলে, "কি অ' অনন্ত, ক'ৰ পৰা আহিলি?" অনন্তই ক'লে—"হাৰোগেৰিৰপৰা আহিছোঁ।"

"তেওঁলোক কেতিয়া গ'ল? মুখখন একেবাৰে শুকাই আহিছে। তই চন্দ্ৰুৰ-পৰা এপাক ঘূৰি নাহিলি?"

"মই পৰহিয়ে তাৰ পৰা গুচি আহিছোঁ। তেওঁলোক তেতিয়াও তাতে আছিল।"

তাই আচৰিত হৈ সুধিলে—"পৰহিয়ে যদি আহিছ, কালিৰ গোটেই দিনটো ক'ত আছিলি?"

"কড়ুচী ষ্টেচনত আছিলোঁ"।

"নাজানো বোপাই তই যেনেকৈ মন যায় তেনেকৈ ঘূৰি ফুৰ। যদি ক'ৰবাত কিহবাই লম্ভে তেনেহলে?" অলপ পৰ বৈ তাই আকৌ সুধিলে—"সকলো কাম ভালে ভালে হৈ গৈছেনে?"

অনন্ত থিয় দি থকা ঠাইতে বহি পৰিল। সুন্দৰাম্বাই থত-মত খাই তাৰ ওচৰলৈ আগুৱাই আহিল আৰু সুধিলে, "কিয় অনন্ত? গা ভাল নহয় নেকি?" এইবুলি তাৰ পিন্ধি থকা চুৰিয়াখন খেপিয়াই চাই কলে—"হাৰে, গোটেই চুৰীয়াখন দেখোন তিতি গৈছে? নদী পাৰ হওঁতে কাপোৰ কোঁচাই ল'ব নালাগেনে? এনেয়ে চেঁচা পানীয়ে তোক নুশুজে।"

অনন্তই তেতিয়াহে গম পালে যে তাৰ চুৰিয়াখন তিতিছে। ক'লে, "এৰা চুৰিয়াখন তিতিছেতো।"

এনে সময়তে সন্ধিয়াৰ সাজ খাওঁ বুলি পিতাক ঘৰলৈ আহিল। অনন্তক দেখা পাই সুধিলে। "আটাইবোৰ কাম ঠিকে-ঠাকে হৈছেনে? তাৰাৰ গিৰিয়েকক তোৰ কেনে লাগিল? তই আহিলি কেতিয়া?" কথা সোধাৰ লগে লগে ৰামপ্পাই চোলা সোলোকাই থলে। অনন্তই কোনো উত্তৰ নিদিলে। "ক'ৰবাত হোটেল-টোটেলত খাই আহিছ যেন পাওঁ?" বুলি সুধি সুন্দৰম্বাই গিৰিয়েকক খাবলৈ মাতি নিলে।

ৰামপ্পাই ক'লে—"তই তালৈ গৈছ; কেইদিনমান থাকি আহিলেনো কি হ'ল-হেতেন? কুৰি বছৰীয়া হলিহি আমিনো তোক কি কম?"

সুন্দৰাম্বাই অলপ ভাবি চাই ক'লে—"বিয়াৰ পিচত ওভতাই দিব বুলি ভাবি

মই মোৰ হাৰডাল দিছিলোঁ!" গিৰিয়েকক কথাষাৰ জনোৱাৰ মনোভাৱেৰে সুন্দৰাম্বাই ক'লে।

মাজতে খাবলৈ এৰি ৰামপ্পাই সুধিলে "কাক?"

"তাৰাৰ গলটো উকা হৈ আছিল। দাদা মল্লপ্পাই ক'লে যে কাইলৈ ছোৱালী চাবলৈ আহিব কেইদিনমানৰ কাৰণে হাৰডাল দিয়া। সেই কাৰণে তাৰা যোৱাৰ সময়ত ময়েই দিছিলোঁ।" অলপ ভয়ে ভয়ে ক'লে তাই।

"গাঁৱলীয়া ছোৱালী কব নোৱাৰি ক'ত পেলাই দিয়ে! দুই চাৰি দিনতে ভাঙি-চিঙি পেলাব। কব নোৱাৰিলোঁ কেতিয়া ওভটাই দিয়ে!"

"এতিয়াতো তাই শহুৰেকৰ ঘৰতহে থাকিব। একো একো পদ বস্তু তৈয়াৰ কৰোঁতে জীৱনটোৱেই শেষ হৈ যায়" ৰামপ্পাই খঙেৰে ক'লে।

"বিয়াৰ পিছদিনাই কাৰোবাৰ হাতত পঠিয়াই দিম বুলি তেওঁৰ দৰে দায়িত্বশীল মানুহ এজনে কৈছে যেতিয়া মই নিদিয়াকৈ কেনেকৈ থাকোঁ?"

"ই, এইফালে গুচিয়ে আহিল। এতিয়া কাৰ হাতত পঠিয়াই দিব?"

সুন্দৰাম্বাই ক'লে—"বিয়াৰ পিছত যদি ৰত্নব্বাই মনত ৰাখি হাৰডাল লগতকৈ লৈ যায় তেনেহলে মল্লপ্পাৰ হাতত পঠিয়াই দিব পাৰিব। কিন্তু যদি পাহৰি ষায়, তেনেহলে সোনকালে ফিৰত নাপাম।

"যোৱাৰ সময়ত তুমি অনন্তক কথাটো সোঁৱৰাই দি পঠিয়াব নালাগিছিল? এতিয়া ল'ৰাৰ নাম ললে কি হব?"

সুন্দৰাম্বায়ে কথাৰ মাজতে মাত দিলে, "যোৱাৰ সময়ত মই তাক মনত পেলাই দিছিলোঁ নহয়! কামৰ ঠেলাত মনতে নৰ'ল হব পায়? তাকেহে মনত পেলাই দি অনোৱাৰ ব্যৱস্থা কৰিব লাগিছিল যেন পাওঁ। বুঢ়া হ'লহি! সিনো এইখিনি কথাও বুজি পাব নালাগে নে?"

"হৈছে, হৈছে,—মনে মনে থাকা। যি হ'ব লগা হৈ গৈছে। এতিয়া তাকে কৈ থাকি কি লাভ? ল'ৰাই বেয়া নাপাবনে?" ৰামপ্পাই সুন্দৰাক কথা শেষ কৰিবলৈ নিদিলে।

ইয়াত কৈ যদি কথা দহগুণ অধিক চোকাও হ'লহেঁতেন তথাপি তাত বেয়া পাব পৰা মানসিক অৱস্থা অনন্তৰ নাছিল। সি পোনতে পঢ়া-শুনাত মনপুতি লাগিবলৈ স্থিৰ কৰিলে। কিন্তু তাতো সফল নহ'ল। শেষত পৰীক্ষাত বহাৰ অনুমতিও সি নাপালে। সি স্কুললৈ যাবলৈ এৰি দিলে। ৰামপ্পাই যথাসাধ্য পৰিশ্ৰম কৰি এবাৰ আকৌ পৰীক্ষা দিবলৈ ক'লে। অনন্তই "গৰমৰ বন্ধৰ পিছত দিম বুলি কৈ মনে মনে থাকিল। পাছত গৰমৰ বন্ধ আহিল আৰু গ'ল। দেৱালীৰ ছুটীও পালেহি। কিন্তু অনন্ত স্কুললৈ নগ'ল। পঢ়া-শুনা আৰম্ভ নকৰিলে। ইচ্ছা গলে মাজে মাজে সি দুই তিনি ঘন্টামান, কেতিয়াবা পিতাকৰ দোকানত গৈ বহে নাইবা পথাৰৰ ফাললৈ ফুৰিবলৈ ওলাই যায়। তাতো ভাগৰ লাগিলে সি লগৰ লগীয়াৰ

ঘৰলৈ যায় আৰু তাচ নাইবা চৌগড় খেলি সময় কটায়। সেইবাৰ ৰামনৱমীৰ দিনা তাৰ সাত-আঠজন বন্ধু-বান্ধৱে লগ-লাগি চৌগড় খেলাৰ বন্দোবস্ত কৰিলে। সেই খেল কিন্তু তাৰ পিছতো সদায় চলিবলৈ ধৰিলে। সেইদৰে ৰাতি বাৰ-বজালৈ চৌগড় খেলি এদিন ৰাতি অনন্ত আহি ঘৰত শুই আছিল। পুৱালৈ শৰৎকালৰ চেঁচা বতাহ লাগি টোপনী ভাঙি যোৱাৰ পিছতো সি বিচনাতে ইকাটি-সিকাটিকৈ বাগৰি আছিল। টোপনীৰ আমেজে তাক এৰি যোৱা নাছিল। এটি জড়তাই তাক যেন আগুৰি ধৰিছিল। গতিকে সি আকৌ কাপোৰ এখন টানি লৈ শুবলৈ যত্ন কৰি আছিল। এনেতে তাৰ ভায়েক নাভিৰাজ লৰি লৰি আহিল আৰু আপ্লুত সুৰেৰে তাৰ কাণে কাণে ক'লে– "তেৰদালৰ নবৌজনীৰ বিধুতি হ'ল।" অনন্তই ভ্ৰু-কোঁচাই "আঁতৰ হ. কিহৰ চেলবেলাবলৈ আহিছ?" বুলি তাক ঢকিয়াই দিলে।

ওচৰতে বাহিৰত থিয়হৈ থকা সুন্দৰবাই তাকে দেখি মাত দিলে—"কেলেই অ'? কিহৰ ইমান ৰং দেখুৱাইছ? তোৰ ঘৈণীয়েৰাজনী লায়কৰ হোৱা শুনি মিঠাই খুৱাবলৈ এৰি চোন খঙহে দেখুৱালি?"

অনন্তই সেই কথাৰ কোনো প্ৰত্যুত্তৰ নিদিলে। হামি কাঢ়ি এঙামুৰি দি সি মুখ-হাত ধুবলৈ ভিতৰলৈ গ'ল। সুন্দৰাম্বাই কলে—"যা বাচা নাভু, দেকানৰপৰা পিতাৰক মাতি আনগৈ, কবি– তেৰদালৰ পৰা পুৰোহিত বাপু মিঠাই লৈ আহিছে।" এই বুলি কৈ তেৰদালৰপৰা অহা পুৰোহিত বাপুলৈ উভতি চাই সুধিলে– "কেতিয়া হৈছে? দিন-খেন ভালেই পাইছে নহয়, বাপু?"

"কালি পুৱা হৈছে। দিন খেন ভাল। পুৱা শুই উঠি দুয়ো-ভনীয়েক বাহিৰ ফুৰিবলৈ গৈছিল! তেতিয়াই হৈছে হ'ব পায়! উভতি আহি ইন্দিৰা একাষৰীয়াকৈ থিয় হৈ থকা দেখি ঘৰৰ মানুহে কথাটো গম পালে।"

এতিয়াও ছোৱালীৰ বয়স কম। কেনে পাৰিব কি কাপোৰ বা পিন্ধি আছিল?

"সেউজীয়া ৰঙৰ, পাৰি থকা শাড়ী পিন্ধি আছিল। সকলো ঠিকে-ঠাকে আছে, আইদেউ। সকলোৰে বৰ আনন্দ পাইছে।" বুলি কৈ পুৰোহিত বাপুৱে চোবাই থকা তামোলৰ পিক্ পেলাই আহিল।

তেওঁলোকে এতিয়া এসাজ খুৱাই-বুৱাই নিয়ম-কাৰণ ৰাখিবনে নাই?"

"খুৱাব, খুৱাব। আপোনালোকেতো বিয়াৰ সময়ত এৰাতিৰ ভিতৰতে খৰধৰ কৰিলে। তেৰদালৰ এই পুৰোহিত বাপুক একটিয়াকৈ থৈনো তেনে কাম হব পায়নে? নাগম্মাৰনো অভাৱ কিহৰ? নিশ্চয় খুৱাব।"

এনেতে ৰামপ্পা দোকানৰ পৰা আহি পাই পদুলিৰে পৰা মাত দিলে—"পুৰোহিত বাপু আহিল কেতিয়া?"

"এয়া, পুৱাৰ গাড়ীতে আহিলোঁ" বুলি উত্তৰ দি পুৰোহিত বাপুৱে ৰান্ধনীশালৰ ফালে ঘূৰি চাই ক'লে "বাকপাই মোক যাওঁতে এখেতক লগত লৈ যাবলৈ কৈছে। কিবা কিবি অলপ আলোচনা কৰিব আছে বোলে।"

ৰামপ্পাই ঘৈণীয়েকক সুধিলে। "বাপুক কিবা চাহ-তাহ খাবলৈ দিছানে? চাহ অলপ কৰা।"

"সেইবোৰ কিয় লাগিছে, এতিয়াই মই ষ্টেচনতে খাই আহিছোঁ।"

"খাই আহিল কি হ'ল ; আকৌ এবাৰ খাওক সংকোচ নকৰিব। আমাৰ ইয়াত অনবৰত চাহ সাজু হৈয়ে থাকে।"

সুন্দৰাম্বাই ততালিকে দুকাপ চাহ আনি দুয়োজনকে খাবলৈ দিলে।

পুৰোহিত বাপুই চাহৰ কাপটো হাতত লৈ ক'লে "মই সংকোচ কৰিলে হৈছে আৰু! সদায় কাৰোবাৰ নহয় কাৰোবাৰ ঘৰত খাবই লাগে। সংকোচ কৰিলে সদায় লঘোণে থাকিব লাগিব। প্ৰয়োজন হ'লে মই খুজিও খাওঁ।"

"অ', সেইটোনো কি কথা। আমাৰ ঘৰত পুৰাৰেপৰা অনবৰত আখাৰ ওপৰত চাহৰ পানী উতলিয়ে থাকে—এখেতৰ বাবে, ল'ৰাহঁতৰ বাবে মোৰ বাবে আৰু আপোনালোকৰ দৰে অহা-যোৱা কৰি থকা মানুহৰ বাবে।" সুন্দৰাম্বায়ে পুৰোহিত বাপুৰ কথাৰ উত্তৰ দিয়াৰ ছলতে নিজৰ ঘৰৰ বিষয়েও অলপ গৰ্ব্বৰ ভাব প্ৰকাশ কৰিলে।

ৰামপ্পাই চাহৰ পিয়লাত সোহা মাৰি উঠি সুধিলে। "অনন্ত উঠিল নে?" এনেতে অনন্ত বাহিৰলৈ ওলাই আহিল আৰু তাক দেখি ৰামপ্পাই কলে "যা চোন বোপা দোকানত ল'ৰাটো অকলে আছে। ময়ো,—এই গৈ আছোঁ।"

অনন্ত দোকানলৈ গ'ল। ৰামপ্পাই বোৱাৰীয়েক কেতিয়া বিধুতি হ'ল, দিন, খেন কেনে পাইছে আদি সকলো কথা সুধিলে। পুৰোহিত বাপুই আকৌ এবাৰ সকলো কথা সবিস্তাৰে জনালে। শেষত চাহৰ পিয়লাটো হাতৰ পৰা নমাই সুধিলে—"তেওঁলোকে খুওৱা-বুওৱাৰ নিয়ম ফেৰা কৰিবনে নাই?"

আপুনি এতিয়া এবাৰ তালৈ গ'লে আলাপ-আলোচনা কৰি সকলো কৰা হ'ব।"

"মইনো যাব লাগে কিয়? আয়োজন কৰিলেই হ'ল। অসুবিধানো কি আছে?

এইদৰে কথা-বতৰা পাতি-পাতি পুৰোহিত বাপুক লগত লৈয়েই ৰামপ্পা দোকানলৈ গ'ল। অনন্ত ঘৰলৈ উভতি আহিল আৰু গা-পা ধুই আনদিনাৰ দৰেই বন্ধু-বান্ধবৰ সৈতে দেখা সাক্ষাত কৰিবলৈ বাহিৰলৈ ওলাই গ'ল। এনেতে সন্মুখৰ ফালৰ পৰা তাৰ এজন বন্ধু আহি আগত ওলাল। সি হাতত কিবা এটা লৈ আহিছিল আৰু অনন্তই নেদেখাকৈ বস্তুটো পিঠিৰ ফালে লুকাই লৈ, ধৰি আছিল। তাকে দেখি অনন্তই সুধিলে—"তোমাৰ হাতত সেইটো কি?

সি সুধিবলৈহে পালে; বন্ধুজন বেগেৰে তাৰ ওচৰলৈ আগুৱাই আহিল আৰু তাৰ গাত ৰং এসোপা ঢালি দিলে; আৰু হাঁহিবলৈ ধৰিলে।

অনন্তই মূৰৰ টুপিটো খুলি সেইটো জোকাৰি জোকাৰি ক'লে—'তুমি এইবোৰ কি কৰিলা?"

"কি কৰিলোঁ? তুমি "পেৰা" খুৱাইছানে?"

"তোমালোক সকলোৱে "পেৰা" খাব খুজিছা,—কিন্তু……" বুলি অনন্তই কথা, আধা কোৱাতে বন্ধ কৰিলে।

অনন্তৰ মনৰ ভয় নুবুজাকৈয়ে বন্ধুজনে উচ্চস্বৰে হাঁহি হাঁহি কলে 'আমি "পেৰা" খাম আৰু তোমাৰ ঘৰলৈ ঘৈণীয়েৰা আহিব।"

"বৰ, ঘৈণীজনী আহিব!"

বন্ধুজনে কৌতুকেৰে ক'লে 'এতিয়াতো তেনেকৈ ক'বাই!'

"ইয়াত আৰু কিবা কথা আছে?"

"দুই চাৰিদিনতে সকলো বুজি পাম। কাইলৈ ঘৈণীয়েৰা আহক, ঘৰৰ পৰা যদি ওলোৱা মোৰ নাম নাই। এতিয়া আমাৰ চৌপড় খেলা দলটো আৰু ভাঙিল, জানিবা।"

সেইবোৰ পিছত গম পাবা। অনন্তই নিৰাশ মনেৰে ক'লে। তথাপিও তাৰ বন্ধুজনে আনন্দেৰে তাৰ হাতত ধৰি ক লে—"হৈছে হৈছে সেইবোৰ এৰা। এতিয়া ব'লা। এতিয়াৰেপৰা ঘৰত বহি থাকিব নালাগে।"

"এই ৰংসনা কাপোৰবোৰ বদলাই আহোঁ ৰ'বা।" "কি কাৰণে? মানুহেতো অলপ গম পাওক! নে, আন কাপোৰো নষ্ট কৰাব খুজিছা?

দুয়ো বন্ধু একেলগে যাবলৈ ধৰিলে। বাহিৰলৈ আহি দুৱাৰমুখৰ পৰা পুতেকৰ গাত ৰং চলা দেখিবলৈ পোৱা সুন্দৰাম্বাই মাত দিলে "অনন্ত খাবৰ সময় হৈছে অলপ সোনকালে আহিবি। পুৰোহিত বাপুক আলপৈচান ধৰিব লাগিব। "তেখেতো" বোধহয় বাপুৰ লগত তেৰদাললৈ যাব। তই ঘৰত নাথাকিলে খং কৰিব। ক'ৰবালৈ গৈ বহি নাথাকিবি। সোনকালে আহিবি।"

# 18

সিফালে তাৰা?

তাৰক্কাৰ শহুৰেকৰ পৰিয়ালৰ উপাধি 'অকিবাটে'। অকিবাটে অম্পন্না বিয়াৰ কাৰণে তিনিদিনৰ বাবে গাঁৱলৈ আহিছিল। বিয়ালৈ অহা ইষ্ট-কুটুম্ব সকল গুচি যোৱাৰ পিচত সিহঁতৰ পৰিয়ালৰ মানুহখিনি আকৌ বাগিছাৰ ঘৰলৈ গুচি গ'ল। জীয়েকৰ লগত কেইদিনমান থাকি ঘৰলৈ যাম বুলি ভাবি ৰত্নম্বাও হাৰোগেৰিতে ৰ'ল। তাই জীয়েকৰ ঘৰখন বৰ মৰমেৰে সজাই পৰাই দিলে আৰু জীয়েকক দুই

চাৰিটা ভাল উপদেশো দিলে। বোৱাৰীয়েকৰ ওপৰত যাতে ভালকৈ চকু ৰাখে তাৰ কাৰণে অম্মব্বাকো ৰত্নাই অনুৰোধ জনালে। তাৰক্কাৰ আগৰ শাহুৱেকজনীৰ আচৰণ ব্যৱহাৰৰ কথা কৈ অলপ নিন্দাও কৰিলে। তাৰ পাচত জোৱাঁয়েককো দুই চাৰি আষাৰ কথা কৈ নিজৰ গাওঁলৈ গুচি গ'ল।

এদিন আবেলি অম্মব্বাই বোৱাৰীয়েকক ওচৰত বহুৱাই লৈ ক'লে —"আই তয়েই এই ঘৰৰ মালিক! তইয়েই সকলোফালে চম্ভালিব লাগিব। ঘৰলৈ অহা শস্য-পাতি জাৰি ফুকি ভালকৈ ৰাখিব লাগিব। মই চকুৰে নমনো। তইহে ঘৰখন ঠন ধৰাই তুলিব লাগিব। পিচে মোৰ ল'ৰাটোৰে ঘৰৰ তিৰোতাই আন মতা মানুহৰ লগত কথা কোৱাটো পচন্দ নকৰে। কথা ইমানেই। খোৱা পিন্ধা একোৰে অভাৱ এইখন ঘৰত নাই।"

তাৰক্কাই অলপ হাঁহিলে। কিন্তু একো নক'লে। মাত্ৰ শাহুৱেকৰ ফালে অৰ্থ-পূৰ্ণভাৱে চাই থাকিল। শাহুৱেকে আৰু কৈ গ'ল—"আগৰ বোৱাৰীজনী বিপথ-গামী হ'ল, সেই কাৰণে মোৰ ল'ৰাটোৱে ইমান দিনে আকৌ বিয়া কৰোৱা নাছিল। তাই যদি ভালকৈ থাকিলহেঁতেন ইমানদিনে মই চাৰিটা পাঁচটা নাতি-নাতিনীৰ মুখ দেখিলোঁহেঁতেন।" আগতে খহটা যেন লগা শাহুৱেকৰ মাতটো যেন কোমল, কৰুণ হৈ পৰিল। শাহুৱেকৰ কথা শুনিবলৈ তাৰক্কাৰ মনতো কৌতূহল উপজিল। তাই শাহুৱেকৰ আৰু বেছি ওচৰ চাপি বহিল। অতি নম্ৰ সুৰেৰে তাই সুধিলে— "কিনো হৈছিল কওকচোন? সেই গৰাকী চুকাবৰ কিমান বছৰ হ'ল?" শাহুৱেকে নিঃসঙ্কোচে কবলৈ ধৰিলে। "তাই মৰিলনো ক'ত? মৰিলেতো শান্তি পালো-হেঁতেন! মোৰ ল'ৰাটোৱেও দ্বিতীয়বাৰ বিয়া কৰালেহেতেন। ওচৰৰ পৰমান্টী গাঁৱৰ ছোৱালী। ভাল ছোৱালী বুলি ভাবি, চাৰি-পাঁচ বছৰ ছোৱালী বিচাৰি আহি তাইক বিয়া কৰোৱাই দিছিলোঁ। তেতিয়া আমি গাঁৱতে থাকোঁ। সেই সময়ত লাঠুৱা সত্যটো মোৰ ল'ৰাটোৰ ওচৰলৈ বৰকৈ অহা-যোৱা কৰিছিল। ল'ৰাটোৰ আপোন বুলিবলৈ কোনো নাই, ময়ো ভাবিলোঁ সিয়েই তাৰ সহায় হ'ব। গতিকে তাক ভালকৈ খুওৱা-বুওৱা কৰিছিলোঁ। নাজানো সিয়েই লম্ভিলনে তায়েই লম্ভিল। ভগবানেহে জানে। সন্ধ্যাৰ সময়, নিজৰ চকুৰে নেদেখাকৈনো কেনেকৈ কওঁ! এদিন এটা ঘটনা ঘটিল। ল'ৰাটো বাগিছাৰ পৰা ঘৰলৈ আহি আছিল। ইফালৰপৰা তাই বাগিছালৈ জলপান লৈ যোৱাৰ বাটত সত্যৰ ঘৰত সোমাই বহি আছিল। সেই কথা গম পাই সি খঙতে জ্বলি পকি ঘৰ পালেহি। "তাইক আজি মাৰি পেলাম।" বুলি কৈ কুঠাৰখন হাতত লৈ ওলাই গ'ল। কি হৈছে সুধিলোঁ যদিও একো নক'লে। চাৰি ছয়জনমান মানুহে বুজাই বুজাই ভাগৰি পৰিল। সিদিনাই মই তাইক মাকৰ ঘৰত থৈ আহিলোঁ গৈ। সিদিনাৰপৰা তাই তাত আমি ইয়াত। এবছৰ পিচত তাইৰ মাক বাপেক আহি মোৰ হাতে ভৰিয়ে ধৰি

মোহুৰা [illegible] হিহা, কি হু মানুহে

বুজাই-বঢ়াই, দিয়াই দিলে। তিৰোতাৰ বস্তু ৰাখে কোনে? এতিয়া বোলে তাই "কুৰুণ্ডবাহু"ত কাৰোবাৰ লগত আছে।"

তাৰাই সুধিলে, "ল'ৰা-ছোৱালী হৈছিল নে?"

"তাইৰ ল'ৰা-ছোৱালী হব ক'ৰ পৰা। বিধুতি হবৰ এবছৰ নৌহওঁতেই তাই এই কেলেংকাৰীখন কৰিলে। ইয়াক দ্বিতীয়বাৰ বিয়া কৰাবলৈ কলোঁ যদিও সি মান্তি নহ'ল। বৰ জেদী ল'ৰা। বৰ আকোঁৰগোজ। মোৰ ল'ৰা সেইকাৰণে কোনোৱে একোকথা লুকাই নাৰাখে। দ্বিতীয়বাৰ বিয়াৰ কথা কলে সি খঙত একো নাই হৈ পৰে। মোৰ শাহু শহুৰৰ পুণ্যৰ বলতহে তোক পালোঁ। ভাই বন্ধুওতো আছে, সকলোৱে ঈৰ্ষাতে মৰে। সিহঁতে নিজে নিজে আগুৱাই আহি বন্দোৱস্ত কৰি দিব ক'ত, আমি ক'ৰবাত ঠিক কৰিলেও মনে মনে গৈ কথা লগাই ফুৰে। কব নোৱাৰো কিয় এইবাৰ কোনোৱেই গৈ তহঁতৰ ওচৰ চাপিব নোৱাৰিলে। সময়ো অৱশ্যে নাপালে। চাৰিদিনৰ ভিতৰতে কথাবাৰ্ত্তা বন্দোৱস্ত পকা হৈ বিয়া হৈ গ'ল।"

তাৰকাৰ কাৰণে এইটো এটা নতুন অভিজ্ঞতা আছিল। ছোৱালী নতুন ঘৰ এখনলৈ আহিলে বহুত নতুন নতুন কথাকে জানিবলৈ পায়। কোনো কোনো সময়ত কথাবোৰ ভালকৈ বুজি নোপোৱাৰ কাৰণে বহু বিষয়ত নানা ভুল ধাৰণা জন্মে আৰু ছোৱালীয়ে ভুল কৰি পেলায়। নানা প্ৰকাৰৰ ভুল ধাৰণাৰ বশৱৰ্ত্তী হৈ বহুত ছোৱালীৰ ফুলৰ নিচিনা জীৱন নষ্ট হৈ যায়। ঘৰলৈ যেতিয়া নতুন বোৱাৰী আহে তেতিয়া জ্যেষ্ঠজনে বোৱাৰীজনীক ঘৰৰ ৰীতি-নীতি আৰু পৰিয়ালৰ লোকসকলৰ ধৰণ-কৰণ, চাল-চলন আদিৰ সৈতে পৰিচিত কৰি দিয়া উচিত। গাঁৱত কিন্তু তেনে কৰাৰ নিয়ম নাই। সেই কাৰণে ছোৱালীয়ে পাঁচ-ছয় বছৰ ধৰি সুক্ষ্ম দৃষ্টিৰে চাৰিওফালে নিৰীক্ষণ কৰি শাহুৱেকৰ মুখলৈ চাই চাই কটাবলগীয়া হয়।

এই বিষয়ত তাৰকা নিজ বয়সীয়া আন ছোৱালীতকৈ অলপ বেছি সচেতন আছিল। সম্ভৱতঃ চিম্মখবাৰপৰা লাভ কৰা অভিজ্ঞতাই তাৰ কাৰণ। তথাপি এই নতুন স্বামীজনৰ আৰু কিছু কথা জানিবলৈ তাইৰ মন গ'ল। আৰু সুধিলে,

"আপুনিতো চকুৰে ভালকৈ নমনে, তেনেহলে ঘৰত ৰন্ধা-বঢ়া কৰিছিল কোনে?"

"মই কোনোমতে আন্দাজতে কিবা-কিবি বনাইছিলোঁ। ওচৰ চুবুৰীয়া মানুহেও কেতিয়াবা ৰুটি দুখনকে সেঁকি দিছিল। নহলে কেতিয়াবা সি নিজেও কৰি লৈছিল। পিচে সি বেছি ভাগেই এই বাগানতনো আছিল ক'ত?"

তাৰকাই মাজতে প্ৰশ্ন কৰিলে—"বাগিছাত নাছিল যদি ক'ত আছিল?"

"দিনে ৰাতি গাঁৱতে ঘূৰি ফুৰিছিল। ঘৰৰ ফালেনো তাৰ মনোযোগ আছিল

ক'ত? কেতিয়াবা কেতিয়াবা খাবলৈ বাগিছালৈ আহিছিল, নহ'লে কেবাদিনো ধৰি তাৰ কোনো খা-খবৰেই নাছিল। মই বাট চাই চাই মৰি যাওঁ যেন পাইছিলোঁ।"

তাৰকাই অনুমান কৰিলে যে শাহুৱেকে কিবা কথা গোপন কৰিছে। পুখুৰীৰ পানী পৰিষ্কাৰ যেন দেখা গ'লেও তলত গেদ আছে নে নাই চাবলৈ শিলৰ টুকুৰা এটা যেনেকৈ পেলাই দি চোৱা হয় তেনে মনোভাৱেৰে তাৰকাই এইবাৰ সুধিলে— "তেওঁ খাইছিল ক'ত?"

"তাক খাবলৈ দিয়া মানুহৰ কিবা অভাৱনে?" ইয়াকে কৈ অম্মৰাই সেই প্ৰসংগৰ তাতেই ওৰ পেলালে। আৰু জিভাত কামুৰি ধৰিলে। বোধহয় এন্ধাৰৰ কাৰণে তাৰকাই নেদেখিলে।

নতুনকৈ বিয়া কৰোৱাৰ পিচত অম্পন্নাই বাগিছাৰ কাম কাজলৈ মনযোগ দিলে। সদায়ে সি চাকৰৰ লগত কামে কামে লাগি থাকিল। গাঁৱৰ ফাললৈ যাবলৈ এৰিলে। এজন কামকৰা মানুহক বিদায় দিলে আৰু তাৰ ঠাইত নিজে কাম কৰিবলৈ ধৰিলে। ঘৰৰ আৱশ্যকীয় বয়-বস্তুবোৰ গাঁৱলৈ যোৱা চাকৰ-বাকৰৰ মাৰফতে কিনাই অনাবলৈ ধৰিলে। কিছুদিনৰ পৰা সি চাহ খাবলৈ এৰি দিছিল, কিন্তু তাৰকাই চাহ খায় কাৰণে চাহপাত আৰু চেনি কিনাই আনি ঘৰত থৈ দিছিল। আজিকালি সি দুয়োবেলা সময়মতেই খাবলৈ ঘৰলৈ আহিবলৈ আৰম্ভ কৰিছিল। মাজে মাজে কাম কৰিব এৰিও আহি ঘৰ পাইছিলহি আৰু ঘৈণীয়েকৰ সৈতে ধেমালি-ধুমুলা কৰি আকৌ কামলৈ গৈছিল। তাৰকাইও গিৰিয়েকৰ মন যোগাই হাঁহিছিল আৰু কথা-বতৰা কৈছিল। কেতিয়াবা কেতিয়াবা অম্পন্নাই তাৰ মাকক কৈছিল—"তুমি আজি কালি জুহালৰ ওচৰলৈ নাযাবা। তুমি তালৈ গৈ মিছাতে বয়-বস্তু বগৰাই পেলোৱা। তুমি ইয়াতে বহি থাকি বোৱাৰীয়েৰাই কেনেকৈনো ঘৰ চম্ভালে চাই থাকা।"

"এৰাতো বোপাই, তোৰে পুণ্যৰ ফল। ইমানদিন বাট চোৱাৰ পিচত ভাল ছোৱালী এজনী পাইছ। এতিয়া মইনো কিয় জুহাললৈ যাব লাগে। বোৱাৰীয়ে তিনিবেলা যি খাবলৈ দিয়ে তাকে খাই জিৰানি লৈ বহি থাকিম।"

ঘৰত দুটাকৈ চাকৰ। বাৰমাহে বাগিছাত কাম থাকে। গতিকে কাম কৰা মানুহৰ প্ৰয়োজন হৈয়েই থাকে। সেই কাৰণে তাৰকাই পাচ-ছয়জনমান মানুহৰ কাৰণে ৰন্ধা-বঢ়া কৰিবই লাগে। ইয়াৰ আগতে চাকৰে নিজৰ নিজৰ ঘৰত খাইছিল। সেইবাবে সিহঁতক দৰমহা বেছিকৈ দিবলগীয়া হৈছিল। অকল সেয়েই নহয়। ঘৰলৈ খাবলৈ গ'লে ইফালে কামো বন্ধ হৈছিল। এইবোৰ জঞ্জালৰ পৰা হাত সাৰিবলৈ অম্পন্নাই নিজৰ ঘৰতে চাকৰবোৰৰ খোৱাৰ ব্যৱস্থা কৰিছিল। এই মানুহবোৰৰ কাৰণে ৰন্ধা-বঢ়া, গৰু-ম'হবিলাক চোৱা-চিতা কৰা আদি কামবোৰৰ মাজত তাৰকাৰ সময়ৰ প্ৰতি কোনো লক্ষ্যই নাথাকিছিল। ইয়ালৈ অহাৰ পিছত তাৰকাই ম'হৰ গাখীৰ খিৰাবলৈও

শিকিছিল। চাৰি-পাঁচদিন ইয়াত কটায়েই তাই বুজিব পাৰিছিল যে বন্ধু-বান্ধৱবিলাকক তাইৰ গিৰিয়েকে বেছি ভাল নাপায়। গতিকে সেইবোৰৰ লগত তাই বৰ কম কথা কৈছিল। যিখিনি কৈছিল, সেইখিনি অৱশ্যে মৌঠামুখীয়াভাৱে কৈছিল। আৰম্ভনিতে চাকৰ-বাকৰবোৰ ঘৰৰ চৌহদ পৰ্যন্তহে আহিছিল আৰু চোতালতে খাবলৈ বহিছিল। মাত্ৰ অপ্পন্নাইহে ভিতৰত খাইছিল। পোনতে অপ্পন্নাই সিহঁতক কৈছিল "বাহিৰত কিয় বহিছ? ভিতৰলৈ নাহ কেলেই?" তেতিয়া চাকৰ বাকৰবোৰে ইজনে-সিজনৰ মুখলৈ চাই মনে মনে হাঁহিছিল আৰু ফুটাই কৈছিল "ভিতৰলৈ কিয় যাব লাগে? ইয়াতে হ'ব।"

সিহঁতে হঁহা-হাঁহি কৰাটো অনুমান কৰি তাতে বহি থকা অম্মব্বাই সুধিছিল— "তহঁতে হাঁহিছ কেলেই?"

হাঁহি থকা এজনেই উলটি প্ৰশ্ন কৰিছিল—"হঁহাতো নাই! আপুনি ক'তনো দেখিলে যে আমি হাঁহিছোঁ?"

"শাহুৱেকে চকুৰে দেখা নাপায় বুলি জানি বোৱাৰীয়েকে যদি কিবা কৰে……" আধা কোৱাকৈ চাকৰটোৱে কথাষাৰ সিমানতে সামৰিলে। আন এজনে সকলোৱেনো তেনেনে?" বুলি কৈ দাঁতেৰে জিভা কামুৰি কথা বন্ধ কৰিলে। সিহঁতে এনে কৌশলেৰে কথা কৈছিল যে যাতে সিহঁতৰ কথা ওচৰৰ আন মানুহে বুজি নাপায়। কিন্তু তাৰক্কাই সকলো বুজিও নুবুজাৰ ভাও জুৰি হাঁহিমুখে সকলোকে খাবলৈ দিছিল। তাইৰ সেই হাঁহি স্বাভাৱিক হাঁহি বুলিয়েই সকলোৱে ভাবিছিল।

তাৰক্কাই তাইৰ নিজৰ বাবে আৰু চাকৰ-বাকৰৰ কাৰণে বেলেগ বেলেগ ৰন্ধা-বঢ়া নকৰিছিল। সকলোৱে একেধৰণৰ খাদ্যকে খাবলৈ পাইছিল। সিহঁতৰ খাৱন-দাৱন কিছুদিনলৈ লক্ষ্য কৰি অপ্পন্নাৰ ধাৰণা হৈছিল যে সম্ভৱ তাৰক্কাই চাকৰ-বাকৰৰ কাৰণে কেনেকৈ ৰান্ধিব লাগে নাজানে। গতিকে এদিন ঘৈণীয়েকক ইংগিতেৰে ক'লে—সিহঁতৰ কাৰণে বেলেগ ধৰণে ৰান্ধিব লাগে। আমি যি খাওঁ তাকে যদি সিহঁতক দিয়া হয় তেনেহ'লেনো কেনেকৈ হব? পেট্‌ভৰা মটহা বস্তু আৰু দৈৰ ঘোল সিহঁতক দিবা। পৰিশ্ৰম কৰি আহে বেচেৰাহঁত। ভাতমুঠিৰে পেট ভৰে কেনেকৈ?" কিন্তু তাৰক্কাই আগে যেনেকৈ ৰন্ধা-বঢ়া কৰিছিল তেনেকৈয়ে কৰি থাকিল। বেলেগকৈ ৰন্ধা-বঢ়া কৰিবলৈ তাই যে কিবা বেজাৰ পায় সেইটো নহয়। কিন্তু তাই ভাবিছিল যে মৰিলেনো কি সম্পদ কোনে লৈ যাব? চাকৰৰ বাবে বেলেগ গিৰিহঁতৰ বাবে বেলেগ এনেকৈ বিভেদমূলক আচৰণ কৰি তাইনো পাপ আৰ্জে কিয়? সকলোকে সমান চকুৰে চাব লাগে। যিমান দিনলৈ জীয়াই থাকে সিমান দিনে মানুহে আনৰ মুখত নিজৰ সদ্‌নাম শুনিব লাগে আৰু তাকে লৈয়ে এই সংসাৰ এৰি যাব লাগে। গতিকে তাই গিৰিয়েকৰ কথালৈ কাণ নিদিলে। অপ্পন্নাইও ঘৰৰ বাবে আৱশ্যকীয় সকলো বস্তুৰে যোগাৰ ধৰি থাকিল। সি তাৰ দ্বিতীয় ঘৈণীয়েকৰ মনত দুখ দিবলৈ ইচ্ছা নকৰিলে।

এদিন ৰাতিপুৱা তাৰক্কাই ভিতৰত ৰন্ধা-বঢ়া কৰি আছিল। সিদ্ধা নামৰ চাকৰ-টোৱে কুৱাঁৰ পৰা ঢেকীৰে পানী তুলি আছিল। এনেতে পাঁচ-ছয় বছৰীয়া ছোৱালী এজনী আহি ভিতৰৰ কোঠাত সোমাবলৈ গ'ল। ছোৱালীজনীৰ ভৰিৰ শব্দ শুনি তাৰক্কাই মুখ ঘূৰাই সিফালে চাওঁতেই শুনিলে ছোৱালীজনীক কোনোবাই কৈছে —"ভিতৰত তোৰ বাপেৰ নাই যা।"

ছোৱালীজনী ঠাইতে থমকি ৰৈ সুধিলে—"তেনেহলে ক'লৈ গৈছে।" তাইৰ মাতটো বৰ মৰম লগা।

"ক'ৰবাত সেই পথাৰৰ আগফালে আছে। পিছে কিয় আহিলি? তোৰ মাৰাও আহিছে নেকি?"

এনেতে কুৱাঁৰ পৰা পানী তুলি থকা সিদ্ধাই ঢেকী দিবলৈ এৰি ক'লে—"তাইৰ মাক ইয়ালৈ কিয় আহিব? সৰু ছোৱালীজনী কাৰ লগতনো আহিছে?"

"কাৰোবাৰ লগত আহিছে হবপায়!"

"ছোৱালীজনীকনো এনেকৈ পঠিয়ায় নে?" বুলি কৈ ভিতৰলৈ আহিবলৈ ধৰা তাৰক্কাৰ পেহী শাহুৱেকে ধেমালিৰ সুৰত ক'লে—"তাৰা চাচোন তোৰ জীয়েৰ এজনী আহিছে।"

তাৰক্কাই ঠিক বুজিব নোৱাৰিলে, কথাষাৰ তাইৰ পৰা এতিয়ালৈকে লুকাই যোৱা এটি সত্য, নে পেহীশাহুৱেকে কৰা এটি নিৰ্দ্দোষ ধেমালি? বাহিৰত চলি থকা কথা-বাৰ্তাবোৰ শুনি আচৰিত হৈ তাই সুধিলে—"কাৰ জীয়েক?"

"তোৰেই বাচা। তই বোধকৰোঁ এতিয়ালৈকে কথাটো গমেই পোৱা নাই?" তাৰক্কা কিছুসময় মনে মনে থাকিল। যেতিয়াৰেপৰা তাই এইখন ঘৰলৈ আহিছে, তেতিয়াৰেপৰা নিতৌ তাইৰ গিৰিয়েকৰ বিষয়ে আৰু ঘৰখনৰ বিষয়ে এটা নহয় এটা নতুন নতুন কথা শুনিবই লাগিছে। গতিকে তাই যি কোনো নতুন প্ৰসংগ আহি উপস্থিত হলেই নিৰ্ব্বিকাৰ ভাবে আনন্দ মনেৰে তাক মানি লবলৈ আৰম্ভ কৰিছিল। তাৰ বাহিৰে তাইৰ আন কোনো উপায়ো নাছিল।

"ভালেই। জী হ'ল বুলিনো কিবা মোৰ কান্ধত উঠিবনে?" তাই পেহীশাহুৱেকক উত্তৰ দিলে।

পেহীশাহুৱেকে তেতিয়া বুজিলে যে ছোৱালীজনীৰ বিষয়ে একো নাজানিহে তাই তেনেকৈ কৈছে। গতিকে তাই ক'লে—"আমি সপোনতো ভবা নাছিলোঁ যে অপুই আকৌ দ্বিতীয়বাৰ বিয়া কৰাব। ল'ৰাই কথা নাৰাখে বুলি ভাবি মাকেও আশা এৰি দিছিল।"

তাৰাই সুধিলে—"কিয়?"

পেহীশাহুৱেকে তেনে প্ৰশ্নকেই আশা কৰিছিল। ক'বলৈ আৰম্ভ কৰি দিলে—"গাঁৱত এজনী তিৰোতা ৰাখিছে। তাইৰ নাম "সোণা" বেটী কুলক্ষণীৰ কাৰণেই তাৰ নাৰোঁ বুৰো বুৰো হ'ল। গাঁৱৰ মানুহ কিছুমানৰ লগতো শত্ৰুতা বাঢ়িল।

অপ্পন্না নিজেও উটনুৱা হ'ল। তাইৰ খা-খৰচ চম্ভালিবলৈ গৈ সি বেয়া হৈ যাবলৈ ধৰিলে। উপাৰ্জনৰ ধন আটাইখিনিয়েই ডাক্তৰৰ জেপত গৈ সোমোৱাত পৰিল। তথাপিও দ্বিতীয়বাৰ বিয়া কৰোৱাৰ কথালৈ মন নিদিলে। নাজানো এতিয়া কেনেকৈ বুদ্ধি খুলিলে। তোক দেখা পায়ে বিয়া কৰাবলৈ মান্তি হ'ল। এতিয়াতো আৰু সেইজনীৰ ওচৰলৈ নাযায় নহয়নে?"

তাৰকাই শান্ত সুৰেৰে ক'লে—"নাজানো। ভাগ্যত যি লিখা আছে, তাকেহে হয়। আন যদি কোনোবা আছে সুখেৰে থাকক।"

তাৰকাৰ কথা শুনি পেহীশাহুৰেক বিবুদ্ধি হ'ল। তাই ইয়াকে ভাবিহে সেই বিষ ঢালিছিলহি যে ঘৰখন ভাগিলে ভাগক। তাৰকাৰ কথা শুনি তাইৰ ভবা কথা ভবাতে থাকিল। গতিকে অলপ বিদ্ৰূপৰ সুৰত তাই ক'লে—"এতিয়াতো তেনেকৈ ক'বই লাগিব। খোৱা বস্তু হাতৰপৰা পৰি গ'লে তাক বুটলি লৈ চফা কৰি খাবই লাগিব।"

"ইমানদিনে এই বাগিছাত "সোণা"ৰেই ৰাজত্ব আছিল। সেই কালনাগিনীয়েতো আমাৰ আটাইকে দূৰলৈ খেদি পঠিয়াইছিল। কি যে প্ৰতাপ আছিল তাইৰ! এতিয়া আছে ক'ৰবাত মুখ লুকাই পৰি।"

মুখ লুকাই থাকিব লাগে কিয়? অহা-যোৱা কৰি থকা উচিত তাই।"

"তোৰনো হ'ল কি? বলিয়া হলিনে? তোক বিয়া কৰোৱাৰ ফলত এই ঘৰখন সচল হৈছে। সি এতিয়াও কিয় তাইৰ ঘৰলৈ যাব লাগে। এইখন ঘৰৰ লগত তাইৰ কি সকাম? লাহেকৈ আমাৰ ল'ৰাটিক ফুচুলাই এখন হালৰ জোখাৰে মাটি নিজৰ নামত লিখাই ল'ব খোজে।"

"এওঁ যদি তাইক ইমানেই বিচাৰে তেনেহলে তাইৰ কাৰণে সেইখিনিও কৰিব নালাগে জানো? তাইকো এটা আশ্ৰয় লাগে নে নালাগে? এই মতা মানুহবোৰৰ কিহৰ ভৰসা? তাই জানো এতিয়া আকৌ বিয়া কৰাব পাৰে? সাত-আঠ বছৰ ধৰি এওঁ তাইৰ লগত কটাইছে।"

তাৰকাৰ এই কথাবোৰলৈ পেহী শাহুৰেকে মনোযোগ নিদিলে। তাই নিজেহে ক'বলৈ ধৰিলে—"এৰা, তাই সকলোবোৰ হেৰাইছে বুলি জানিয়েইতো এনেখন কৰিবলৈ ধৰিছে। কালি কোনোবা এজনক পঠিয়াই মাতিছিল, কিন্তু অপ্পু নগ'ল। তোৰ লগত বিয়া হোৱাৰ পিছৰে পৰা সি সেইমুৱা হোৱাই নাই। তোক সেই তেতিয়া চাই অহাৰ পিছতে এবাৰ দুৱোটাৰে উখনা-উখনি লাগিছিল। অপ্পুই কৈ দিছিল—তোতকৈও ধুনীয়া তিৰোতা এজনী লৈ আহিব পাৰো! তেতিয়াৰে পৰা সি এইজনীৰ মুখলৈ চোৱা নাই।" এনেতে দূৰত অম্মৱাক আহি থকা দেখি পেহীশাহুৰেক তাৰপৰা আঁতৰি যাবলৈ আৰম্ভ কৰিলে।

ইমানতে সিদ্ধা নামৰ চাকৰটোৱেও মাত দিলে—"ক'ত আমাৰ আইদেউৰ ৰূপ আৰু ক'ত তাই? একো তুলনাই নহয়।"

"তাইনো কেতিয়াবা সুন্দৰী আছিল নে? তোৰ মালিকৰ লগত থাকোঁতে তাইৰ একোৰে অভাৱ নহৈছিল। এতিয়া তাইৰ সেইটো নোহোৱা হ'ল। বয়সো বেছি হ'ল। কিছুদিন তাই পুণাৰফালে আছিলগৈ। সেইফালে বহুতকে জৰ্জৰিয়া কৰি আকৌ ইয়ালৈ আহিছে। ইয়াৰ মানুহকো নাশ কৰিছে। নাজানো কি ভুলৰ ফলত কেনেকৈ যে এইজনী ছোৱালীৰ জন্ম হ'ল?" "তেনেহলে খুৰীদেউ তুমি ভাবা নেকি যে ছোৱালীজনী এওঁৰো হব পাৰে?" সিদ্ধাই প্ৰমাণ কৰিব খুজিলে যে সি সকলো কথা জানে। তাৰক্কাৰ আগত নক'বলৈ দিয়া ইংগিত সি বুজি নাপালে। "আমাৰ মালিকৰনো ছোৱালী হ'ব কেনেকৈ?" সি ক্ৰমে সৰু সৰু মাতেৰে হ'লেও ক'ব খোজাখিনি কৈহে এৰিলে। অম্মব্বাৰ হাতত ধৰি আহি থকা সৰু ছোৱালীজনীক দেখা পোৱাৰ লগে লগে প্ৰসংগ সলনি কৰিবলৈকে তাৰক্কাৰ পেহীশাহুৱেকে সুধিলে—"এই অকমানিজনী কলৈ গৈছিলি?"

সমুখলৈ চাই সিদ্ধাই কলে— "আইতাকৰ হাতত ধৰি আহিছে।

তাৰক্কাই সকলো কথা গম পালে। মনে মনে তাই গোটেই পুৰুষ জাতিটোকে নিন্দা কৰিলে। কিন্তু মুখ ফুটাই একো নক'লে। যেনেদৰে আছিল তেনেকৈয়ে থাকিল। এদিনাখন তাইৰ পিতাক মল্লপ্পাই তাইক নিবলৈ আহিল। সি জোৱাঁয়েকক সুধিলে, "কেইদিনমানৰ কাৰণে তাইক লৈ যাওঁ নে?" অপ্পন্নাই তাৰক্কাৰ সমুখতে, তাইৰ ফাললৈ চাই ক'লে "তেওঁকে সোধক। যায় যদি লৈ যাওক।" গিৰীয়েকৰ মনোভাৱ বুজি পাই তাৰক্কাই ক'লে "পিতাই, ঘৰত ৰন্ধা-বঢ়া কৰিব লাগে, শাহুআইয়ে চকুৰে ভালকৈ নমনে। তাৰ বাহিৰেও দুই তিনিজন চাকৰে ইয়াতেই খোৱা-বোৱা কৰে।"

মল্লই হাঁহিলে আৰু মনতে ভাবিলে—"বুজিছোঁ ছোৱালীৰ এতিয়া ঘৰ গৃহস্থালীত মন বহিছে। উভতি গৈ সি ঘৈণীয়েকক ক'লে, "এতিয়া তাই আহিব কেনেকৈ? গৃহস্থালীৰ আনন্দৰ সোৱাদ পাইছে। ঘৰত গৰু-ম'হ আছে। গাখীৰ, দৈ আদি চোৱা-চিতা কৰিব লাগে। চাকৰ-বাকৰ আছে। তাই এতিয়া আহে কেনেকৈ?" ৰত্নব্বাই জীয়েক নহা কাৰণে দুখ পাওক চাৰি, তাইৰ সুখী গৃহস্থালীৰ সংবাদ পাই অধিক সুখী হৈ ক'লে, "নাহিল যদি কথা নাই। আমিয়ে কিছু খোৱা-বোৱা বস্তু লৈ গৈ তাইক চাই আহিম।"

কেইদিনমান পিচত তাৰক্কাক তাইৰে ছোৱালী বুলি পেহীশাহুৱেকে চিনাকি কৰি দিয়া ছোৱালীজনী বাগিছালৈ আহিছিল। নাম তাইৰ চম্পা। তাৰক্কাই তাইক মাতি নি তাইৰ পিতাক মল্লই চন্দুৰৰ পৰা অনা লাৰু খাবলৈ দিলে, কিন্তু ছোৱালীজনীয়ে সেই লাৰু নাখালে। এনেয়ে হাতত লৈ থিয় দি থাকিল। তাৰক্কাই দুবাৰো তাইক লাৰু খাবলৈ ক'লে কিন্তু তাই নাখালে। তাৰক্কাই খাবলৈ জোৰ কৰাত চম্পাই উপায় নাপাই ক'লে "ঘৰলৈ লৈ যাম।"

তাৰাই ক'লে—"ঘৰলৈ নিবলৈ আৰু দিম। এই দুটা তই খা।" ছোৱালী-জনীয়ে কিন্তু তেতিয়াও নাখালে। ওচৰতে বহি থকা অম্মৱাই তেতিয়া মাত দিলে, "তাইৰ মাকে খাবলৈ হাক দিছে হ'ব পায়? সেইকাৰণে তাই খোৱা নাই।" এই বুলি কৈ চম্পাক ওচৰলৈ নি তাই আকৌ সুধিলে, "তোৰ মাৰাই তোক আমাৰ ইয়াত কিবা খাবলৈ হাক দিছে নেকি?" মূৰ জোকাৰি ছোৱালীজনীয়ে উত্তৰ দিলে, 'ওঁহো, নাই দিয়া।"

তাৰা আগুৱাই আহি সুধিলে—"তেনেহলে নাখাব কিয়?" ছোৱালীজনী মনে মনে থিয় হৈ থাকিল। তাৰাই কিবা এটা ভাবি অলপ ৰৈ কলে, "মই দিয়া বস্তু খাবলৈ হাক দিছে নেকি?"

"ও" বুলি কৈ তাই মূৰ দুপিয়ালে। তাৰক্কাৰ অলপ দুখ লাগিল। চকুপানী ওলাই আহিল।

তাইৰ মনলৈ বাৰে বাৰে এই ভাব আহিবলৈ ধৰিলে যে, এই এধানমানি ছোৱালী-জনীক বিষ দি তাই কেনেকৈ ইহজনমত পাপৰ হাত সাৰিব? এই একেটি ভাবেই তিনি চাৰিদিনলৈকে তাইৰ মনৰ মাজত ঘূৰি থাকিল। সেই তিৰোতাজনীৰ মনৰ পৰা এনে এটি সন্দেহৰ ভাব কেনেকৈ আঁতৰাব পাৰি তাকে তাই ভাবিবলৈ ধৰিলে। তাই দেখোন ছোৱালীজনীক চেনেহৰ চকুৰেই চাইছে?

আজি কালি অম্পন্নাই বাগিছাত অতি পৰিশ্ৰম কৰে। ওৰে দিনটো বেছিকৈ পৰিশ্ৰম কৰে কাৰণেই সি সোনকালে ঘৰলৈ উভতি আহে। সি খাই-বৈ উঠে মানে তাৰক্কাই তাৰ বাবে বিচনা পাৰি দিয়ে। তাৰ আগতেই বাহিৰৰ চোতালত খাট পাৰি শাহুৱেকৰ কাৰণেও বিচনা পাৰি থয়। অম্মৱাই সূৰ্য্য অস্ত যায় মানে গধূলিৰ খাবলগীয়া সাজ খাই তাতে বাগৰ দিয়ে। তাৰক্কাই ঘৰৰ কাম কাজ শেষ কৰি গিৰিয়েকৰ কাষতে শুই পৰে। এইয়ে তাইৰ দৈনন্দিন কামৰ খতিয়ান। যিদিনা বৰ ভাগৰ লাগে সিদিনা তাই আৰু গিৰিয়েকক মাত বোল নকৰে। তাই অহালৈ যদি গিৰিয়েক সাৰে থাকে তেন্তে কিতিয়াবা কেতিয়াবা মৰমেৰে কথা-বতৰা কৈ গিৰিয়েকে তাইক ভৰি পিটিকি দিবলৈ কয়। কিয় জানো, অতি অন্তৰংগ ভাবে তাইৰ লগত কথা কবলৈ গিৰিয়েকে সংকোচ কৰে। কেতিয়াবা ভৰি পিটিকি থকা তাৰক্কাৰ প্ৰতি এনেদৰে কৈ অম্পন্নাই নিজৰ অন্তৰৰ প্ৰেমৰ সহাঁৰি যাচে—"ছয়-সাত বছৰ বাট চোৱাৰ ফল ভালেই হৈছে।"

ভৰি পিটিকি থকা তাৰক্কাই উত্তৰ দিয়ে "ভালেই হৈছে নহয়নে?"

"তুমি যেতিয়ালৈকে অহা নাছিলা; তেতিয়ালৈকে এই বাগিছাত এঘণ্টা সময়ো মোৰ মনত এবছৰ যেন লাগিছিল।"

গিৰিয়েকৰ চাল-চলনৰ বিষয়ে চিন্তা কৰি তাৰক্কাৰ মনত ঘৃণা উপজিছিল যদিও, ওঁঠত তাই মিচিকি হাঁহি জিলিকাই ৰাখিছিল। এদিন তাইৰ মিচিকি হাঁহিটোলৈ চাই গিৰিয়েকে ক'লে—"সেই চম্পা নামৰ ছোৱালীজনী এনে সুন্দৰ। দেখিলেই

বৰ মৰম লাগে। ছোৱালীজনী বৰ তৎপৰ। তাইৰ মাকে হাক দিলেও তাই ইয়ালৈ লৰি লৰি আহে।" সি আৰু কিবা কব খুজিও সংকোচবশতঃ মনে মনে থাকিল।

সেই সংকোচৰ মনোভাবলৈ লক্ষ্য কৰি তাৰকাই ক'লে—"মই জানো, সেইজনী আপোনাৰে ছোৱালী।"

"গম নোপোৱাকৈনো থাকিবা কেনেকৈ? আজি নহ'লে কাইলৈ জানিলাইহেঁতেন। ঘাগৰীৰ মুখ বন্ধ কৰি থব পাৰি কিন্তু মুখ জানো কেতিয়াবা সোপা দি ৰাখিব পাৰি?" অলপ ৰৈ সি আকৌ ক'লে—"সোণীয়া অতি সুন্দৰী তিৰোতা। এই ছোৱালীজনীও তেনে ধুনীয়া।"

তাৰকা গিৰিয়েকৰ আৰু বেছি ওচৰ চাপি গ'ল আৰু ক'লা সাপ এডালৰ নিচিনা তাৰ হাতখন লিৰিকি বিদাৰি উপৰুৱা ভাবে ক'লে—"কিনো হ'ব বাৰু?" তাইকো অহা-যোৱা কৰি থাকিবলৈ দিয়ক। ইয়ালৈ আহিবলৈ কৈ পঠাওক।"

"সেইটো কেনেকৈ সম্ভবপৰ? তুমি কিয় তেনেকৈ ভাবা? তোমাৰ জানো ভাল লাগিব?" প্ৰাৰ্থনাসূচক সুৰেৰে সুধিলে অম্পন্নাই।

"কিয় ভাল নালাগিব? আপোনাৰ যিটো ভাল লাগে সেইটো মোৰ ভাল নালাগিব কিয়?"

"তেনেহলে কাইলৈ মাতি পঠিয়াম নেকি? শুনিছোঁ কালি হেনো সিদ্ধাৰ আগত কান্দিছে।"

"কাইলৈ পুৱা উঠিয়েই সিদ্ধাক পঠিয়াই দিব নাইবা আপুনিয়ে নিজে গৈ লৈ আহিব!" লগে লগে অম্পন্নাই তাৰকাক ওচৰলৈ টানি আনিলে আৰু জোৰেৰে সাৱটি ধৰিলে। তাইৰ মূৰত মৰমেৰে হাত বুলাই বুলাই সি ক'বলৈ ধৰিলে "তোমাৰ দৰে এনে উদাৰ অন্তৰৰ তিৰোতা মই ক'তো দেখা নাই। ভাগ্য গুণেহে এনে তিৰোতা পোৱা যায়।" ইয়াকে কৈ সি তাৰকাক এৰি দিলে আৰু অলপ পিছুৱাই গ'ল। ঠিক নাই তাৰ মনৰ মাজেৰে কি ভাব অহা-যোৱা কৰিবলৈ ধৰিলে! অলপ পিছতে আকৌ ওচৰ চাপি আহি সি ক'লে- "তাই তোমাৰ দৰে ভাল তিৰোতা নহয়।" কথাষাৰ কোৱাৰ লগে লগে তাৰ চকু দুটা অলপ ৰঙা পৰি উঠিল, ওঁঠ কঁপিবলৈ ধৰিলে। মনৰ মাজতে সি ভোৰভোৰাই গ'ল—"মই যেতিয়া এওঁক বিয়া কৰোৱাৰ কথা কওঁ তেতিয়া তাই কেনেকৈ কাজিয়া কৰিছিল। তাইৰ কথা যদি শুনিলো-হেঁতেন এওঁক জানো মই পালোহেঁতেন?" এই বুলি সি আকৌ তাৰকাক জোৰেৰে সাৱটি ধৰিলে। সেইদৰে সাৱটা-সাৱটিকৈ থাকিয়েই সি ভাবিলে—"তোৰ ঘৰখন নাশ হওক" বোলা তিৰোতাজনীক লৈ আহিমনে বাৰু? অথচ, এইজনীয়ে মোক কিমান মৰমেৰে ব্যৱহাৰ কৰিছে! আগলৈও জানো এনেকৈয়ে মৰম কৰিব?"--ভাবি ভাবি সি তাৰকাৰ কাণৰ কাষলৈ তাৰ মুখখন ওচৰ চপাই নিলে। ইমান পৰে

তাৰক্কাৰ চকু জাপ খাই আহিছিল, সেইবাবে তাই নীৰৱে ৰ'ল। অপন্নাই ভাবিলে—"মই এতিয়া তাইক নানো।" এনেতে তাৰক্কাৰ তন্দ্ৰা ভাঙিল আৰু তাই গিৰিয়েকক সুধিলে—"আপুনি কিয় ইমানদিনে বিয়া নকৰোৱাকৈ আছিল?"

"এৰা, মই বিয়া কৰাব খোজা নাছিলোঁ। তিৰোতাক বিশ্বাস কৰিব নোৱাৰি। প্ৰথমজনী ঘৈণীক মই কিমান আদৰ কৰি ৰাখিছিলোঁ। দহ তোলা সোণৰ গহনাৰে তাইৰ গাটো ঢাকি দিছিলোঁ। শৰীৰত সূৰ্য্যৰ তাপো লাগিব দিয়া নাছিলোঁ। যিহকে নোকোৱা তিৰোতা কেতিয়াও বিশ্বাসযোগ্যা নহয়।"

গিৰিয়েকৰ দহ ৰকমৰ দহোটা কথা শুনি তাৰক্কাই এনেধৰণৰ এটি হাঁহি মাৰিলে, যাৰ মাজত সমগ্ৰ পুৰুষজাতিটোৰ প্ৰতিয়েই বিদ্ৰুপৰ ভাব এটি নিহিত আছিল। তাইৰ দগ্ধ-হৃদয়ৰ অন্তঃস্থলিৰ পৰা এষাৰ কথা ওলাই আহিল—"আটাইয়েই বাৰু তেনে হয়নে?"

"মইতো তেনেকৈ কোৱা নাই যে, তুমিও তেনেকুৱাই।" বুলি মৰমেৰে কথাষাৰ কৈ অপন্না উঠি বহিল আৰু সিহঁতৰ মাজৰ পতি-পত্নী সম্বন্ধৰ কথা পাহৰি গৈ গা মূৰ পিহি দি তাৰক্কাক চুমা এটা খালে। সি সন্তৰ তাৰ আন্তৰিক চেনেহখিনি এয়েই প্ৰথম সম্পূৰ্ণৰূপে প্ৰকাশ কৰিলে। তাৰ পাচত ক'লে—"মই হলে তাইক নানো?"

"কিয়? তাইক নানে কিয়? আমি দুয়ো একেলগে থাকিম।" তাৰক্কাই ক'লে। পিছদিনা পুৱা তাৰাই "সোণাক" মাতি অনাৰ কথা মনত পেলাইও দিলে। অপন্নাই তাৰাৰ মুখলৈ এবাৰ মনযোগেৰে চাই নিজৰ কামত গুচি গ'ল। একো নক'লে। অলপ পৰৰ পিচত গাঁৱৰপৰা চম্পা আহি ওলাল। ছোৱালীজনীক তাৰাই ক'লে—"তুমি এদিন তোমাৰ মাৰাক বাগিছালৈ লৈ আহিবাচোন।" ছোৱালীজনীয়ে কথা শুনি আচৰিত হৈ তাৰক্কাৰ মুখলৈ চাই ৰ'ল। তাই জানিছিল যে তাইৰ মাক কেতিয়াও এই বাগিছালৈ নাহে। গতিকে তাই ক'লে "মই তেওঁক আহিবলৈ কব নোৱাৰোঁ।"

তাৰক্কাই তাইৰ গাটো পিহি দি ক'লে—"এনেকৈ কব নাপায়? তোমাৰ পিতাৰাই মাতা বুলি কৈ তুমি মাৰাক মাতি লৈ আহিবা। তোমাক এটা নতুন ফ্ৰক তৈয়াৰ কৰি দিম।"

চম্পাই মৰমলগা সুৰত সুধিলে—"মোক নতুন ফ্ৰক বনাই দিবা? পিতাইয়ে দেখোন মেলাৰ সময়তহে বনাই দিম বুলি কৈছে।"

"ওঁ, কালিতে চিলাই কৰি সিদ্ধাৰ হাতত পঠিয়াই দিম। তুমি, তোমাৰ মাৰাক লৈ আহিবা দেই? পিছদিনা সোণাৰ সৈতে দেখা দেখি হোৱাৰ আশাত তাৰাৰ অন্তৰখন বৰ উগুল-থুগুল কৈ আছিল, কিন্তু তাই নাহিল। তাৰ পাঁচ-ছয় দিনমান পিচত অপন্নাই মাতি পঠোৱাতো নাহিল। অকল এয়ে নহয়, যেয়ে তাইক মাতিবলৈ গৈছিল তাৰ আগত ক'লে—"সেইটোনো কেনে মানুহ? মই এতিয়া

কিয় যাম? আজি যে মোক মাতি পঠিয়াইছে, এই পাঁচ-ছয়মাহে ক'ত আছিল? আহি মুখকে দেখুৱা নাই। যদি তেওঁ নাহে তেনেহলে জন্মদিওঁতা ভগবানে মোক দুসাজ খাবলৈ নিদিবনে? মই ঘাঁহ খাই থাকিম। ভগবানে নিশ্চয় এফালে নহয় এফালে কাষ চপাই দিব। মই কিবা কুকুৰৰ দৰে গৈ তেওঁৰ আশ্ৰয়ত পৰি থাকিমনে?" খং তুলোৱাৰ উদ্দেশ্যেই তাই এইবোৰ কথা কৈছিল।

সেই কথাবোৰ শুনি অপ্পন্নাই ক'লে—"আহে যদি আহিব নাহে যদি নাই। ছোৱালীজনী অহা-যোৱা কৰি আছে সেয়ে যথেষ্ট।"

পিচৰ সপ্তাহত "তেৰদাল"লৈ যোৱা জনাশুনা কোনো মানুহৰ জৰিয়তে তাৰাই দুখন শাড়ী আৰু ফ্ৰকৰ কাপোৰ অনালে আৰু সিদ্ধাৰ হাতত "সোণা"লৈ বুলি দি পঠিয়ালে। সিদ্ধাই কাপোৰ যেনেকৈ নিছিল ঠিক তেনেকৈয়ে ওভটাই লৈ আহিল আৰু ক'লে—"সোণাই কৈছে—এইবোৰ মোক কেলেই লাগিছে? দিয়ে যদি কোনোবা যোগিনীক দিবলৈ ক'বি।" এই কথা তাৰাৰ মনত তৰোৱালৰ ঘাপ্ যেন লাগিল। কিন্তু বাহিৰত ক'লে—"তাইনো শাড়ী ৰাখিব কিয়? কেৱল খোৱা পিন্ধাৰ কাৰণেহে ভৰসা কৰি তাই লগত আছিল নে কিবা? মতা মানুহ-বোৰ বৰ কঠোৰ হৃদয়ৰ। তাই বোধহয় ভাবিছে যে তাইও তাৰকাৰ সমান-সমান!" —তাই নিজকে নিজে ভোৰ ভোৰালে। অজানিতে এবাৰ এটি তপত হুমুনিয়াহ তাইৰ অন্তৰ ভেদি ওলাই আহিল আৰু যেন গোটেই বায়ুমণ্ডলকে তপত কৰি তুলিলে।

সিদিনাই দুপৰীয়া চম্পা বাগিছালৈ অহাত তাৰাই তাইক সুধিলে—"তুমি তোমাৰ ফ্ৰকৰ কাপোৰখিনি ফিৰাই পঠিয়াইছা কিয়?"

"ক'ত, মোৰ ফ্ৰকৰ কাপোৰটো ক'ত? তুমি মিছা কথা কৈছা।" আনন্দতে মুখখন উজ্বলাই তুলি ছোৱালীজনীয়ে সুধিলে।

তাৰাই ক'লে—"ৰাতিপুৱা ঘৰলৈ পঠিয়াই দিছিলোঁ। কিন্তু তোমাৰ মাৰাই ওভোটাই দিছে।" ছোৱালীজনী কিছু সময় মনে মনে ৰ'ল। তাই নিজৰ বিষয়ে পাহৰি গৈ ক'লে—"ও····· ·সেই কাৰণেহে মোৰ ওপৰত ইমান খং উঠিছিল?"

"কিয়? খং কৰিছিল কিয়? ঘৰতনো কি কৈছিল? মোৰ বিষয়ে কিবা কৈছিল নে?" নিজৰ আগ্ৰহ লুকুৱাই ৰাখি তাৰাই ক'লে।

"উঁ······হুঁ মায়ে তোমাৰ বিষয়ে একো কোৱা নাই। পিতাইৰ বিষয়েহে কৈছিল।"

ইমানতে ওপৰৰপৰা অপ্পন্না নামি আহিল। সি সুধিলে—"কিয় অ' তোৰ মাৰে শাড়ী ওভোটাই দিছে কিয়? তোকো ইয়ালৈ আহিবলৈ হাক দিয়ে নহয়-নে? তাইৰে কথা শুনি, তাতেই নাথাক কিয়?"

"তাই ইয়ালৈ আহিবলৈ এৰিব কিয়? মাকে এৰিব পাৰে কিন্তু তাই এৰে কেনেকৈ?" পুতেকৰ কথাৰ প্ৰত্যুত্তৰত বুঢ়ী অম্মব্বাই মাত দিলে।

"মাকেওনো এৰে কেনেকৈ? চাৰিদিনমানতো এনে কৰিবই। এওঁনো ইমানকৈ লাগি থাকে কিয়? এবাৰ তাইৰ ঘৰলৈ গৈয়ে আহিব নালাগে নেকি?" অলপ হাহোঁ হাহোঁকৈ তাৰকাই ক'লে।

তাৰকাৰ মুখত শাহুৱেকে এনে কথা প্ৰথমবাৰৰ কাৰণে শুনিলে। গতিকে তাই কিছু আচৰিত হ'ল আৰু পুতেকক কলে—"কেনে ডাঠ মনৰ তিৰোতা এইজনী দেখিছ?"

অ'পন্নাই একো নক'লে। তাৰপৰা গুচি গ'ল।

"ডাঠ মনৰ বুলি কি কথা আছে? ভাগ্যত যি লিখা আছে তাকতো ভোগ কৰিবই লাগিব। তাক বাধা দি লাভ কি?" নিৰাশমনেৰে আন এফালে চাই থাকি তাৰাই ক'লে।

"কিছুদিনতো সুখে সন্তোষে থাকক। ইয়াক এৰি থৈ ইফাল-সিফালৰ কথা ভাবিব কিয় লাগে?" ইয়াকে কৈ অম্মব্বা বুঢ়ীয়ে সুধিলে—"চম্পা কলৈ গ'ল?"

"ইয়াতে ক'ৰবাত আছে। তেখেতৰ পিছে পিছে পাণৰ বাগিছালৈ গ'ল নেকি!

অম্মব্বাই আকৌ ক'লে—"ঘৰৰ মতামানুহজন যদি বাহিৰমুৱা হয়, তেনেহলে হ'ব কেনেকৈ? তাইক নিজে নিজেই চলিবলৈ দে। যাওঁতে বাটত শণিৰ লগ লোৱা উচিত নহয়। তাইক যিমানে দূৰত ৰাখিবি সিমানে তোৰ মালিকৰ তোৰ প্ৰতি মৰম থাকিব।" ল'ৰা-ছোৱালী হব আৰু তই সুখত থাকিব পাৰিবি।" অম্মব্বাই আৰু কিবা ক'লেহেঁতেন নেকি? কিন্তু তাৰকাই মাজতে মাত দিলে—"সুখ ঈশ্বৰৰ আশীৰ্ব্বাদ ৰূপেওতো পাব লাগিব! খেদি ফুৰিলেই জানো তাক পাব পাৰি?"

কিছুদিন পিচত এনাপুৰৰ পৰা তাৰকাৰ মোমায়েক ৰামপ্পা মিঠাইৰে সৈতে আহি উপস্থিত হ'ল। সেই সময়ত অপ্পন্না কিবা কামত ক'ৰবালৈ গৈছিল। তাৰা বাগিছাত আছিল। মোমায়েকক দেখা পাই ৰং মনেৰে আহি হাত ভৰি ধুবলৈ পানী দিলে আৰু বহিবলৈ দলিচা পাৰি দিলে। ৰামপ্পা বহিল। তাৰকাই সুধিলে—"এবাৰ মাত্ৰ ঘৰখন চিনি গৈছিল। এতিয়া এবছৰৰ মূৰতহে আপোনাৰ মোলৈ মনত পৰিল? মাজতে এবাৰো আহি মুখ দেখুওৱা নাই। বিয়া দিয়াৰ লগে লগে ধৰি লৈছে নহয় যে, আপোনাৰ সকলো দায়িত্ব শেষ?" তাৰাৰ কথাত মোমায়েকৰ প্ৰতি অভিযোগৰ সুৰ ফুটি উঠিল। তাই আশা কৰিছিল যে ইমান দিনে এনাপুৰৰ পৰা নিশ্চয় মোমায়েক আৰু মামীয়েক আহিব। কিন্তু তাইৰ আশা পূৰণ নোহোৱাত বৰ বেজাৰ পাইছিল। সেই কাৰণেই এনেকৈ কথা কৈছিল তাই।

"তেনে কোনো কথা নাই। আহিবতো খোজোঁৱেই, পিচে ঘৰ এৰিব নোৱাৰো

নহয়? মই নাথাকিলে দোকান নচলে। কি কৰিম? মোমায়েকে অভিযোগ খণ্ডন কৰিলে।"

"এদিনৰ বাবে অনন্তক দোকানত থৈ আপুনি আহিব নোৱাৰেনে? আপুনি যিহকে নোবোলক মামা, আপুনি নহাৰ কাৰণে এটা চেলুহে উলিয়াইছে।" আন্তৰিকতাপূৰ্ণ মৰম মিহলি খং দেখুৱাই মুখ ওফন্দাই তাই ক'লে। অনন্তৰ নাম মুখেৰে উচ্চাৰণ কৰাৰ সময়ত কব নোৱাৰি তাইৰ মনত কেনে ভাবৰ উদয় হৈছিল।

"হুঁ......। তাকহে থৈ আহিম দোকানত?" বুলি কৈ ৰামপাই এটা তপত হুমুনিয়াহ এৰিলে। তাৰ পাছত ক'লে—"সি ল'ৰাটো যেনে হব লাগিছিল, তেনে নহ'ল। অসৎ সংগত পৰিল। তাৰ ওপৰত ভৰসা ৰাখি দোকান এৰি আহিব নোৱাৰি। কি কৰিম? ইমানখিনি ডাঙৰ হ'ল। যেনেকৈ যি ইচ্ছা যায় কৰে—য'তে ইচ্ছা ত'তে ঘূৰি ফুৰে। পঢ়া-শুনাও সম্পূৰ্ণ নকৰিলে। ঘৰৰ কোনো কামো নকৰে, একোৰে প্ৰতি ধাউতি নাই। নিজেও নুবুজে, আনৰ কথাও নুশুনে। আমাৰ ভাগ্যখনেই এনে।"

দুখী মনেৰে তাৰাই সুধিলে—"গা-মূৰ ভালে আছে তো?'

"তাৰ গা মূৰ বেয়া হবলৈ কিহে পাইছে? আগৰ দৰেই দুয়োবেলাই খায়। কেতিয়াবা মন গ'লে কাম কাজ চায় ঘৰৰো, পথাৰৰো। নহলে একোকে নকৰে। নাজানো মাজতে দুদিনমান ক'লৈ গুচি গৈছিল। সুধিলেও একো নকয়! বহিলে এটা চুকত একেৰাহে দুঘণ্টামান বহিয়েই থাকে। বুজি নাপাওঁ কি খণ্ডত তাৰ আচৰণ-বিচৰণবোৰ এনে ধৰণৰ হৈ পৰিছে।"

কিবা, ভাবি ভাবি তাৰাই সুধিলে—"এনে হৈছে কিয়?"

"কি হৈছে ভগবানেহে জানে। ধাৰণা নহয় যে ল'ৰাই বেছ ভালমতে জীৱন অতিবাহিত কৰিব। আমিনো ইয়াকে আশা কৰি পেটত গাঁথি দি হলেও তাক পঢ়া-শুনা শিকাইছিলোঁনে?"

"আমাক দেখোন একো জনোৱা নাই?" 'এইটোনো কি জনাবলগীয়া কথা? কিবা অসুখ অশান্তি, কিবা বেমাৰ; শয্যাশায়ী অৱস্থা? কিহৰ কথা জনাম? সেইবোৰ একোৱেতো নাই! যেনে আৰু তেনে। কেতিয়াবা কেতিয়াবা কিবা ক'লে গধুৰ-গধুৰ জ্ঞানৰ কথা কয়। কেতিয়াবা বৰকৈ অকাই-পকাই ধৰিলে একো নাই হোৱা বুলি কৈ দিয়ে। পিছলৈ দেখা যাওক বোৱাৰীক ঘৰলৈ অনাৰ পিচত পোন বাটলৈ আহে নে নাই।" কথাখিনি কৈ শেষ কৰাৰ লগে লগে ৰামপাই মূৰৰ পৰা পাগুৰিটো সোলোকাই খুটিৰ মূৰত থৈ দিলে।

"ইন্দিৰাও বোধহয় ডাঙৰ হ'ল নহয়নে?" তাৰকাই সুধিলে। কিন্তু একে সময়তে তাই অনুভৱ কৰিলে যেন তাইৰ অন্তৰাত্মাটোত কোনোবাই আজোঁৰ মাৰিছে। থিয় হৈ থাকিব নোৱাৰা যেন পাই তাৰকা ধুপুচকৈ বহি পৰিল। ৰামপাই

ভাবিলে তাই বহুত সময় থিয় হৈ আছে। এতিয়া বহি বহি কথা পাতিব। অনন্তৰ এনে অৱস্থাৰ কথা শুনি তাৰকাৰ মনত অভিমানৰ উদ্রেক হ'ল। কিন্তু পিচ মুহূৰ্ত্ততে সি দুখত পৰিণত হ'ল। নিজৰ মনতে তাই ভাবিলে। "মই জানো কিয় তেনে হৈছে!"

ৰামপাই টোপোলাৰ পৰা মিঠাই উলিয়াই তাৰাৰ হাতত দি ক'লে— "পৰহি বোলে তাইৰ বিধুতি হৈছে। সেই কাৰণেই তহঁতক মিঠাই দিবলৈ আহিছোঁ।"

মিঠাইৰ টোপোলাটো হাতত লৈ অভিযোগৰ সুৰত তাৰকাই ক'লে—"অ, সেয়েহে কথা নেকি? সেই কাৰণেহে আপুনি আহিছে?" এই বুলি কৈ মুখত এটি হাঁহি মাৰি তাই সুধিলে— ছোৱালীজনী এতিয়া ক'ত আছে?"

"তেৰদালতে আছে। খুৱাই-বুৱাই নিয়ম কাৰণ কৰিবলৈ ঠিক কৰা হৈছে। কালি মই তেৰদাললৈ গৈ কথা-বতৰা হৈ আহিছোঁ। ভাবিছিলোঁ উভতি যাওঁতেই ইয়াতে চাপি যাম। পিচত ভাবিলোঁ আগতে ৰত্নম্বাক লগ ধৰি ইয়ালৈ আহিম। গতিকে তালৈ গুচি গলোঁ।" এই বুলিয়েই ৰামপাই চন্দুৰলৈ যোৱাৰ কাৰণ ব্যাখ্যা কৰিলে। ঘৈণীয়েকে তাৰকাক পিন্দাবলৈ দিয়া হাৰডাল ক'ত আছে সেই কথা ৰত্নম্বাৰ পৰা আগধৰি জানি লোৱাটোৱেই ৰামপাৰ উদ্দেশ্য আছিল। কিয়নো তেনেই নতুন শহুৰেকৰ ঘৰত তাৰকাক সেই বিষয়ে সোধা-মিলা কৰাটো শোভনীয় নহ'লহেঁতেন।

তাৰকাই অলপ নম্র সুৰত সুধিলে;– "মা, পিতাইহঁত কেনে আছে? ইন্দিৰাক ফল-কটাৰী দিয়াৰ সময়ত কোন আহিব?"

সকলোৱে বৰ সুখে সন্তোষে আছে। কাইলৈ ৰত্না এনাপুৰলৈ আহিব। কৈছে যে ফল-কটাৰী দিয়া কাম-কাজ হৈ গ'লে উভতি আহোঁতে এই ফালেদি তহঁতৰ ঘৰত এদিন থাকি যাব। তহঁতৰ ইয়াৰপৰা পিচে কোন যাবি?" এই বুলি ৰামপাই পিন্ধি থকা কোটচোলাটো খুলি খুটিৰ ওপৰত ওলমাই থলে।

"চাওঁ তেখেতক নোসোধাকৈ মই কেনেকৈ কম।"

"বাৰু, তেন্তে জোঁৱাই ক'লৈ গৈছে?"

"আজি সোমবাৰ, হালখতি, ওপৰতো বিশেষ কাম নাই। পথাৰলৈকেই গৈছে।"

"তেনেহলে আহিব কেতিয়া? মই সন্ধিয়াৰ আগতে ঘৰলৈ উলটিব লাগে। ঘৰত বহুতো কাম পৰি আছে।"

তাৰকাই ক'লে—"এই প্ৰথম আহিছে। আজিৰ দিনটোতো থাকক। তেখেতো আবেলিৰ ফালে আহি পাব। দেখা সাক্ষাতো হব।"

"নহব আই, থাকিব নোৱাৰিম।"

এনেতে অম্মম্বা লাহেকৈ ভিতৰৰ পৰা ওলাই আহিল আৰু ক'লে—"এদিনৰ

কাৰণে থাকি যোৱা। যাবানো কেনেকৈ? আহিয়েই যাওঁ যাওঁ লগাইছা? আমি তোমাৰ ঘৰলৈ গ'লেনো তেনে কৰিব পাৰিলোঁহেতেননে? এইখননো কিবা আনৰ ঘৰনে? তোমাৰ নিজা আপোন ভাগিনীৰ ঘৰ। ভাগিনী আৰু জীৰ মাজতনো পাৰ্থক্য কি?"

"তেনে কোনো কথা নাই। থাকিলেও বিশেষ লোকচান নহয়। ঘৰুৱা অসুবিধা আছে। সেই কাৰণে যাব লাগে। আপুনিও ব'লকচোন আমাৰ বোৱাৰীক ফল-কটাৰী দিয়া সকামলৈ! গৰুগাড়ী এই ফালেৰেই যাব। আপুনিও তাতে যাব পাৰিব।"

"এতিয়া বুঢ়ী হলোঁ। অহা-যোৱা কৰাটো অসুবিধা। চকুৰেও ভালকৈ নমনো। যদি সম্ভৱ হয় তেনেহলে পো-বোৱাৰীহালেই যাব। নিয়ম কাৰণবোৰ ক'ত হব? কেতিয়া হব?"

"শুক্ৰবাৰে কোলাত ফল-কটাৰী দিয়া হব। মাকৰ ঘৰতে বিধুতি হৈছে। গতিকে তেওঁলোকে তেৰদালতে খুওৱা বুওৱা কৰিব।"

"শুক্ৰবাৰে যদি কেইদিননো আছে? মুৰৰ কাষ পালেহি নহয়?"

"সেই কাৰণেইতো সোনকালে যাব খুজিছোঁ অম্পা বোপাক লগ নাপামেই?"

"তাৰ লগত দেখা দেখি হ'ব কেনেকৈ? এতিয়া নিশা এক দুই ৰজাৰ আগতে আহিলেই হয়। তুমিতো একেবাৰে নাচি নাচি আহিছা।" এই বুলি তাৰাৰ ফালে উভতি চাই বুঢ়ীয়ে ক'লে—"সোনকালে ৰন্ধা বঢ়া কৰ। অলপ চেৰ'ই বনাই দি চাউল বহাই দে। মোমায়েৰই খাই বৈ যাব। দৈৰ সাজত জুৰণ দিয়া হৈছিল নে? গাখীৰ জানো আছে?"

"জুৰণ দিয়া নাই। গাখীৰ আছে। এতিয়াই ভাত বহাই দিওঁ।" বুলি কৈ তাৰকা আখাৰ ওচৰ পালেগৈ।

অম্মংবা উঠি বাহিৰলৈ ওলাই আহিল আৰু কৈ গ'ল "মই কোৱাৰ প্ৰয়োজন নাই। সকলো কাম তাই নিজে নিজেই চম্ভালি লয়। পিছে এতিয়াও মনে মনে বহি থকা কাৰণেহে কৈ দিছোঁ।" ৰামম্পাক কথাখিনি কৈ আকৌ উভতি তাৰাৰ উদ্দেশ্যে লাহেকৈ ক'লে—"তাৰা, সেই ওচৰৰ মানুহ ঘৰকো ৰামম্পাই অনা মিঠাই দিছনে? এনেয়ে সিহঁত আমাৰ ঘৰলৈ অহা-যোৱা নকৰে। পিছত কিন্তু সিহঁতেই ক'ব যে আমি সিহঁতক নিমন্ত্ৰণকে নকৰিলোঁ। মিঠাই যেতিয়া এইখিনি পাইছোঁহি, সিহঁতকো দিয়া উচিত।"

"বাৰু অলপ চাহ কৰিছোঁ। খাই উঠি দি আহিমগৈ।"

ৰামম্পাই চাহ খোৱাৰ পিচত ওচৰৰ মানুহ ঘৰলৈ নিজেই গ'ল আৰু মিঠাই দি বোৱাৰীয়েকৰ কোলাত ফল-কটাৰী দিয়া উছবলৈ নিমন্ত্ৰণ জনাই আহিল। সেই মানুহ ঘৰত নাখাওঁ, নাখাওঁ বুলি কৈও ৰামম্পাই চাহ খাব লগীয়া হ'ল। কিছুসময় ইটো-সিটো কথা কোৱাৰ পিছত আকৌ এবাৰ নিমন্ত্ৰণলৈ যাবলৈ

অনুৰোধ কৰি ৰামপ্পা তাৰক্কাৰ ঘৰলৈ আহিল। তাৰক্কাহঁতৰ আৰু সেইঘৰ মানুহৰ মাজত মাথোন এখন বেৰৰ ইফাল-সিফাল। অম্মব্বাই সেইঘৰ মানুহৰ ফাললৈ অলপ ওচৰ চাপি বেৰত কাণ লগাই চোতালত বহি আছিল। গতিকে সিহঁতে ৰামপ্পাৰ লগত কথা দীঘলীয়া নকৰিলে। ৰামপ্পা তাৰপৰা সোনকালে আহি খাবলৈ বহিল। খাই থাকোঁতে ইটো-সিটো কথাৰ মাজত ৰামপ্পাই ভাগিনীয়েকৰ আগত হাৰডালৰ কথা উত্থাপন কৰাত তাৰাই ক'লে—"হয়তো! বছৰেকেই হ'ল, ইয়াতে পৰি আছে। ইয়াৰ মাজত আপুনিও অহা নাই, 'মা-ও' অহা নাই সেই কাৰণেহে ইয়াতে পৰি আছে।"

তেতিয়া ৰামপ্পাই ক'লে—"ইয়াতে পৰি থাকিলেনো কি হ'ল? তাতনো কোণে পিন্ধিলেহেঁতেন? সিদিনাহে কাম হ'ব?" খোৱা-বোৱাৰ পিছত দেখুৱাব লাগে বুলি হাৰডাল খুজি লৈ ৰামপ্পাই জেপত ভৰাই থৈ দিলে। তাৰ পাছত তামোল মুখত ভৰাই যাবলৈ সাজু হ'ল।

মোমায়েকে বিদায় লোৱালৈকে তাৰক্কা লগতে আগুৱাই গ'ল। ৰামপ্পাই উভতি চাই অম্মব্বাক ক'লে—"এতিয়া আহিলোঁ, আপোনালোক নিশ্চয় যাব। এই বাগিছাৰ কাষৰ আলিৰেই গাড়ী যাব।"

"বাৰু গাড়ী যদি এই ফালেৰেই যায়, তেনেহ'লে অলপ সোনকালে আহিবা। ইয়াতে খাই বৈ জিৰাই ৰ'দ কমিলে গৈ থাকিবা। "লৈনৰ" বাটটোতকৈ এই বাটটো চুটীও।"

"এৰা, সেইকাৰণেই এই বাটেৰে যাম। সকলোকে গোটাই-মিলাই লৈ যাওঁতে পলম হৈ যাবই। আপোনালোক সাজু হৈ থাকিব। অপ্পা বোপাকো ক'ব।" এই বুলি অলপ ৰৈ কিবা ভাবি আকৌ ক'লে ৰামপ্পাই "ইয়ালৈকেও এখন গাড়ী পঠিয়াম বুলি ভাবিছিলোঁ, কিন্তু খেতিৰ বতৰ! সিফালে চন্দুৰলৈ পঠিয়াবৰ কাৰণেও গাড়ী এখন লাগেই। মই অকলশৰীয়া মানুহ চাৰিওফালে অকলে ময়েই চাব লগাত পৰোঁ।"

অম্মব্বাই তাক বাধা দি ক'লে—"বেলেগ গাড়ী কিয় লাগিছে? ইফালে দিয়েই তো যাব লাগিব?"

"তাৰক্কাক সকলো কথা বুজাই দিছোঁ। শুকুৰবাৰে দুপৰীয়া সাজু হৈ থাকিব। মোৰ পক্ষৰপৰা অপ্পা বোপাকো কব!" এই বুলি ৰামপ্পা গুচি গ'ল।

সন্ধিয়া গিৰিয়েক ঘৰলৈ অহাত তাৰাই মোমায়েক অহাৰ কথা জনালে। সি ক'লে—"মই অহালৈকে তেখেতক ৰখাই নথলা কিয়?"

"তেখেত নৰ'ল। ঘৰত বহুতো কাম আছে বুলি কৈ গুচি গ'ল।"

"ঘৰত সকাম হব, ভাগিনীয়েকক নিমন্ত্ৰণ নকৰিলে কেনেকৈ হয়? সেই কাৰণেই আহিছিল বোধহয়। এতিয়া কোননো যাও বুলি ওলাই আছে?" অপ্পন্নাই অলপ ধেমালিৰ সুৰত ক'লে যদিও কথাৰ সুৰ অলপ ৰুক্ষ আছিল।

মাতটো অলপ ডাঙৰকৈ ওলোৱা কাৰণে অম্মব্বাই পুতেকৰ কথা শুনা পালে। সেই কাৰণে মাত দিলে—"নহয়, অ' বৰ আগ্ৰহেৰে মাতি গৈছে।" তাৰক্কাইও "পঠিয়াবলৈ মন নাই কাৰণে চেলু এটা উলিয়াইছে" বুলি অলপ অভিমান ভৰা খং প্ৰকাশ কৰিলে। সেই পাতেই তাইৰ গিৰিয়েকৰ ওপৰত প্ৰয়োগ কৰিব পৰা অস্ত্ৰ আছিল। অস্ত্ৰৰ সমুখত নম্ৰতা প্ৰকাশ কৰাই বিধেয়। এতিয়াও সেয়ে হ'ল। অংপন্নাই ক'লে—"যাবলৈ হাক মই দিয়াই নাই! গৈ আহা। মই কালিয়ে সিদ্ধাক তেৰদাললৈ পঠিয়াই ব্লাউজ, চুৰীয়া, পাগুৰি আদি কিনাই আনিম। লৈ যাবা আৰু নিয়ম-কাৰণ শেষ কৰি আহিবা। বিয়াৰ সময়ত আহিও সেই ল'ৰাটো এনেয়ে গুচি গৈছে। তাক আমি—একো দিয়া হোৱা নাই।"

ঘটনাটো তাৰাৰ কাৰণে এক গুলিত দুটি চিকাৰ যেন হ'ল। পিছদিনাই সিদ্ধাক পঠিয়াই তাই কাপোৰ আৰু দৰাক দিবলগীয়া "উছৰ্গা"ৰ বয়-বস্তুবোৰ কিনাই আনিলে।

যিদিনা যোৱাৰ কথা সিদিনা তাৰক্কাই পুৱাৰে পৰা গাড়ী অহালৈ বাট চাই ৰ'ল। এবাৰ ওচৰৰ মানুহ ঘৰৰ গাড়ীখন পানীৰ কাৰণে আহোঁতে মোমায়েকহঁতৰ গাড়ী অহা বুলি তাই লৰ মাৰি চাবলৈ ওলাই আহিল। সময় যাবলৈ ধৰিলে কিন্তু তথাপি গাড়ী আহি নাপালে। তাই ভাবিলে এতিয়াও আহি পাব পাৰে নে? ইয়াৰ পৰা তেৰদাল দুই তিনি ঘন্টাৰ বাট, গতিকে আহিব পাৰে। আবেলি হৈ আহিল মানে তাইৰ আশাও কমি যাবলৈ ধৰিলে। অৱশেষত তাই এটি দীঘল হুমুনিয়াহ পেলাই বাটলৈ চাবলৈ আৰ্মান লাগি বহি পৰিল। অম্মব্বাইও বাট চাই চাই ভাগৰি পৰি এবাৰ দুবাৰমান তাৰক্কাক সুধিলে—"গাড়ী এতিয়াও নাহিল কি কাৰণে অ?"

"যদি আহিও পায় তথাপি জিৰণি লবলৈ সময় পাবনে সিহঁতে? লৰা-লৰিকৈ সিহঁতক চাহ খুৱাই দিব লাগিব। সেই কাৰণে অলপ পানী বহাই থ। মাতিলেওনো তেওঁলোক তোৰ ঘৰলৈ কেতিয়া আহিব? তোৰ মাৰৰ ঘৰৰ-পৰা আহিব যেতিয়া, অলপ চাহকে খাই যাব। তোৰ মামাৰতো অহা-যোৱা কৰি থাকিবই।" সেই কথা শুনি তাৰাৰ মনত আশাৰ সঞ্চাৰ হ'ল। বাহিৰ ওলাই গৈ মুৰৰ ওপৰলৈ হাত তুলি যিমান দুৰলৈ মনিব পাৰি চাই আছিল। দুৰত অৱশ্যে ধুলি উৰা যেন দেখা গ'ল কিন্তু তাইৰ আশা পুৰণ হোৱাৰ কোনো লক্ষণে দেখা নিদিলে। সন্ধ্যা পালেহিয়ে। এঘন্টামানলৈ মাত্ৰ দিনৰ পোহৰ থাকিব। তাৰক্কাই শাহুৰেকক সুধিলে—"এতিয়াও কিবা গাড়ী অহাৰ সময় আছে নে?" আৰু মৰা মনেৰে তাই ভিতৰলৈ গুচি গ'ল।

অম্মব্বাই ক'লে—"আৰু ক'ত আহিব? গধুলি হৈ আহিল। ইমান পৰে গাড়ী গৈ "তেৰদালৰ"ৰ ওচৰ পাব লাগিছিল। ৰামে ইমান জোৰ কৰি কৈ গ'ল তথাপি "লৈনৰ" বাটেৰে গ'লগৈ নেকি?"

তাৰক্কাই ক'লে—"গাড়ী যদি সিফালেৰে গ'লহেতেন তেন্তে মোক কিয় ক'লে-হে'তেন।"

"অৱশ্যে সিফালেৰে যাব কিয়?" আকৌ অলপ ৰৈ অম্মব্বাই ক'লে—"কেনেবাকৈ ফল-কটাৰী দিয়া অনুষ্ঠানটো বন্ধ হৈ যোৱা নাই তো?"

শাহুৰেকৰ কথা শুনি তাৰক্কাৰো তেনে যেনেই লাগিল। তাইৰ মুখৰ পৰাও ওলাই আহিল, "তেনেকুৱাও হ'ব পাৰে।"

# 19

গাড়ী কেইখন তেৰদালৰ পুখুৰী পাৰ পালেহিমানে নিশা আঠ বাজি গ'ল। আটাইৰে ভাগৰ লাগিছিল। সেই কাৰণে সকলোৱে গাড়ীৰপৰা নামিল। পুৱাৰে পৰা গাড়ীত বহি আহি আছে। চাৰিওফালে জোনাকেৰে উপচি পৰিছে। এনে লগা হৈছে যে, যেন কোনোবাই আটাগুড়িহে চটিয়াই দিছে। সকলোৱে মনত যেন শান্তি পালে। কোনো কোনো তিৰোতাই নামি গৈ পুখুৰীৰ পানীত হাত ভৰি ধুই আহিল। সুন্দৰাবাইয়ে মাটিত নামিয়েই পুৰোহিত বাপুক খবৰ দিবলৈ পঠিয়ালে। তাৰ পিচতে ৰত্নব্বাৰ ওচৰলৈ আহি ক'লে—"মতামানুহ থাকিলে আটাইবোৰ কথা চাই-চিন্তি ললেহে'তেন। আমাৰ দায়িত্ব নাথাকিল-হে'তেন। মই কৈছিলোঁ যে মই ঘৰত থাকোঁ, কিন্তু তেখেতে সেই কথা নামানিলে। নিজে ঘৰত থাকিল। কবলৈ ধৰিলে—"তোমাৰ মাৰাৰ ঘৰ, তুমি গৈ যি কৰিব লাগে কৰি আহাগৈ।" এই বুলি সকলোবোৰ মোৰ ডিঙিত ওলমাই দিছে। ৰত্নব্বাই যে কথাটো নাজানিছিল তেনে নহয়। কিন্তু সুন্দৰাবাইয়ে তেনেকৈ কৈ নিজৰ দায়িত্বৰ বিষয়ে সকলোকে জনাই দিবলৈ বিচাৰিলে, যাতে ননদ আৰু অন্যান্য তিৰোতাবোৰেও নিজৰ নিজৰ দায়িত্বৰ বিষয়ে অলপ অনুভৱ কৰে।

কি কাৰণে নাজানো ৰত্নব্বাই অলপ গম্ভীৰ মাতেৰে ক'লে—"যেয়েই নাহক, কিহৰ পাৰ্থক্যটো আছে? কিবা নহ'লে কিবা উপায়েৰে কাম হৈ গ'লহে'তেন।"

ননদৰ এই গম্ভীৰতাপূৰ্ণ কথাৰ ফলত সুন্দৰব্বাই নিজৰ দায়িত্বৰ বিষয়ে বেছিকৈ অনুভৱ কৰিবলৈ ধৰিলে। উগুল-থুগুলৰ মাজত তাই কবলৈ পাহৰি গ'ল যে সিফালৰ মিতিৰ ঘৰৰপৰা সকলোকে মাতি নিবলৈ মানুহ আহি পাইছেই। মাতি নিবলৈ অহা মিতিৰ ঘৰৰ আত্মীয় এজনে অলপ ঘনিষ্ঠতাৰ

সুৰত ক'লে—"কোৱা বাই সুন্দৰা, তোমাৰ ল'ৰাক যদি ঢোল, দগৰ বজাই নিব লাগে এতিয়াই কোৱা। পিছত আকৌ ঠাট্টা কৰি নাথাকিবা।" গাওঁখন সুন্দৰাৰ মাকৰ গাৱঁতো, সেয়ে সুন্দৰাইও অনুৰূপ ঘনিষ্ঠতাৰে ক'লে—গাঁৱৰ 'গোড়" (মুখীয়াল) ৰ জোৱায়েক নে কিবা যে ঢোলে-দগৰে নিব লাগিব?"

মানুহজনে ধেমালিৰ সুৰত কথা পাতলাই দি ক'লে—"গোড়ৰ জোৱায়েক "গোড়ৰ" বাবে ডাঙৰ, আমাৰ জোঁৱাই আমাৰ বাবে ডাঙৰ।"

অৱশেষত সকলোৱে মিলি গাঁৱৰ ফাললৈ আগবাঢ়িল। কিছুমান ল'ৰা-ছোৱালী গাড়ীতে উঠি থাকিল। আন মানুহবিলাক গাড়ীৰ পিছে পিছে যাবলৈ ধৰিলে। এটা দল তিৰোতাৰ আৰু আন এটা দল মতামানুহৰ। গাড়ীৰ সমুখত এনাপুৰৰ-পৰা লগত লৈ অহা কালিয়া বজোৱা মানুহে মাজে মাজে কালিয়া বজাই গৈছিল। সকলোৰে আগত যোৱা গাড়ীৰ গাৰোৱান জনে "তই ফাওতে কাপোৰ এখন পাবি। মিতিৰৰ মানুহ আহিছে নহয়? কালিয়া বজাই থাক। গৈ পালেই তোক পুৰা এক বাণ্ডিল বিড়ি খাবলৈ দিম।" বুলি পুৰস্কাৰৰ লোভ দেখুৱাই কালিয়া বজোৱা মানুহজনক বাৰে বাৰে কালি বজাবলৈ প্ৰৰোচিত কৰি আছিল। জোনাকৰ পোহৰত গাড়ী কেইখন ঘৰৰ ফাললৈ যাবলৈ ধৰিলে।

ৰাজ আলিৰপৰা তিৰোতাৰ দলৰ সৈতে গৈ থকা সুন্দৰাবাইয়ে ৰত্নাৰ ফালে উভতি চাই সুধিলে—"আজি অনন্তৰ মুখখন শেঁতা পৰি আছে কিয়?"

"তোমালোক মাক পুতেকেহে জানা।" বুলি কৈ ৰত্নাই মুখখন আনফালে ঘূৰাই ললে। এনেতে পিচে পিচে আহি থকা পুৰোহিত বাপুই ৰগৰৰ সুৰত ক'লে—"কাইলৈকে তাৰ মুখৰ উজ্জ্বলতা আহি পৰিব, চিন্তা কি কাৰণে?"

তিৰোতাবোৰে গিৰ্জনি মাৰি হাঁহি দিলে। আটাইয়ে সেইটোৱেই সঁচা বুলি ভাবিছিল। সুন্দৰাবাইয়ে ক'লে—"চোৱা বাপু আমাৰ দৰাই জেদাজেদী কৰিব নাজানে।"

"সোণ-বান কিমান দিব তুমি আগতে গৈ তাৰ শহুৰেক শাহুৰেকৰ লগত কথা-বতৰা হৈ ঠিক-ঠাক কৰি আহিবা।"

"এতিয়াও সুধিবলৈ বাকী আছেনে? এনাপুৰৰ মানুহে নিজৰ কথাতে লাগি নাথাকে। ৰামু আহি কি কৰিব লাগে নালাগে সকলো ঠিক কৰি গৈছে।"—পুৰোহিত বাপুই ক'লে।

ৰত্নবাই তেতিয়া অলপ মুকলিভাৱে ক'লে—"জেদ কৰিব কিয়? জেদ কৰি মিছাতে তেওঁলোকৰ মনত দুখ দিব লাগে কিয়? শাহুৰেক শহুৰেকে যি দিয়ে তাকে লৈ আনন্দমনে থাকিলেহে ভাল। তাতেই দুয়োৰো মংগল হ'ব।" তাই নিজৰ অনুভৱৰ কথা প্ৰকাশ কৰিলে।

"এইবোৰ সকলো কথা সঁচা, কিন্তু দৰাইনো কি কি পাব?" সুন্দৰাবায়ে সুধিলে।

"হেৰা তেওঁলোকে দিলেহে তোমাৰ ঘৰ ভৰি পৰিবনে? মানুহক দি থকা মানে হুতাশ নপলায়। দিওঁতাই যি দিয়ে সেয়ে যথেষ্ট। আমাৰ তাৰক্কাৰ কি গতি হৈছিল দেখা নাইনে?"—ৰত্নাই ক'লে।

"ফল-কটাৰী দিয়া"ৰ সময় আহি পালে। অনন্তই পুৰোহিত বাপুক মাত দি সুধিলে—"মই বৰ বেছি সময় বহি থাকিব নোৱাৰোঁ। আপুনি আপোনাৰ কৰিব-লগীয়া সকলো কাম শেষ কৰি মোক মাতিব।"

"চুৰিয়া-পাগুৰি পিন্ধায়হি মানে নবহিবানে?" পুৰোহিত বাপুই সুধিলে।

এই কথা-বতৰা সুন্দৰব্বাৰ কাণত পৰিল। ক'লে—"তেনেখন কিয় কৰিছ, অ'? এনে সুন্দৰ ৰভাখন তৰিছে, এঘণ্টামান সময়তো বহগৈ! জনম ধৰিছ যেতিয়া এবাৰৰ কাৰণেতো বহিবই লাগিব। কোনোবাই কিবা বাৰে বাৰে বহুৱাব নে?" সুন্দৰব্বাই পুতেকক উপদেশ দিলে।

ৰত্নব্বাই মাজতে বৈ অনন্তৰ কথালৈ সমৰ্থন দি মৰম দেখুৱাই ক'লে—"এতিয়া থাকক দিয়া। আজি সি অন্ততঃ সাজ যোৰ পিন্ধিবলৈতো মান্তি হৈছে! কালিতো তাকো মনা নাছিল। আজি-কালিৰ ল'ৰাৰ কথা কি ক'বা? পঢ়া-শুনা কৰা আন ল'ৰাৰ দৰেই এইবোৰ কথা সিও পছন্দ নকৰে। তাৰ যেনে ইচ্ছা কৰিবলৈ দিয়া।"

ইন্দিৰাক আগৰে পৰা সজাই-পৰাই বহুৱাই থোৱা হৈছিল। অনন্ত আহি ৰভাৰ তলত বহাৰ লগে লগে, সি কোৱামতে পুৰোহিত বাপুই নিয়ম-কাৰণবোৰ সমাপ্ত কৰি পেলালে। অনন্ত উঠি থিয় হব খুজিছিলেই, এনেতে পুৰোহিতে ক'লে—"আৰু চাৰি পাঁচজনমান মানুহে দৰাক উছৰ্গা দিব।" ইচ্ছা নাথাকিলেও অনন্ত বহিব লগা হ'ল। সকলো মানুহে উছৰ্গা দি শেষ কৰিলে। অনন্ত যাবলৈ উঠি থিয় হ'ল। ছোৱালীজাকে তাক তাৰ ঘৈণীয়েকৰ নাম উচ্চাৰণ কৰিবলৈ টানি অনুৰোধ কৰিলে। অনন্তই জিকজিকাই উঠিল 'এইবোৰ কি কথা? বাদ দিয়ক।" পিচত সি ওলাই আহিবলৈ আগবাঢ়োতেই দুৱাৰ মুখত থিয় হৈ থকা এজন মানুহে ক'লে—"অলপ ৰ'বা। আৰু এটা উছৰ্গা আহিছে, লৈ পেলাই উঠিবা।"

"আকৌ কোনে উছৰ্গা পঠিয়ালে?" মনতে ভোৰভোৰাই অনন্তই দুৱাৰৰ ফালে চালে। এটি কাপোৰৰ টোপোলা ইহাত-সিহাতকৈ আহি তাৰ ওচৰ পালে। সুন্দৰাবাইয়ে মনে মনে ভাবিলে—শহুৰেকৰ ঘৰে দেখোন ল'ৰাক এসাজ কাপোৰহে দিছিল, তাৰ বাহিৰেতো আন কাপোৰ নাছিল! মানুহে ভাবিছে—"দিবও পাৰে! এওঁলোকৰ দিবলৈ থবলৈ জ্ঞাতি-কুটুম্ব বেছি নাই। দিছে যদি ভালেই হৈছে।" এই বুলি সুন্দৰব্বাই অনন্তৰ ফালে চাই ক'লে—কাপোৰ যোৰ পিন্ধ। ভাল কাপোৰ।"

"কিয়? মাত্ৰ চুই দিলেই হব।" ওচৰতে বহি থকা অনন্তৰ শাহুৱেকে ৰত্নব্বাই ক'লে।

ৰত্নাই অলপ গৰ্বৰে ক'লে—"তেওঁলোকে হাৰোগেৰিৰ পৰা আনন্দেৰে ইয়ালৈকে পঠিয়াই দিছে। কোলাত ফল-কটাৰী দিয়াৰ সময়ত পিন্ধিবিচোন।"

হাৰোগেৰি নামটো শুনিয়েই অনন্তই অলপ উদ্বিগ্নতাৰে সুধিলে—"তাৰা নাই অহা?"

দুৱাৰৰ ওচৰত থিয় হৈ থকা সিদ্ধাই মাত দিলে—"কেনেকৈনো আহে? সুৰুষ বুৰালৈকে আপোনালোকৰ গাড়ীৰ কাৰণে বাট চাই আছিল। শেষত নিৰুপায় হৈ মোক পঠিয়াই দিলে, যাতে কাইলৈ আৰু কোনোৱে একো ক'বলৈ নাথাকে।"

তাকে শুনি সুন্দৰম্বাই ক'লে—গাড়ী "লৈনৰ" এই ফালেদি আহিল। সিফালৰ আলিবাট বেয়াহৈ আছে বোলে। সেই কাৰণে এইফালেদি অহা হ'ল।"

"বেছ কথা, ৰামম্পাই কিন্তু বাগিছাৰ ফালেদি আহিব বুলি কৈছিল। তোমালোকে জানো সুধিছিলা কোনটো বাটেৰে আহিবা? তেন্তে? মইনো কিয় ক'ম যে বাগিছাৰ বাটেৰে ব'লা। তোমালোকে ভাবিলাহেঁতেন যে মই মোৰ ছোৱালীজনীক লৈ অহাৰ উদ্দেশ্যেহে কৈছোঁ। সেই ভয়তে মনে মনে থাকিলোঁ" ৰত্নাই অলপ খঙৰ ভাবত ক'লে কথাখিনি।

"বাপৰে, কি যে কথা কোৱা তুমি! সেই সময়ত তুমি কৈ দিলে আমি জানো আপত্তি কৰিলোঁহেতেন? কব নোৱাৰোঁ তাৰক্কাই কি ভাবিব।" আচৰিত হোৱা যেন দেখুৱাই কলে সুন্দৰম্বাই। ইতিমধ্যে অনন্তই প্ৰথমতে পিন্ধা সাজযোৰ সলাই এই নতুনকৈ পোৱা কাপোৰ পিন্ধি ল'লে। সেই কাপোৰযোৰ দেখি ওচৰতে বহি থকা এগৰাকী তিৰোতাই ক'লে—'শহুৰেকৰ ঘৰে দিয়া যোৰতকৈ এইযোৰ কাপোৰ বেছি ভাল। পুজালৈ যোৱালৈকে এইযোৰকে পিন্ধি থাকিবা।

সেইখিনিতে থিয় হৈ থকা ইন্দিৰাৰ মাকে কলে—"আমিনো কি কৰিম বাইদেউ? তেওঁলোকে যেনেকুৱা কৰিবলৈ কৈছে আমি তেনেকুৱাই কৰিছোঁ। মই ভাল কাপোৰ কিনিব খুজিছিলোঁ। কিন্তু এইৰ বাপেকে মানা কৰিলে। ক'লে—কাপোৰ বাকচৰ ভিতৰত লৈ যাব, নিপিন্ধে। তাৰ সলনি পইচা দি দিবা।" তেনে কথা শুনি মই মনে মনে থাকিলোঁ। এতিয়া চোৱাচোন সমাজত কাৰ বদনাম হ'ল? আমাৰ খৰচো হ'ল মিছাতে।" গিৰিয়েকৰ ফালে চাই ইন্দিৰাৰ মাকে সকলোকে শুনালে।

গিৰিয়েকে কলে—"ইয়াতনো বদনামৰ কি আছে? যিহকে দিয়া তেওঁলোকৰ ঘৰলৈকে যাব। মনে মনেনো কেনেকৈ দিবা? সকলো দেখা দেখিকৈ দিয়াই ভাল।"

"সেইবোৰ এৰক বাইদেউ, কোনেনো ক'ব যে আপোনালোকে দিয়া নাই। নগদ দুশ টকা দিছে।" সুন্দৰম্বাই সকলোৱে শুনাকৈ কৈ সেই কথাৰ সিমানতে ওৰ পেলালে।

সিদিনাৰ দিনটো পতি-পত্নীয়ে স্নেহপূৰ্ণ আদান-প্ৰদানেৰে ঘৰ লোৱাৰ দিন।

স্বামীৰ ছত্ৰ-ছায়াত পত্নীয়ে নতুন জীৱন আৰম্ভ কৰাৰ দিন। কিন্তু অনন্তৰ কেনে বলিয়ালি! বিবাহিত পত্নীৰপৰা কিমান দিনলৈ আঁতৰি থকাটো সম্ভৱ? মানুহৰ হুলস্থুল কমি গ'ল। ৰাতিও ভালেখিনি হ'ল। তিৰোতাবিলাকে অনন্ত তথা ইন্দিৰাক এটি কোঠালৈ লৈ গৈ বিচনাৰ ওপৰত বহুৱাই থলে। স্ত্ৰী-আচাৰ সমাপন কৰি আশীৰ্ব্বাদ দিলে আৰু ৰহস্যৰ হাঁহি মাৰি দুয়োকে অকলশৰে এৰি থৈ বাহিৰলৈ ওলাই আহিল। চাকি এগছি জ্বলি আছিল। গোটেই কোঠাটো সুগন্ধৰে ভৰপূৰ হৈ উঠিছিল। সন্মুখত এখন বটাত তামোল কাটি থোৱাই আছিল আৰু বটাখনৰ দুয়োকাষে বহি আছিল দুয়ো,—অনন্ত আৰু ইন্দিৰা।

অনন্তই এবাৰ চকু তুলি ইন্দিৰাৰ ফালে চালে। তাৰ কাৰণে সেই মুহূৰ্ত্তটো আছিল সমগ্ৰ জীৱনৰ ভিতৰতে আটাইতকৈ ডাঙৰ আৱেগ-বিহ্বলতাৰ ক্ষণ। বিমুগ্ধ বালিকা ওচৰতে বহি আছে। তাৰ মনৰ অৱস্থাটো এনে যে, সি বুজিব পৰা নাই কি কৰা উচিত। সি পত্নীৰূপে বিচৰা ছোৱালী ইন্দিৰা নহয়। সেইবাবে একোবাৰ দুৱাৰ খুলি বাহিৰলৈ ওলাই যাবৰ মন গ'ল তাৰ। তাই যেনেকৈ আছিল তেনেকৈয়ে নীৰৱে বহি আছে। এনে সময়ত পত্নীয়ে বিচাৰে যে পতিয়ে আহি তাইক মৰমেৰে মাত এষাৰ মাতক! অনন্তৰ মনটোৱে ক'লে—"এবাৰ কথা কৈ চা-চোন!" কিন্তু সি পিচুৱাই গ'ল আৰু মনটো দুখৰ অনুভূতিৰে ভৰি পৰিল। অনন্ত উঠি থিয় হ'ল। একাষে খিৰিকীৰ ওচৰলৈ গৈ বাহিৰলৈ চাই থিয় দি থাকিল। বেচেৰী! বুজিব নোৱাৰি মনে মনে তাই কি ভাবি আছে? বাৰ-তেৰ বছৰীয়া ইন্দিৰাৰ অনন্তৰ মনৰ অৱস্থা বুজিব পৰাৰ ক্ষমতানো থাকিব ক'ত? অনন্তৰ আচৰণ দেখি বিব্ৰত যেন হৈ তাই বহিয়ে থাকিল। খিৰিকীৰে সোমাই অহা চেচাঁ বতাহে অনন্তক যেন সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল। জোনাকৰ পোহৰ দেখি সি যেন নিজৰ স্মৃতিৰ কথাকে পাহৰি যাব খুজিলে। কিন্তু পাহৰিব কেনেকৈ? এবাৰ উভতি চালে। পিছ মুহূৰ্ত্ততে ইন্দিৰা উঠি থিয় হ'ল। বিচনাৰ-পৰা উঠি এখোজ আগুৱাই গ'ল—অনন্তৰ ফাললৈ। অনন্তৰ চকুৰ কাৰণে তাই আগুৱাই অহাটো, তাইৰ থিয় হোৱাৰ দৃশ্যটো অসহ্য যেন লাগিল। তাৰ মুখ-মণ্ডলত ঘাম বিৰিঙি উঠিল। মুখৰ বৰণ ক'লা। নাকটো অলপমান ভিতৰলৈ হেচাঁ-খোৱা, - চেপেটা। ওঁঠ দুটা ডাঙৰ ডাঙৰ। মুৰৰ ওপৰত ল'ৰালি কালতে ক'ৰবাত পৰি দুখ পাই বৈ যোৱা দাগ! দেখি অনন্তই মুখ ঘূৰাই ললে। আপোনা আপুনি তাৰ মুখেৰে এটা দীৰ্ঘশ্বাস ওলাই আহিল। আকৌ উভতি চাই দেখিলে সেই একেটা মূৰ্ত্তি, একেটা ৰূপ, থিয় হৈ থকাৰ সেই একেটা ভংগী! তাইক দেখি অনন্তৰ মুখেৰে ওলাই আহিল—"মূৰ বিষাইছে।"

মনত নাই, অনন্ত কেতিয়া আহি বিচনাত শুই পৰিছে। হাতত তামোল এখন লৈ বিব্ৰত ভাবে কঁপি কঁপি ওচৰতে ইন্দিৰা বহি আছিল। অনন্তই খিৰিকীৰ ফাললৈ চালে। সেই মুহূৰ্ত্ততে এচপৰা ডাৱৰে চন্দ্ৰটোক ঢাকি ধৰিলে। জোনাক

ম্লান পৰি গ'ল। অনন্তৰ মনৰ পটত এটি সোঁৱৰণি জিলিকি উঠি লীন হৈ গ'ল। এটি তপত হুমুনিয়াহ বৈ বৈ তাৰ নাকেৰে ওলাই আহিল। তেনেকৈ থাকিয়েই ইন্দিৰাৰ ফালে চাই সি ক'লে—"মই কৈছোঁ নহয় মোৰ মূৰ বিষাইছে।" সেই সময়ত তাই কঁপি আছিল। তেনেকৈ কিমান সময় পাৰ হৈ গ'ল ঠিক নাই। বাহিৰত হাঁহি আৰু হুলস্থুল নোহোৱা হৈ গৈছে। চাৰিওফালে শান্ত-নিশাৰ নিস্তব্ধতা, দুয়োৰে উশাহ-নিশাহৰ শব্দৰ বাহিৰে আন কোনো শব্দ কাণত নপৰে। দূৰত কোনোবাখিনিত এটি ফেঁচাৰ মাত শুনা গ'ল। দুয়োৰে অন্তৰ দুখন শিয়ঁৰি উঠিল। অনন্ত লাহেকৈ গৈ বিচনাৰ একাষে দীঘল দি শুই পৰিল। পিছ মুহূৰ্ত্ততে সি ইন্দিৰাৰ ফালে পিঠে দিলে। তাই দেহাটো কোঁচথুৱাই ধেনুভিৰীয়াকৈ ঘূৰি অনন্তৰ নিচেই ওচৰ চাপি শুই পৰিছিল। চকু দুটি ডাঙৰ ডাঙৰকৈ মেলি এবাৰ তাই অনন্তৰ ফালে চাই ললে। সেই চকু দুটিত শান্তিৰ ভাব। আনফালে অনন্তৰ চকু দুটা আছিল বিব্ৰত আৰু ভয় ভীতযুক্ত। তেতিয়া তাই অনন্তৰ লগত কথা কোৱাৰ যত্নত আছিল নেকি! তাইৰ ৰঙা ওঁঠ দুটি খোল খালে, লৰি উঠিল আৰু কঁপি গ'ল। অনন্তই মুখ ঘূৰাই চাদৰ এখনেৰে মুখ ঢাকি ললে। পিচত তাৰ টোপনি আহিল নে নাই একমাত্ৰ ভগৱানেহে জানে। ৰাতিপুৱা উঠি অনন্তই দেখিলে যে ইন্দিৰা উঠি সেই কোঠাৰপৰা গুচি গৈছে। সি ইফালে সিফালে চালে। সি তাৰ মূৰশিতানখন তিতি থকা তিতি থকা দেখিলে। মনে মনে তাৰ দুখ লাগিল; কিন্তু এক মুহূৰ্ত্তৰ বাবে। পিছত সি তাৰ সেই আগৰ বিপৰীত ভাৱনাৰ পথকেই আপোন কৰি ল'লে।

অনন্ত কোঠাৰপৰা বাহিৰ হৈ অহাৰ লগে লগে তাক গা ধুওৱা হ'ল। তাৰ ঘৈণীয়েকে আগতেই গা ধুই উঠিছিল। তাৰ পাছত ওচৰা-ওচৰিকৈ পাত পাৰি দি গিৰিয়েক ঘৈণীয়েক দুয়োকো চেৰুঁইৰ ক্ষীৰ খাবলৈ দিলে। কোনোমতে খাই উঠি অনন্ত বাহিৰলৈ আহিল। সিদিনা গধূলিলৈকে গোটেই ঘৰখনেই খোৱা-বোৱা আনন্দৰ মাজতে বুৰি থাকিল। অনন্ত ওপৰৰ এটা কোঠালৈ গৈ শুই আছিল। তাৰ দুই এজন বন্ধু ৰং ধেমালি কৰিবলৈকে তালৈকে গ'ল। অনন্তই খঙতে কিবা-কিবি ভোৰভোৰাই থকা দেখি টোপনিতে তেনে কৰিছে বুলি ভাবি সিহঁত গুচি গ'ল। সিদিনা আৰু কোনো মানুহ তাৰ ওচৰলৈ নগ'ল। এই হুলস্থুলৰ মাজত ইন্দিৰা ক'ত থাকিল কোনোৱে নাজানিলে। মানুহৰ সমাবেশত, খোৱা-বোৱাৰ সময়ত, তাইক কোনেও ক'তো নেদেখিলে। দুপৰীয়া তাইৰ সখীয়েকে তাইক বিচাৰি আহিল আৰু হাঁহি হাঁহি তাইক সুধিলে—"কচোন পোনতে তোৰ দৰাৰ লগত কি কথা পাতিলি?"

"চেলাউৰী কোঁচাই ইন্দিৰাই কলে "বাৰু হৈছে। যা, ইয়াৰপৰা।"

সখীয়েকে থতমত খাই ক'লে—"বাৰু থাকক দে। কাৰ পৰানো লুকাইছ। মই দুৱাৰৰ পিছপিনে লুকাই থাকি সকলো শুনিছোঁ।" কোনে জানে এই সখীয়েক-জনীয়ে কেনেকৈ কি শুনিছে।

পিছ বিয়া শেষ কৰি সকলোৱে গাঁৱলৈ উভতিল। ইন্দিৰাকো লগত লৈ আহিল। নতুন ঘৰৰ কথা, গতিকে তাইৰ মাক ৰুক্মও জীয়েকৰ লগতে আহিল। এদিন দুদিনমান বাটৰ ভাগৰ মাৰোতেই পাৰ হৈ গ'ল। দুদিনমান অনন্তৰ মুখখন শেঁতা পৰিয়ে থাকিল। পিচত অলপ উৎসাহ জন্মা যেন দেখা গ'ল। তাৰ ঘৈণীয়েক আৰু শাহুৱেকৰ অলপ আনন্দ লাগিল এইবুলি যে কামৰ কাম এটা হৈছে। এদিন দুপৰীয়া মাকে জীয়েকক ওচৰলৈ মাতি আনি কাণে কাণে ক'লে "যদি সি এনেয়ো থাকে তথাপি ভিতৰলৈ গৈ বিচনা-পাতি পাৰি থৈ আহ। তাতে শুই থাকিবি। সিনো কিমানদিন এনেকৈ থাকিব —ডেকা ল'ৰা।"

' কিনো কৰিম, কথাকে নকয়, মুখেৰে নামাতেই। ভিতৰলৈ আহিলে মাত্ৰ ভেৰা-বলধৰ দৰে চাই থাকে।" ইন্দিৰাই নিৰুপায় হোৱাৰ দৰে ক'লে।

"কোনো কথা নাই। কেইদিনমানতে আচল বাটলৈ আহি যাব। তই তাৰ গা-ধোৱা পানী দিবি, চুৰিয়াখন নি দিবি, আৰু সি মাতবোল নকৰিলেও তই কথা ক'বলৈ ধৰিবি। কাম কৰিলে নিশ্চয় মাৰিবলৈ নাহে। তয়ো যদি অনবৰত কপালখন কোঁচাই থাক,—সিনো কি কৰে? নিজৰ কাম কৰি গৈ থাক।" মাকে খণ্ডতে তাইক বুজালে। ইন্দিৰাইও একো নামতিলে। মাথোন কথাই প্ৰতি হুকাৰ ধৰি, কি কয় শুনি গৈ থাকিল।

ৰুক্মবা নিজৰ ঘৰলৈ উভতি যোৱাৰ সময়ত সুন্দৰবাবাইক কৈ গ'ল—"অনন্তৰ স্বভাৱটো কিবা একধৰণৰ মোৰ ছোৱালীজনীয়েও নাজানে যে গিৰিয়েকৰ লগত কেনে ব্যৱহাৰ কৰা উচিত। তাইৰ এতিয়া খেলাধূলা কৰি থকাৰ বয়স। তাইনো কি জানে?" এই বুলি বৈ সংকোচ ত্যাগ কৰি আকৌ ক'লে—"যদি সি বাহিৰত শুবলৈ চেষ্টাও কৰে তথাপি আপোনালোকে তাক ভিতৰতহে শুবলৈ ক'ব। দুই চাৰি দিনৰহে কথা। পিচত আপোনালোকৰে নাতি-নাতিনী হব। আপোনালোকেও সিহঁতৰপৰা পাব লগাখিনি সুখ পাব। আমাৰো বেছি ল'ৰা-ছোৱালী নাই।"

সুন্দৰবাই সকলো কথা শুনি আচৰিত হৈ ক'লে—"মোক কোৱাৰ প্ৰয়োজন কি? নিজে নিজেই সিহঁতে ঠিক কৰি ল'ব। সেইবোৰনো নালাগে কাক?"

ৰুক্মবাই সেই কথাৰ কোনো উত্তৰ নিদিলে। পিছত তাই জোৱাঁয়েকৰ ওচৰলৈ গ'ল। অনন্ত সেই সময়ত ক'ৰবালৈ যাবলৈ ওলাইছিল। ৰুক্মবাই তাক ক'লে—"এতিয়া মই কাইলৈ যাম বোপা! অহা সোমবাৰলৈ আমাৰ গাঁৱৰ মেলা চাবলৈ যাবা। এই কেইদিন হুৰমুৰ কৰোঁতে গ'ল। ভালমতে বহি কথা-বতৰাও কোৱা নহ'ল, ভালকৈ খোৱা-বোৱাও নহ'ল।"

"তথাপি মেলাৰ হুলস্থূলতো থাকিবই।" অনন্তই অন্যমনস্কভাৱে উত্তৰ দিলে।

ৰুক্মবাই জোৱাঁয়েকৰ কথাৰ ভাবাৰ্থ বুজি নাপালে। তাই ভাবিলে যে পাছবিয়াৰ সময়ত কৰা অভ্যৰ্থনা জোৱাঁয়েকৰ মনঃপুত হোৱা নাই। সেই কাৰণে তাই ক'লে—

"মেলাৰ কথানো কি, গাৱঁতো হাই-উৰুমি থাকে। আমাৰ ঘৰৰ পাছবিয়া যেতিয়া ওচৰ-পাজৰৰ কিছু মানুহ আহিছিল। এনেয়েনো সিহঁত আমাৰ ঘৰলৈনো আহে ক'ত? এতিয়া তোমালোকতো অহা-যোৱা কৰি থাকিবা। সেই সময়ত আমিনো সকলোকে চম্ভালো কেনেকৈ? তদুপৰি আমাৰ ল'ৰাহঁতৰ কাৰণে এই সকলো কথা নতুন। যদি কিবা হীন-দেঢ়ি হৈছিল তেনেহলে আমাক কব লাগিছিল। ঠিক কৰাই ল'ব লাগিছিল। আমিনো কিবা পৰ মানুহনে?"

অনন্তই বুকুম্বাৰ কথালৈ বিশেষ মনোযোগ নিদিলে আৰু টুপীটো মূৰত লৈ বাহিৰ ওলাই গ'ল। তাকে দেখি বুকুম্বা আৰু বেছি চিন্তিত হ'ল।

ঘৈণীয়েক ঘৰলৈ অহাৰ পিছৰে পৰা অনন্ত অতি কম সময় ঘৰত থকা হ'ল। সি দোকানত গৈ বহিবলৈ আৰম্ভ কৰিলে। ব্যৱসায়ৰ প্ৰতিও মনযোগ দিবলৈ আৰম্ভ কৰিলে। তাকে দেখি ৰামপাও কিছু আনন্দিত হ'ল। ভাবিলে ল'ৰা এতিয়া সঠিক বাটলৈ আহিছে। সি দোকানৰ দায়িত্ব পুতেকৰ হাতত সঁপি দি নিজে খেতি-বাতিৰ প্ৰতি মনোযোগ দিবলৈ আৰম্ভ কৰিলে। ঘৰলৈ বোৱাৰীয়েক অহাত সুন্দৰম্বাইও কিছু অৱকাশ পোৱা হ'ল। তাই ওচৰচুবুৰীয়াৰ ঘৰলৈ ফুৰিবলৈ গৈ কথা-বতৰা পাতে আৰু প্ৰধান প্ৰধান কাম কেইটামান কৰে। বাকী সৰু-বৰ কামবোৰ বোৱাৰীয়েকে কৰে। এইদৰেই জীৱন অতিবাহিত হবলৈ ধৰিলে। অনন্ত গধূলিলৈকে দোকানত থকাৰ কাৰণ আছিল। তাৰ অধিকাংশ বন্ধুৰ হাতত এনেয়ে কটাবলৈ সময় নাছিল। সিহঁতে ওচৰে কিটুৰৰ চেনিৰ—কাৰখানাত কাম কৰিছিল। পুৱাই কামলৈ গৈ গধূলিহে সিহঁত উভতি আহে। গতিকে সি দোকানত বহিবলগীয়া হ'ল। পিতাক সাঁজ লাগোঁ লাগোঁ হলে দোকানলৈ যায় আৰু অনন্তক পঠিয়ায়। অনন্তই এমুঠি বিড়ি আৰু আঠদহখনমান তামোল জেপত ভৰাই লৈ দোকানৰপৰা ওলাই আহে। এনেকৈ ওভোটাৰ সময়ত 'বালপা' মহাজনৰ দোকানত যদি সোমাল তেনেহ'লে হৈছে আৰু......। নিশা এঘাৰ বাৰ বজালৈকে তাচ খেলা চলে। তাৰ আটাইবোৰ পুৰণা বন্ধু তাতে গোট খায়। দোকানত বালপা অকলে থাকে। গতিকে তাত যিমান নিশালৈকে খেল নচলক কোনো বাধা নাই। এনেকৈ নিশা বাৰ এক বজালৈ তাচ খেলি গৈ অনন্ত ঘৰ পায় আৰু শুই থাকে। কেবাদিনো ইন্দিৰাই গিৰিয়েকৰ বাবে বাট চাই আছিল আৰু কোঠাৰ চাকি নুনুমোৱাকৈ ৰাখিছিল। তাইৰ মনত গিৰিয়েকৰ সৈতে কিবা নহয় কিবা কথা পতাৰ কাৰণে অতি আগ্ৰহ আছিল। অনন্তই কেতিয়াবা কেতিয়াবা দুই চাৰি আষাৰ কথা কৈছিল। নহ'লে শুই পৰিছিল। লাহে লাহে ইন্দিৰাই গিৰিয়েকলৈ বাট চাই থাকিবলৈ এৰিলে। তাই নিজৰ কাম কাজ শেষ কৰি আহি চাকি নুমাই শুই থকা হ'ল! অনন্তই আহি চাৰি পাঁচবাৰ মাতিলেহে তাই দুৱাৰ খুলি দিয়ে আৰু শুই থাকে। আধা-আধি টোপনিৰ মাজত গিৰিয়েক আহি শোৱাৰ কথা তাইৰ কেতিয়াবা মনত থাকে কেতিয়াবা নাথাকে। এনেকৈ দিনে দিনে লাহে লাহে ইন্দিৰাৰ মনত অনন্তৰ প্ৰতি উদাসীনতাৰ

ভাৱ বাঢ়িবলৈ ধৰিলে। একো একোবাৰ প্ৰণয়-সম্ভাষণ যাচি যদি তাইৰ গিৰিয়েকৰ ওচৰ চাপিবৰ মন যায় তেনেহ'লে দহবাৰ তাই তাৰপৰা আঁতৰি থাকিবলৈ বিচাৰে। সি যদি তাইৰ এষাৰ কথাৰ উত্তৰ নিদিয়ে, তেনেহলে সি চাৰিবাৰ মাতিলেও তাই নিমাত হৈ থাকে।

সি যি কি নহওক ডেকা কালত গিৰিয়েক ঘৈণীয়েক যদি একেলগে থাকে তেনেহলে কিমান দিনলৈ সিহঁতৰ দৈহিক সম্পৰ্ক স্থাপন নোহোৱাকৈ থাকিব পাৰে? কিছুদিনৰ ভিতৰত অনিচ্ছা সত্ত্বেও অনন্তৰ বাসনাই ইন্দিৰাৰ মাজেৰে পৰিতৃপ্তি লাভ কৰিলে। ইন্দিৰাই স্বামীৰ যথাৰ্থ সুখ লাভ কৰিবলৈ সক্ষম নহ'লেও তাতেই সন্তুষ্ট থাকিল। কিন্তু এনে অপূৰ্ণ-দাম্পত্য-সম্পৰ্কৰ পৰিণাম দুয়ো জনেই ভোগ নকৰাকৈ নাথাকিল। ইন্দিৰা দেখাত সুন্দৰী নহ'লেও ঘৰৰ কাম-কাজত অতি পটু আছিল। জন্মৰেপৰা তাইৰ মাজত সেই পটুতাৰ গুণ আৰু এটি অভিমানী চেতনাৰ বিকাশ হৈছিল। তুলনামূলক ভাবে তাই কম কথা কৈছিল। মাজে মাজে এনে লাগিছিল যে এই অভিমানৰ সৈতে যদি কিবা প্ৰকাৰে কম কথা কোৱা স্বভাৱ প্ৰযুক্ত নেথাকিলহেঁতেন তেন্তে অনন্তৰ জীৱনৰ ৰূপ হয়তো কিবা আন প্ৰকাৰৰ হ'লহেতেন। কেতিয়াবা কেতিয়াবা তাইৰ এই কঠোৰ স্বভাৱে অনন্তৰ মনত তাৰক্কাৰ মৃদু স্বভাৱৰ সৈতে তাইৰ স্বভাৱৰ তুলনা দাঙি ধৰিছিল। তেনে সময়ত তাৰ মন ব্যগ্ৰ হৈ উঠিছিল আৰু তাৰ জীৱনটোৱে নীৰস নীৰস লগা হৈছিল। তাৰক্কাৰ সৈতে চন্দ্ৰৰত কটোৱা দিনবোৰৰ স্মৃতি এটি এটিকৈ তাৰ মনৰ পটত নাচিবলৈ আৰম্ভ কৰিছিল। তাৰক্কাৰ প্ৰতি তাৰ প্ৰেম, তথা তাৰক্কা সিহঁতৰ এই ঘৰত থকা দিনবোৰৰ সকলো কথা তাৰ মনত পৰিছিল। তাৰ পিচত ঘটি যোৱা ঘটনাবোৰৰ কথা মনত পৰাত তাৰ হৃদয়খন চুৰমাৰ হৈ গৈছিল আৰু তাৰ দুখ লোতক ৰূপে তাৰ চকুৰপৰা নিগৰি বৈ আহিছিল। তেতিয়া অনন্তই ভাবিছিল—"ময়েইহে হেৰুৱাইছোঁ, এতিয়া তেওঁক পোৱাতো অসম্ভৱ।" তাৰ মনত এই কথা নিশ্চিত হৈ গৈছিল। যিয়েই নহওক অনন্ত এজন আচৰিত ধৰণৰ মানুহত পৰিণত হৈ পৰিছিল।

আৰম্ভনিতে সুন্দৰাবাইয়েই বোৱাৰীয়েকৰ প্ৰশংসাৰ সাকোঁখন বান্ধি দিছিল। ইন্দিৰাই কিবা যদি ভুল কৰে তেনেহলে সুন্দৰাবাইয়েই অনন্তৰ পৰা লুকুৱাই ৰাখিছিল আৰু অতি কোমলতাৰে তাইক যি কোনো প্ৰকাৰে দোষৰ কথা বুজাই দিছিল। নদীৰ পানীত তেতেলী ধুবলৈ গলে যেনেকৈ ব্যৰ্থ হোৱা যায় তেনেকৈ যিমানে দিন যাবলৈ ধৰিলে সিমানে সুন্দৰাইৰ বোৱাৰীয়েকৰ দোষ ত্ৰুটি সংশোধন কৰাৰ যত্ন বিফল হ'বলৈ ধৰিলে।

কেবাদিনো সহিব নোৱাৰি সুন্দৰাবাইয়ে তাইক বকিলেও—"ইন্দিৰা আজি কালি দেখোন তই কেনেখন হৈ যাবলৈ ধৰিছ?"

"কেনে?"

"আগতে তই কেনে আছিলি নাজান নে? আগৰ দৰে নাথাক কিয়?"

"আগতে কেনে আছিলোঁ?"

"নিজৰ ঘৰ, নিজৰ কাম বুলি সকলো কৰিছিলি। মই ভাবিছিলোঁ মোৰ বোজা পাতলিল।"

"এতিয়া কি হৈছে?"

"মই মানুহক কৈছিলোঁ, মোৰ বোৱাৰীজনী ইমান ভাল কিন্তু আজি-কালি তই এনে কৰ, যেন এই ঘৰখন পৰৰ ঘৰ। বস্তুবোৰ ইফালে সিফালে পৰি থাকে, ৰান্ধনীশালত কিবা বহালে উতলে যদি উতলিয়ে থাকে, শহুৰেৰ আহিলেও ভ্ৰূ-ভংগই নাই। অনন্ত আহিলেও মন নকৰ। কামত তই মনকে নিদিয়।"

"মই যেনেকুৱা তেনেকুৱা হৈয়েই আছোঁ। মইতো বেয়া হৈ গৈছোঁ। খেং খেঙীয়া হৈছোঁ। আপুনি মোক ঘৰলৈ আনি নিজে নিজে হুল পুতি লৈছে।"

"চিঃ চিঃ এতিয়া তোৰ লগত কোনে কথা কয়?" বুলি কৈ সুন্দৰাবাই কথা বন্ধ কৰিলে।

শাহুৱেক বোৱাৰীয়েকৰ মাজত কাজিয়া লাগক বা নালাগক, ঘৰৰ কাম হওক বা নহওক প্ৰকৃতি কাৰো কাৰণে বৈ নাথাকে। কাৰোবাৰ কিবা ভাল হোৱা নোহোৱালৈ বাট নাচায়। আপোন নিয়মে চলি থাকে। ইন্দিৰা অন্তঃসত্ত্বা হৈ প্ৰসূতি হোৱাৰ অপেক্ষাত মাকৰ ঘৰলৈ গুচি গ'ল। এতিয়া সুন্দৰাই ঘৰৰ সকলো কাম কাজ অম্লান বদনে কৰিবলগীয়া হ'ল। অনন্ত দোকানৰপৰা কেতিয়াবা আহিলে আহে নাহিলে নাই। দোকানৰপৰা ওলাই 'বালস্পাৰ' দোকানত সোমাই ওৰে নিশা তাচ খেলি তাতেই শুই থাকে। ৰাতিপুৱা চাহ খাবলৈ ঘৰলৈ আহিলে আহে নাহিলে আন ক'ৰবাত খাই লয়।

সিদিনা দুপৰীয়া নিজৰ ঘৰৰ কাম-কাজ কৰি সুন্দৰব্বা চোতাললৈ ওলাই আহিছিল। এনেতে এজনী বুঢ়ীয়ে "কি কৰি আছা সুন্দৰা?" বুলি মাত দি আগবাঢ়ি আহিল।

কিছু সময় ইটো-সিটো কথা কোৱাৰ পিচত বুঢ়ীয়ে সুধিলে—"তোমালোকৰ অনন্ত শুবলৈ ঘৰলৈ নাহে নেকি?"

'কিয়? আহে দেখোন!"

'একো নহয়, সদায় পুৱা তাক সো বালস্পাৰ দোকানত দেখা যায়। সেই কাৰণেহে সুধিছোঁ।"

সুন্দৰাবাইয়ে অনুমান কৰিলে যে বুঢ়ীয়ে আৰু কিবা ক'ব খুজিছিল, কিন্তু মনে মনে থাকিল। অলপ বৈ সুন্দৰব্বাই ক'লে "তাত কেইজনমান ল'ৰা লগ হৈ তাচ আৰু কড়ি খেলে। কেতিয়াবা কেতিয়াবা তাতে শুইও থাকে। কিনো কথা! ঘৰত তাৰ বোৱাৰীও নাই নহয়? যতেই শুই নাথাকক কিহৰনো পাৰ্থক্যটো আছে?"

"ভাল মানুহ যতেই পৰি নাথাকক কোনো কথা নাই। কিন্তু ওচৰে-পাঁজৰে

বিয়া দিব লগীয়া হৈ দ্বই এজনী ছোৱালী আছে। চাৰিবছৰমান হ'ল লায়ক হ্বৰ।"

সন্দৰস্বাৰো অনন্তৰ চাল-চলন সম্পৰ্কে কিছ্ব সন্দেহ হবলৈ আৰম্ভ কৰিছিল। তাইৰ ব্বকুখন কঁপি উঠিল। তথাপি তীক্ষ্ণভাৱে উত্তৰ দিলে—"সিহঁত যদি বিয়া বাৰ্ নকৰোৱাকৈ বহি থাকে কোনে কি কৰিব? সেই অঞ্চলৈ ল'ৰা যোৱাটো মানা নেকি? তেনেহলেতো বৰ মস্কিলৰ কথা। "কিয়, গাৱঁতনো বিয়া-বাৰ্ নোহোৱাকৈ ছোৱালী নাথাকেনে?'' হেজাৰ হওক অনন্ত তাইৰ প্বতেক।

সন্দৰস্বাৰ তীক্ষ্ণ কথাত ব্বঢ়ী বিব্ৰত হ'ল। "সেইবোৰ এৰা ভনীটি, তোমাৰ ল'ৰাৰ কথা কোনে কৈছে?" এই ব্বলি অলপ ভাবি ব্বঢ়ীয়ে আকৌ ক'লে—"বন্বৰা হৈনো ছোৱালীক স্কুললৈ পঠিয়ায় কিয়? পিছলৈ খেতি-বাতি কৰিব পাৰিবনে?" কিন্তু পিছত ব্বঢ়ীয়ে ব্বজি পালে যে তাই যি কথা কৈছে তাৰ একো আগ গ্বৰি নোহোৱা হৈ পৰিছে।

"কোন মান্বহ, কাৰ ছোৱালী অলপ খোলাখ্বলিকৈ কোৱাচোন?"

"সন্ধ্যা, সাতস্বাৰ ছোৱালী। একেবাৰে বাম্বণৰ ছোৱালী যেন লাগে। গাৰ ছালখন বগা। তদ্বপৰি অলপ পঢ়া-শ্বনাও আছে। সেওঁতা ফালি, ঝ্বম্কা পিন্ধি কান পৰ্য্যন্ত চুলি সজাই বান্ধি-কুন্ধি থলে অভাগিনী বন্বৰা ছোৱালী যেন নেদেখি। মাক বাপেকে তাইক বিয়া দিব নালাগেনে? কাণ সমনীয়া ছোৱালীক ঘৰত বহাই ৰাখিছে!''

"বহাই ৰাখিছে যদি কাৰ ক্ষতি হৈছে!'' পৰবৰ্ত্তী কথা উলিওৱাৰ উদ্দেশ্যে অলপ অস্বস্তিৰ ভাবত সন্দৰস্বাই ক'লে।

"সিহঁতেতো বহ্বৱাই ৰাখিছে, পিছে ল'ৰাবোৰক বিপথে নিছে। সিহঁতৰ কি হব? গাৱঁৰ ল'ৰাই সিহঁতৰ কাৰণেই নিজৰ মাজতে মাৰপিট নলগালেই হয়।" অলপ ভাবি ভাবি ব্বঢ়ীয়ে ক'লে।

সন্দৰস্বাই ব্বঢ়ীৰ কথা গ্ৰাহ্য নকৰিলে। তাইৰ অন্তৰৰ মাতৃহৃদয়খন বিব্ৰত হ'ল। তথাপি বাহিৰত সেইটো নেদেখ্বৱাই সাহেৰে ক'লে—"কি কৰিবা! ইয়াৰ মান্বহবোৰে কিবা হাতত খাৰ্ পিন্ধি আছে নেকি? নিজৰ ছোৱালীক তেওঁলোকে শাসনত ৰাখিব লাগে। সেই কথা তেওঁলোকে ব্বজি নাপায় নেকি?"

# 20

সূৰ্য্য অস্ত যোৱাৰ এঘন্টামান হৈছে। অপন্না পথাৰৰ পৰা উভতিছে। মূৰত তাৰ এটা নৰাৰ বোজা। বোজাটো এচুকত নমাই থৈ সি অম্মৰাক সুধিলে—"তোমাৰ খোৱা-বোৱা হ'লনে নাই, মা?"

"কোন! অপ্পু?" এই বুলি অম্মৰাই ক'লে—"এতিয়াও খোৱা নাই। তোৰ লগত খাম বুলিয়েই বাট চাই আছোঁ।"

"মই অলপ ম'হজনীৰ গাথীৰ খিৰাই আনো। তাৰ পিছত তোমাকো দিম আৰু ময়ো খাম। তেওঁ কেতিয়া গ'ল?"

"নাই যোৱা ঘৰতে আছে।"

"কিয় নগ'ল?"

"কেনেকৈ যাব? গাড়ী আহিলেহে যাব? বেচেৰীয়ে চৰাইৰ পোৱালীৰ দৰে তেওঁলোকৰ বাবে বাট চাওঁতে চাওঁতে ভাগৰি পৰিল। একেবাৰে গধূলি হোৱাত সিদ্ধাৰ হাতত উছৰ্গাৰ বস্তুখিনি দি পঠিয়ালে।"

"উছৰ্গাৰ বস্তুনো পঠিয়াব লাগিছিল কিয়? তেওঁলোকৰ যেতিয়া আমাক প্ৰয়োজন নাই, তেতিয়া বিনা নিমন্ত্ৰিত অতিথি হৈ গৈ ওলালে লাভ কি?"

"পিছলৈ আমাক কিবা ক'ব পৰাৰ সুবিধা থাকিব নালাগে, বাচা। এবাৰ যদি কথা পিচলে তেনেহলে মানুহে ৰত্নাক কি ক'ব? পিচত ভুগিব লগীয়া হ'লে একো অৰ্থ নহয়।"

"তাৰ কাৰণেই ইমান গুৰুত্ব দিব লাগে কিয়? তেওঁ কিবা কামত এইফালে আহিছিল। বাটতে আমাৰ ইয়াত সোমাল। যদি মাতিবলৈকেই আহিলহেঁতেন তেনেহলে গধূলিলৈকে মোৰ বাবে অপেক্ষা কৰিলেহেঁতেন। এই পাগলীজনীয়ে তালৈ যাবলৈ নাপালে যেন প্ৰাণ ধৰিব নোৱাৰা হৈছিল! এবছৰ হ'ল তাইৰ বিয়া হোৱাৰ। এবাৰো জানো তেওঁলোক আহিছে খবৰ লবলৈ—তুমি কেনে আছা?" অপন্নাই জ্ঞাতি, কুটুম্বৰ ওপৰত খং কৰিবলৈ ধৰিলে। "উছৰ্গাৰ" বয়বস্তু পঠোৱাৰ কাৰণে তাৰক্কাৰ ওপৰত অলপ খঙো উঠিছিল। এনেয়ে ভিতৰলৈ সোমাই আহোঁতে ব্যংগৰ সুৰত সি তাৰক্কাক সুধিলে—"তোমাৰ মোমায়েৰাৰ ল'ৰাৰ পাছবিয়া কেনেকুৱা হ'ল?"

তাৰক্কাই হাত-ভৰি ধোৱা পানী তপতাবৰ কাৰণে আখাৰ জুই খুচৰি-দি আছিল। "নাজানো গাড়ী কিয় নাহিল?" "কোলাত ফল-কটাৰী-দিয়া"টো

স্থগিত হোৱা নাইতো? নহলে, মোমাইদেউ তেনে কৰা মানুহ নহয়। সেই ভাবৰ ঢৌতে তাই উটি ভাঁহি ফুৰিবলৈ ধৰিলে—"অনন্তৰ একো হোৱা নাইতো? সি সেইজনী ছোৱালীক পিছ-বিয়া নকৰাও বুলি কৈ দিয়া নাইতো? এইবোৰ ভাবনাৰ লগে লগে তাইৰ চকুৰপৰা অশ্ৰুধাৰা বৈ পৰিবলৈ ধৰিলে। সেই কাৰণে গিৰিয়েকে কোৱা কথা তাইৰ কাণত নোসোমাল।"

অম্পন্নাই আকৌ বিদ্ৰূপৰ সুৰত সুধিলে—"কথা নোকোৱা কিয়? তেওঁলোকে নিবলৈ নাহিল কাৰণে তুমি মোৰ ওপৰতে খং জাৰিছা নেকি?'

তাৰক্কাৰ মনত যেন মুহূৰ্ত্তেতে হাহাঁকাৰৰ সৃষ্টি হ'ল। টোপনিৰপৰা সাৰ পাই চকু মোহৰাৰ নিচিনাকৈ চকুপানী মচিব লগীয়াত পৰিল।

"আপোনাৰ ওপৰত খং কৰিবলৈ আপুনি মোৰ কোন?" নিজৰ চিন্তাতে বিভোৰ হৈ থকাৰ কাৰণে বিবেচনা পাহৰি তাৰক্কাই ক'লে। ভাগ্য ভাল যে কম পোহৰৰ কাৰণে অম্পন্নাই তাইৰ চকুপানী দেখা নাপালে।

"কিয়, মই তোমাৰ একো নহওঁ?" অম্পন্নাই ক'লে, মাতটো তাৰ কঠোৰ হৈ ওলাল। আকৌ দাবি দি ক'লে—"তুমি তেন্তে মোৰ ঘৰত কিয় আছা?"

তাৰক্কাৰ তেতিয়াহে তৎ আহিল, তাই মুখেৰে কি কৈছিল। ততালিকে তাই কৃত্ৰিম মৰমৰ সুৰেৰে ক'লে—"ইটো সিটো কথাকৈ পথাৰৰপৰা অহা মানুহৰ মনটো কিয় বেয়া কৰিব লাগে। কেইদিনমান ভালে থাকি মাজতে আপুনিও আকৌ এনেখন কৰে। মই কৈছিলোঁ যে গাড়ীৰে মোক নিবলৈ আহিবলৈকে তেওঁলোকনো মোৰ কোন? সেই কথাতনো আপোনাৰ লাগে কিয়?" এই বুলি চলাহি লগাই কথা কৈ কৈ তাই অম্পন্নাক হাত মুখ ধুবলৈ পানী দিলে। অম্পন্নাৰ খং কপূৰৰ দৰে উৰি গ'ল। সি ক'লে, "এতিয়া তেওঁলোকে নিবলৈ আহিব কিয়? বাদ দিয়া! ক'ৰ বা আপোন মামা, ক'ৰ বা সম্পৰ্ক? কোনো প্ৰকাৰৰ জনা শুনাও নাই। তেওঁলোকৰ ওপৰত নিৰ্ভৰ কৰাৰ প্ৰয়োজন কি? আমাৰনো কিহৰ অভাব আছে?"

"একোকে অভাৱ নাই।" তাৰাই ক'লে। ভিতৰে ভিতৰে তাইৰ গোটেই অন্তৰখন পুৰি ছাই হৈ গ'ল। আপোনা আপুনি মুখেৰে এটি গভীৰ দীৰ্ঘশ্বাস ওলাই আহিল।

বাহিৰৰপৰা অম্মম্বাই লাহেকৈ গৈ মাত দিলে—"ঠিক কথা, যে আমাৰ একোৰে অভাৱ নাই। কিন্তু তেওঁলোকে গৰ্ব্ব দেখুৱাই দেখুৱাই তেনে কৰিছে নে বাৰু?" এই বুলি অলপ পৰ বৈ তাই ক'লে—"তেৱোঁ তাৰাক নিমন্ত্ৰণ কৰিবলৈনো আহিছিল ক'ত? মাত্ৰ গলৰ হাৰডাল নিবলৈহে আহিছিল!"

"গলৰ হাৰ? ক'ৰ হাৰ?" আচৰিত অম্পন্নাই সুধিলে।

"মামীদেৱে বিয়াৰ সময়ত গলত পিন্ধিবলৈ দিছিল। সেইডাল এতিয়ালৈকে মোৰ হাততে আছিল। কিমান দিনলৈকেনো ৰাখিম? সিদিনা মোমাদেউ অহাত

তেওঁলোকৰ বস্তু তেওঁৰ হাততে দি দিছোঁ।” আখাৰ জুই দপ্‌দপাই উঠিছিল। তাত অলপ পানী চটিয়াই দি তাৰাই ক'লে।

“সেই কাৰণেহে গলত হাৰডাল পিন্ধা নাই? মই ভাবিছিলোঁ চিঙিছে বোধকৰোঁ, খুলি থৈছে!”

অম্মব্বাই কলে—“চিঙিব কিয়? সেইডাল খুজি লৈ গৈছে। ছোৱালীজনীৰ গলটো পৰহিৰে পৰা উকা হৈ আছে।

অম্পন্নাই খঙেৰে সুধিলে “তোমাৰ মাৰাৰ ঘৰৰ সামৰ্থ্য নাই নেকি, যে আনৰ গহনা আনি পিন্ধিবলৈ দিছিল?”

“তেওঁলোকৰ কাৰণেতো সেইডাল নিজৰ বস্তুৰ দৰেই আছিল। মাই এতিয়া মোক গঢ়াই দিব।” মই কিবা তেওঁলোকৰ হাৰডালৰ আশাতে বহি থাকিমনে?”

“নহয়, তোমাৰ মাৰাই গঢ়াই দিব নালাগে। মই গঢ়াই দিম। মই সেই কথা কোৱা নাই। মই এনে হীন মানুহ নে কিবা যে, তোমাৰ মোমায়েৰাই হাৰডাল গলৰপৰা খুলি লৈ যাব?”

মাকৰ ফালে উভতি চাই সি আকৌ ক'লে—“দেখিছা, বোৱাৰীয়েকৰ “কোলাত ফল-কটাৰী দিয়া” উপলক্ষে মাতিবলৈ অহাৰ ভাও জুৰি আহি হাৰডাল খুলি লৈ গৈছে। আকৌ যদি এবাৰ আহে দেখিম।”

তাৰ কথাত মাজতে বাধা দি দুপৰীয়াৰে পৰা চেপি ৰখা খঙটো প্ৰকাশ কৰি অম্মব্বাই ক'লে—“আকৌ আহি তেওঁলোক আমাৰ বাট-চ'ৰা সোমাবহিনে? তেওঁলোকে আমাৰ ঘৰলৈ নাহক, আমিও তেওঁলোকৰ ঘৰলৈ নাযাওঁ। যিহেতু তেওঁলোকে গাড়ী নপঠিয়ালে, আমাৰ লগত তেওঁলোকৰ সম্পৰ্কও শেষ হ'ল।”

শাহুৱেকৰ এই শেষৰ কথাষাৰে তাৰক্কাৰ হৃদয়ত বাৰুকৈয়ে আঘাত দিলে। অকল সেয়ে নহয়, সিদিনাখন ৰাতি তাই একো নাখালেও। মনে মনে তাই সিহঁতৰ গাঁৱৰ দেৱী “লগমব্বাৰ” উদ্দেশ্যে প্ৰাৰ্থনা জনালে—“আই লগমব্বা, তুমি জানো মোক অনন্তৰ মুখখন দেখা পোৱাৰ পৰাও বঞ্চিত কৰিবা?”

ইয়াৰ কিছুদিন পিছত ৰত্নব্বাই জীয়েকৰ খবৰ ল'বলৈ আহিল। তাই ইমান দিনে খবৰ ল'বলৈ নহাৰ কাৰণ ব্যাখ্যা কৰি ক'লে—“মই ভাবিছিলোঁ যে ইন্দিৰাৰ “কোলাত ফল-কটাৰী” দিয়ালৈ তহঁতো যাবি। তাতেই তহঁতক লগ পাম। পিছে সিহঁতে গাড়ী “লৈনৰ” সিফালেৰে লৈ গ'ল, বাচা! সেই কাৰণে মই আকৌ এবাৰ ইফালে আহিব লগা হ'ল।”

“তেওঁলোকে অনন্তক কি কি দিলে? তুমি তাত কিমান দিন আছিলা? “নিয়ম-কাৰণ”—আটাইবোৰ ভালে ভালে শেষ হ'ল নে? ঘৰত পিতাই ভালে আছে নে?” তাৰক্কাই এফালৰ পৰা প্ৰশ্ন কৰি গ'ল।

ৰত্নব্বাই ক'লে—“সিহঁতে আগতেই মোমায়েৰৰ পৰা টকা-সিকা লৈ থৈছিল। গতিকে সকলো কথা সাধাৰণভাবে শেষ কৰা হৈছে। তোৰ পাছবিয়াত দিয়াত-

কৈও সিহঁতক বেছিকৈ দিয়া হৈছে। মোমায়েৰাই তহঁতক নিমন্ত্ৰণ কৰিবলৈ যিদিনা ইয়ালৈ আহে সিদিনাই মই চন্দ্ৰৰপৰা মোমায়েৰাহঁতৰ তালৈ আহিছিলোঁ। আঠদিন থাকি গৈছোঁ।"

"বাদ দিয়া, মোমাইদেউৰে নিমন্ত্ৰণ কৰিবলৈ অহাটো "বাটত পালো কমাৰ, দা গঢ়ি দে আমাৰ" বিধৰহে আছিল? নিমন্ত্ৰণ কৰিবলৈ আহিলে কোনোবাই এনেকৈ আহে নে? মাতিলে ভালকৈ আহি মাতিব লাগে। নহ'লে মনে মনে ঘৰত বহি থকাই ভাল। তেওঁলোককতো কোনেও দোষ নিদিলেহেঁতেন।" তাৰাই খঙৰ সুৰত ক'লে।

ৰত্নবাই আচল পৰিস্থিতিটো কেনে হৈছিল বুজাই দিবলৈ ক'লে—"তেওঁনো বেচেৰাই কি কৰিব? প্ৰত্যেকৰে কাৰণে বেলেগ বেলেগকৈ গাড়ীৰ ব্যৱস্থা কৰে কেনেকৈ? মোৰ কাৰণে এখন গাড়ী পঠাইছিল। তেওঁ ভাবি আহিছিল যে নিমন্ত্ৰণ কৰি তোক একেবাৰে লৈয়েই যাব। কিন্তু নিজে ঘৰত থাকি যাব লগা হ'ল। বাটত আমি তিৰোতা মানুহৰ কথা কোনে শুনে? গাড়ী চলোৱাৰ লগে লগে চলিবলৈ ধৰিলে। দুখন গাড়ী আগে আগে গৈছিল। আমাৰখন পিচত আছিল। সুন্দৰম্বাই এবাৰ নে দুবাৰ কৈছিল—মিছাতে মানুহৰ বদনাম কৰিবলৈ নাপায়। অনন্তই কৈ কৈ ভাগৰি পৰিল। কিন্তু আগৰ গাড়ী দুখন মাজবাটতে এৰি আমি আহোঁ কেনেকৈ?"

তাৰাই ক'লে, "সকলোৱে বুদ্ধিমান!" কথা-বতৰা শুনি অম্মম্বা কিবা কামত বাহিৰলৈ ওলাই গ'ল। যাওঁতে কৈ গ'ল—"ৰত্না বহুদিনৰ মূৰত আহিছা। তোমালোক মাৰা-জীয়েৰাই কথা-বতৰা পাতা। মই বাহিৰলৈ যাওঁ।"

ৰত্নবাই গোঁড় মাৰি ক'লে—"নালাগে তুমিও বহাহি। আমাৰ তেনে কোনো কথা পাতিব লগীয়া নাই।"

তাৰাই তেতিয়া ক'লে—"আমাৰ শাহু বৰ ভাল। মোৰ ফালৰ মানুহ আহিলে লগতে আহি ভিতৰত বহি কিছুসময় কথা-বতৰা পাতি খুৱাই-বুৱাই পঠিয়াবলৈ কৈহে বাহিৰলৈ যায়। ইয়াৰ আগতে পিতাই অহাৰ সময়তো তেনে কৰিছিল। পিতাই ভালে আছে নহয়? তুমি উভতি নোযোৱালৈকে চলিব পৰাকৈ তেওঁৰ খোৱা-বোৱাৰ ব্যৱস্থা কৰি আহিছা নহয়?"

"এচৰ চুবুৰীয়াক কৈ আহিছোঁ। গধূলি অলপ ভাত ৰান্দি খাব। পিচে তইতো সুখতেই আছ নহয় নে? তোৰ শাহুৱেৰ গৰাকী বৰ ভাল। কোনো কাজিয়া-পেচালতো নহয়?"

আম্মম্বা ওলাই যোৱাৰ পিছত জীয়েকৰ ফালে চাই, চিন্তিত ৰত্নাই সুধিলে—"বোপাৰ লগত তোৰ কেনে? সি জানো বেয়া? নহলে তোৰ এনে হৈছে কিয়? মুখ শুকাই সোতোৰা পৰা ভেণ্ডিৰ দৰে হৈছে. মুখত উজ্জ্বলতা নাই। আগতে কেনে ভৰপুৰ চেহেৰা আছিল।"

"তেনে কোনো কথা নাই।" বুলি কৈ মাকক চাহ দিবলৈ তাৰক্কা উঠি গ'ল আৰু মাকে নেদেখাকৈ ওলাই অহা চকুপানীখিনি মচি পেলালে।"

ৰত্নম্বা লগে লগে উঠি আহিল আৰু সুধিলে "কি হৈছে? ক'চোন! এই গৰমত মোক চাহ নালাগে।" কণ্ঠস্বৰত ৰত্নাৰ যেন প্ৰাৰ্থনাৰ সুৰ।

"খোৱা না, মা! কৰি দিওঁ। এতিয়া আমাৰো চাহ খোৱাৰ সময় হৈছে।" এই বুলি তাই চাহৰ পানী বহাবলৈ গুচি গ'ল।

ৰত্নম্বা অহাত তাৰক্কাৰ অপৰিসীম আনন্দ লাগিল। অপ্পন্নাইও বৰ ভাল পালে। সি শাহুৰেকৰ কাৰণে সোৱাদ লগাকৈ ৰন্ধাবঢ়া কৰিবলৈ ঘৈণীয়েকক আদেশ দিলে। শাহুৰেকৰ কাৰণে অনা লাড়ু, "কোঁড়বলে,* "চক্‌লী"** আৰু বুটি ঘৰৰ মানুহেও দুবাৰ দুবাৰকৈ খালে তথাপি সেইবোৰ শেষ নহ'ল। গতিকে তাৰক্কাই তপত ভাত কেইটাৰ বাহিৰে আন একো নাৰান্ধিলে শাহুৰেকৰ কথামতে ৰত্নম্বাৰ কাৰণে অনা খাদ্য সামগ্ৰীবোৰ ওচৰ চুবুৰীয়াৰ ঘৰে ঘৰে অলপ-অলপকৈ বিলাই দি আহিল। বহুত দিনৰ মূৰত অহা কাৰণে জোৱাঁয়েকে শাহুৰেকক আৰু চাৰিদিনমান থাকিবলৈ অনুৰোধ কৰিলে। জোৱাঁয়েকৰ অনুৰোধ মতে ৰত্নম্বা থাকিবলগীয়া হ'ল। কিন্তু থাকিলেনো মনে মনে বহি থকা যায় কেনেকৈ? গতিকে জীয়েকক গা ধুৱাবলৈকেই ঠিক কৰিলে। বহুত দিন হ'ল নিজৰ হাতেৰে জীয়েকক গা ধুওৱা নাই। পিঠিও ঘঁহি পিহি দিয়া নাই। ইয়াকে ভাবি ৰত্নাই পানীৰ যোগাৰ কৰাত লাগি গ'ল। তাকে দেখি অম্মব্বাই কলে—"ৰত্না তুমিও কেইলোটামান পানী ঢালি লোৱা। তাতনো তোমাক ধুৱাই দিব কোনে? "মোৰনো কি? কোনোবাই নহলে কোনোবাই চাৰি লোটামান ঢালি দিয়েই মোক।" অলপ ভাবি মাজতে ৰত্না থমকি ৰ'ল।

বুঢ়ীয়ে ৰত্নাৰ ভাব বুজি পালে।" তোমাৰ জীয়েৰাজনীওনো দূৰত ক'ত আছে? ধৰি লোৱা যে তাই এতিয়াও তোমাৰ গাৰঁতেই আছে। তোমাৰহে অহা-যোৱাটো কম।" এই বুলি কৈ, পিছত কিবা অলপ ভাবি আকৌ—"বাৰু ৰত্না তোমাৰ ননদ-জনীৰ (চিম্মম্বাৰ) নতুন বোৱাৰীয়েকৰ লগত কেনে চলিছে?" বুলি বুঢ়ীয়ে অলপ কৌতুহলেৰে সুধিলে। "নক'বা আৰু তাইৰ কথা, বিয়া হৈ যোৱাৰ চাৰিমাহ পিছলৈকে ভালেই আছিল। পিছত সেই একেই ঢং। ভঙা হাতেৰে কাপোৰ জোখাৰ স্বভাৱ তেওঁৰ।"

"তাইনো কিয় তেনেখন কৰে?"

"মই সেইবোৰ নুবুজোঁ। তাইতো ঘৰৰ আন কাৰো কথা নাভাবে। ভাবে মাত্ৰ নিজৰ আৰু পুতেকৰ কথা।"

---

* কোঁড়বলে—নিমখীয়া খাদ্য বিশেষ।

** চকলী—নিমখীয়া খাদ্য বস্তু।

"তেনেহলে পুতেককনো বিয়া কৰাই দিব লাগিছিল কিয় ?"

"সেই কথা তেওঁক সোধে কোনে ?" তাৰাই মাত দিলে।

"এতিয়া সোধোতা ওলাইছে নহয়। আমি নিজৰ সম্বন্ধৰ মানুহ বুলি সকলো সহ্য কৰিছিলো। সিহঁতে ( ভৰমাৰ নতুন শহুৰেকৰ ঘৰ ) সহ্য কৰিব কিয় ? এতিয়া চাই লবি চিম্মিয়ে বোৱাৰীয়েকক গাখীৰেৰে ভাত খাইছ বুলি কাজিয়া কৰিছিল। উছৰৰ সময়ত মাকৰ ঘৰলৈ গৈ এতিয়াও উভতি অহা নাই। সিহঁতক আমাৰ "মগদুম পৰিয়ালৰ মানুহ যেন পাইছে নেকি ? তিনিচাৰিবাৰমান মাতিবলৈ ! কিন্তু এতিয়া চিম্মব্বাৰ জীয়েকৰো খোজেপতি ছিদ্র ওলায় আৰু সিহঁতে বিদ্রুপ কৰে। তাইও অলপ মজা পাওক দে।"

"এতিয়া ভীমপ্পাক গৈ নোসোধা কিয় ?" তাৰাই ক'লে।

"সেইবোৰ আমি সুধিবলৈ যাম কিয় ?" মানুহেই সিহঁতৰ মুখত থুই পেলায়। আজিকালি চিম্মিৰ লগত তাৰ বাহি যোৱা নহা হৈছে।"

"জীয়েকক পঠোৱাৰ বিষয়ে সিহঁতে কি কয় ?" অম্মাই মাজতে সুধিলে।

সিহঁতে জোৱাঁয়েকক কৈছে, "যদি বেলেগকৈ ঘৰ বান্ধি থাকা তেতিয়াহে জীক পঠিয়াম।" নহলে তুমি নিজে আহি আমাৰ ইয়াত থাকাহি।"

"ল'ৰাজন এতিয়াও সৰুই আছে যেন পাইছোঁ।"

"ক'ত সৰুই আছে ? এতিয়া সি গৈ হয় শহুৰেকৰ ঘৰত থাকিব লাগিব নহয় মাকৰ লগত বেলেগ হব লাগিব। যদি এই দুটাৰ এটাও কৰিব নোৱাৰে তেনেহলে ঘৈণীয়েকক এৰিব লাগিব। "সেইখিনিও সি নুবুজেনে ? এতিয়াও সৰুই আছে ?"

ৰত্নব্বাৰ কথা অম্মব্বাৰ ভাল নালাগিল। তৎক্ষণাত তাইৰ চিন্তাই আন বাট ললে—"কাইলৈ হয়তো ৰত্নব্বাই মোৰ বিষয়েও এনেকৈয়ে কথা ক'ব পাৰে !" তাইৰ কুটিল মনত প্রশ্নটোৱে উঠা নমা কৰিবলৈ ধৰিলে।

"তোমাৰ গাতো কেইলোটামান পানী ঢালি দিওঁ দিয়া !" বুলি ৰত্নাই উক্ত কথাৰ প্রসংগ বন্ধ কৰি পেলালে।

"এৰাচোন ! মোকনো কেলেই ? নিজে ধুই লোৱা। তুমি কেতিয়াও অহাই নাই !" অম্মব্বাৰ মুখেৰে অলপ সংকোচৰ ভাবত কথাষাৰ ওলাল।

"বাৰে বাৰে আহিব খোজোঁ। পিছে ঘৰখন এৰি থৈনো আহোঁ কেনেকৈ ?"

"মই জানো তুমি আহিব নোৱাৰা। সেই কাৰণে তাৰাৰ মাহেকীয়া হলেই মই তাইৰ পিঠি ঘঁহি-পিহি দি গা ধুৱাওঁ। তোমাৰ জোৱাঁৰেৰাই পানী তপতাই গাধোৱা ঘৰত দি আহে। মই ধুৱাই দিওঁ ! লাগে যদি নিজৰ জীয়েৰাকে সোধা।" পুৰণি-কলীয়া মনোভাব সম্পন্না বুঢ়ী অম্মব্বাই ক'লে।

"হেৰা ! সুধিব লাগিছে কিয় ? তোমাৰ জী বুলিবলৈওতো এইজনীয়েই— আকৌ বোৱাৰী বুলিবলৈনো আন কোনোবা আছে জানো ?" তাৰক্কাৰ ফালে

ঘূৰি চাই উপদেশ সূচকভাবে ৰত্নাই ক'লে—"তয়ো আই মাহটোত শাহুৰেৰাক সাত-আঠবাৰমান গা ধুৱাই দিবি। ডাঙৰক সেৱা-শুশ্ৰূষা কৰাটো ভগবানক সেৱা কৰাৰ সমান। তাৰ ফলতে তোৰ চাৰি-পাঁচোটা ল'ৰা-ছোৱালী হ'ব।"

"ময়ো ঈশ্বৰক তাকে খাটি আছোঁ, বুজিছা?" এই বুলি অম্বৰাই ওপৰলৈ হাত জুৰি কবলৈ ধৰিলে—"ইয়ৰে আগতে দুমাহ তাইৰ নোৱাৰা হোৱা নাছিল। তাকে দেখি মই কিমান সুখী হৈছিলোঁ বোলো, গৰ্ভ বৈছে। পিছে সকলো মিছা। এতিয়ানো আকৌ কি হয় তাকে চাবহে লাগিব। সকলো ভগৱানৰ দয়া। মোৰ দেখোন বিশ্বাসেই নহয়! যেতিয়াৰে পৰা তোমাৰ ছোৱালী আহি আমাৰ ঘৰত সোমাইছে, তেতিয়াৰে পৰা দেখোন কিবা শুকাই খীণাই যাবলৈহে ধৰিছে। ঘৰত খোৱা-বোৱাৰ অভাৱ নাই। ভগৱানে বহুত কিবা-কিবি দিছে। ঘৰৰ সকলো লেন-দেন বোৱাৰীৰ হাততে। যি খাব খোজে খাওক, যি দিব খোজে দিয়ক।"

"তোমাৰ পুণ্যৰ ফলত সকলো থিক হৈ যাব।"

এদিন ৰত্নৰাই জীয়েক আৰু বিয়নীয়েক দুয়োকে তেল ঘঁহি গা ধুৱাই দিলে। পিছদিনা হকা-বধা কৰাতো তাৰকাই পানী তপতাই লৈ মাকক গা ধুৱালে। গা ধোৱাৰ পিচত মাক আৰু জীয়েক গৈ ভিতৰত শুই থাকিল। শাহুৱেক অহাৰ দিনাৰে পৰা অম্বৰাই বাহিৰত শুবলৈ লৈছে। নিশা বহুপৰলৈ মাক আৰু জীয়েকে কথা পাতি কটায়। বাহিৰত শোৱা অম্বৰাই সেই কথা-বতৰাবোৰ সুস্পষ্টকৈ নুশুনে। "মাক জীয়েক দুয়ো বহুদিনৰ মূৰত লগ লাগিছে যেতিয়া কিবা-কিবি কথা পাতিছে।" বুলি তাই শুই থাকে। যেতিয়া তাই সাৰ পায় তেতিয়া আকৌ শুনে যে সিহঁতৰ কথা-বতৰা চলিয়েই আছে। সিদিনা মাক আৰু জীয়েক দুয়োৰো ৰাতি পুৱাবৰ পৰলৈ টোপনিয়েই নাহিল। ইটো-সিটো কথাৰ শেষত ৰত্নৰাই জীয়েকক সুধিলে—"বোপা এতিয়াও মাজে মাজে গাঁৱলৈ যায় নেকি?"

"নাযায় ও, আকৌ নেৰেও তাইক……।"

"তেনেহে কথা নেকি? আমি আগতে সেই কথা জনা নাছিলো, বাচা! বোকাৰ পৰা উঠিবলৈ গৈ আকৌ খালত পৰা যেনহে হ'ল। যিকি নহওক, মানুহে ঘৰৰ এৰি যদি পৰলৈ মন মেলে তেন্তে বেয়া কথা।" "মনোমত স্বামী পাবলৈ হলে ভাগ্য ভাল হব লাগে।" তাৰাই ক'লে।

জীয়েকৰ কথা শুনি ৰত্নাৰ এনে লাগি গ'ল যেন কোনোবাই কলিজাত এপাত শেলহে বহুৱাই দিলে। কিছুপৰ দুয়ো মনে মনে থাকিল। তাৰকাৰ চকুৰপৰা পানীৰ টোপাল তাইৰ গালৰ ওপৰত বাগৰি পৰিল। ৰত্নৰাই তাকে মচি দি ৰুদ্ধ কণ্ঠেৰে ক'লে—"কেলেই? মানুহজনকতো দেখাত ঠিক যেনেই লাগে! লাগিলে দহজনীকো ৰাখক। কিন্তু তোৰ লগত ঠিকমতে চলিলেই হ'ল। তাকেহে লাগে। মতা মানুহকনো বাধা দিবি কেনেকৈ?" জীয়েকৰ মনৰ অৱস্থাটো নজনাৰ কাৰণেই ৰত্নৰাৰ মুখৰ পৰা এই কথাকেষাৰ ওলাল।

মতা মানুহ বুলিয়েই কোনোৱে হকাবধা নকৰে। সেই কাৰণেহে এনেবোৰ কথা হয়।

"হলেনো কি হ'ল? তাইকো চম্ভালি লৈ চলি থাক। তাই আহিলে এষাৰ দুষাৰ মাত কথা দিবি। তাইনো তোৰ কি লৈ যাব? যদি বোপাই তাইক বিচাৰে তেন্তে তয়ো তাইৰ লগতে সমিল মিলেৰে থকাটো উচিত হ'ব।"

"এৰা মই তাইক মাতি পঠিয়াইছিলোঁ, কিন্তু তাই অহা নাই। মইনো কি কৰিম? মাত্ৰ সৰু জীয়েকজনী আছে, কেইদিনমানৰপৰা তাইও অহা নাই। ক'ৰবালৈ গাওঁ ফুৰিবলৈ গৈছে বোধহয়।"

"ছোৱালীজনী কেনে? ধুনীয়ানে?"

"ধুনীয়া। সঁচাকৈয়ে বৰ ধুনীয়া। ভাজি চটিয়াই দিলেও গজি উঠিব পৰা শস্যৰ দৰেই চলচলিয়া। পোনতে তাই মই কিবা বস্তু দিলে নলৈছিল। এতিয়া তাইক যদি কিবা লাগে তেন্তে মোৰ পিছতহে লাগে। তাই যদি এদিনো নহাকৈ থাকে তেনেহলে মোৰ মনটোৱেই ভাল নালাগে। বৰ কথা কয় তাই।"

"আমাৰ ভাগ্যতেই ল'ৰা-ছোৱালী নাই।"

"বাদ দিয়া ল'ৰা-ছোৱালীৰপৰানো কিটো সুখ পোৱা যায়?" ল'ৰা-ছোৱালী নোহোৱা কাৰণে জীয়েকৰ মনত সঞ্চিত হোৱা নিৰাশা দেখা পাই ৰত্নাই মনত বেজাৰ পালে আৰু ভাবিবলৈ ধৰিলে—"আমাৰ এই একেজনী মাথোন ছোৱালী। আমি ভাবিছিলোঁ যে অতি কমেও তাইৰ দুই চাৰিটা ল'ৰা-ছোৱালী হব, কিন্তু নহ'ল। এঠাইৰ পৰা আন এঠাইত বিয়া দিলোঁ।" ৰত্নাৰ চকুৰ আগেৰে তাৰক্কাৰ লৰালি কালৰ পৰা বৰ্ত্তমানলৈ সময় চোৱাৰ জীৱনকালৰ ছবি পাৰ হৈ গ'ল। অৱশেষত তাই ক'লে—"ক'ৰবাত সোধা-মিলা কৰি চাব লাগিছিল, বাচা! তোৰ লগৰ ছোৱালীবোৰৰ চাৰি পাঁচোটাকৈ ল'ৰা-ছোৱালী হ'ল। তইহে যেনে আছিলি তেনেই থাকিলি।"

"সোধা-মিলা কৰাৰ প্ৰয়োজন কি? ইফালে সকলো ঠিকেই আছে?"

"তাৰক্কাৰ মুখলৈ চাই ৰত্নাই সুধিলে—"কি ঠিক আছে।"

"তুমি ধৰিব পৰা নাই?"

"এইবাৰো মোৰ—'নোৱাৰা' হবৰ ডেৰ মাহ পাৰ হৈ গৈছে।"

ৰত্নৰ্বাৰ ৰং লাগিল। তাৰাক ডিঙিত সাৱতি ধৰি ক'লে—"মিছাতো কোৱা নাই নহয়? সঁচাকৈয়ে ডেৰমাহ পাৰ হৈ গৈছে?" তাইৰ কথাৰ সুৰত সন্তুটিৰ আভাস।

"মিছা নহয়, সঁচাকৈয়ে মোৰ 'নোৱাৰা' হ'বৰ ডেৰমাহ পাৰ হৈ গৈছে।" তাইৰ কথাৰ সুৰত এনে মনোভাব প্ৰকাশ হৈ পৰিছিল যে, যেন তাই বিচাৰিছিল মাকৰ এই আনন্দ প্ৰৱাহ বাধাপ্ৰাপ্ত নহওক।

"কি কথানো লুকাই ৰাখিছ? তাৰ কোনো লক্ষণে দেখা দিয়া নাই?"

কিছুসময় মনে মনে থাকি "বুজি পাইছোঁ। এমাহ পোন্ধৰ দিনতে আকৌ 'মাহেকীয়া' হৈ যাব।" বুলি দুঃখিত সুৰত তাৰাই ক'লে।

"তাৰা!"

"কি?"

"সকলো কথা খোলা-খুলিকৈ নকৰ কিয়? তোৰ কথা মই বুজি নাপাওঁ। তোৰ ল'ৰা-ছোৱালী কেতিয়া হব তাকে ভাবি আমি আকাশৰ ফালে চকু তুলি চাই আছোঁ। বাৰ দেৱতাক কাকুতি-মিনতি কৰিছোঁ, কিন্তু তই এবাৰ কথাও সঠিককৈ নকৰ।"

"কিনো ক'ম?"

"তইহে জান।"

"মই জানোঁ। কিন্তু······" বুলি ক'বলৈ গৈ তাৰকাই বাগৰ সলালে। ৰত্নবাই ভাবিলে যে মাকৰ মনত দুখ নিদিবলৈ তাৰকাই কিবা কথা লুকুৱাই ৰাখিছে। ভাবি তাইৰ বৰ দুখ লাগিল। তাৰকা তাইৰ একেজনী জীয়েক। আপোন মানুহ বুলিয়েই প্ৰথমবাৰৰ সম্বন্ধটো পতা হৈছিল। কিন্তু তাতো সুখ নাপালে। এতিয়া এনেয়েহে ডিঙিত লাগিছে। ইয়াকে ভাবি ওৰে নিশা তাইৰ টোপনি নাহিল। পিছদিনা ৰাতিপুৱা ৰত্নবাই জোৱাঁয়েকক মাত দি ক'লে—"মই অহাৰ চাৰি পাঁচদিন হৈ গ'ল, এতিয়া মই ঘৰলৈ যাওঁ।"

অম্পন্নাই ক'লে—আকৌ দুই তিনিদিন থাকি যাওক।"

"তেনেকৈ নকবা বোপা, ঘৰত খিৰতি ম'হ আছে গাখীৰ খিৰাব লাগে, পথাৰলৈ যাব লাগে, তেওঁ ঘৰত অকলে অকলে কেনেকৈ কৰিব? ধপাত তুলিবৰ সময়ো হৈছে, পথাৰৰ পৰা মাকৈবোৰো কটা হৈছে, আটাইবোৰ তেনেই পৰি আছে। সেই-বোৰ সামৰি-সুতৰি থব লাগে। বলধো পোৱা নাযায়। মই চাৰিদিনমানৰ কাৰণেহে ইয়ালৈ আহিছিলোঁ! এই খেতি চপোৱাৰ সময়ত ক'ৰবাত বৈ থাকিব পাৰি নে?" এইদৰে কথা কৈ তাই জোৱাঁয়েকৰ অনুৰোধৰ সমিধান দিবলৈ যত্ন কৰিলে।

"তেনেহ'লে চাৰিদিনমানৰ কাৰণে ময়ো যাওঁ ব'লক। বলধ আৰু গাড়ী লৈ যাম আৰু খেতি-বাতি চপাই মেলি উলটি আহিম।"

ৰত্নবা আচৰিত হ'ল। এই পৰ্য্যন্ত জোৱাঁয়েক এবাৰো সিহঁতৰ ঘৰলৈ যোৱা নাই। গতিকে খৰচ পাতিৰ বিষয়ে কি কৰা যায়? চিন্তাই তাইৰ মনত মাজতে উঠা-নমা কৰিবলৈ ধৰিলে। আনহাতে জোৱায়েকে নিজে যাওঁ বুলিছে যেতিয়া তাকনো হাক দিয়া যায় কেনেকৈ? এইবোৰ ভাবি তাই ক'লে— 'বাৰু, ব'লা তেনেহলে। দুদিনমান থাকি আহিবা, আমাৰনো কি? যেয়ে কাম কৰি নিদিয়ক, বহুত আছে। তথাপি ঘৰ দুৱাৰ পেলাই থৈ তুমিনো কেনেকৈ যাবা?"

"ইয়াত আজি-কালি বৌছ কাম নাই। পথাৰৰ কাম সিদ্ধাই চোৱা-চিতা

কৰিব। কলগছবোৰত কালিয়েই পানী দিয়া হৈ গৈছে। ময়ো সোনকালেই উভতি আহিম।"

ইতিমধ্যে ৰত্নবাৰ মনত আৰু এটা ভাবে ভুমুকি মাৰিলে।" প্ৰথমতে আপোন মানুহ বুলিয়েই জীক গাৱঁতে দিছিলোঁ। পিচে সিহঁতে এইখন কৰিলে। ইফালে ই চোন গৈ পেলাই কাম কৰাৰ কথা কৈছে? যাওক তেনেহ'লে, সি গ'লে চিম্মখাৰ নাকটো কটা যাব।" গতিকে ৰত্নাই ক'লে—"তেনেহলে আজিয়েই যাওঁ ব'লা।"

খাই-বৈ উঠি অপন্নাই বাকচৰ পৰা শাড়ী এখন উলিয়ালে। বুঢ়ী অম্মব্বাই ৰত্নাক ক'লে—"বজাৰলৈ যাব পৰা নহ'ল। আমি বজাৰৰপৰা বহুত দূৰৈত আছোঁ। গাৱঁত আকৌ কাপোৰৰ দোকান নাই। এইখন শাড়ী ঘৰতে আছিল। যোৱাৰ সময়ত তাকে পিন্ধি যাবা!"

"এতিয়ানো কিয় লাগে? পিছত কেতিয়াবা আহিলে পিন্ধিম।"

"আকৌ আহিলে আকৌ এখন পিন্ধিব। এতিয়া এইখন পিন্ধিলেনো কি হয়?" অপন্নাই জোৰ দি ক'লে।

"তোমালোকৰ আশীৰ্ব্বাদত আমাৰ ঘৰত একোৰে অভাব নাই। বিয়াৰ সময়তো একো এখন পিন্ধিবলৈ দিয়া হোৱা নাই। এইবাৰ কিন্তু ল'বই লাগিব। এই বুলি অম্মব্বাই তাইক শাড়ীখন পিন্ধাইহে এৰিলে।

ৰত্নব্বাই ৰং মনেৰে পিন্ধি-উৰি ওলাল। বাহিৰত সিদ্ধাই গৰুগাড়ী সাজু কৈ ৰাখিছিল। অপন্নাইও নতুন কাপোৰ-কাণি পিন্ধি হাতত চাবুক এডাল লৈ গৈ উঠিল। তাৰক্কাই টালি-টোপোলা কেইটা আনি গাড়ীত তুলি দিলে। ৰত্নব্বাই বিদায় লৈ গাড়ীত উঠি বহিল। মাক জীয়েক দুয়োৰো চকুৰে চকুলো ববলৈ ধৰিলে। অপন্নাই মুখ ঘুৰাই ঘৈণীয়েকলৈ চাই হাঁহি মাৰি ক'লে—"চাৰিদিনমানৰ ভিতৰতে আহিম।" তাৰ হাঁহিটো দেখি ৰত্নব্বাই সম্ভৱ নিজৰ জীৱনটো ধন্য হোৱা যেন অনুভৱ কৰিলে। গাড়ীৰ বলধৰ টিলিঙা বাজি উঠিল। গাড়ীখন চকুৰে দেখা পোৱালৈকে শাহুৱেক আৰু বোৱাৰীয়েকে তাতে চাই থাকিল আৰু পিছত ঘৰলৈ উভতিল।

অপন্নাই শহুৰেকৰ ঘৰলৈ অকল ফুৰিব যোৱা নাছিল। শস্য চপোৱাৰ কামত সহায় কৰিবলৈও গৈছিল। চন্দ্ৰৰ সকলো মানুহেই তাকে দেখি ক'বলৈ আৰম্ভ কৰিলে—"মগদুম পৰিয়ালে ভাল সম্পৰ্ক কৰিছে। বিচাৰি মৰিলেও এনে মিতিৰ পাবলৈ নাই।" কোনো কোনোৱে ক'লে—"তাৰ আৰু কোননো আছে? তাকেই আশ্ৰয় কৰি লব লাগে। এদিন নহয় এদিন এই সকলোবোৰ সম্পত্তি তাৰেই হব।" এই সকলোবোৰ আলাপ আলোচনা অপন্নাৰ কাণত নপৰাকৈ নাথাকিল যদিও সি আনন্দ মনেৰেই লৰি-ধাপৰি সকলো কাম সমাপন কৰিলে আৰু চাৰি-পাঁচদিনৰ পিছত এতোলা সোণৰ আঙঠি, চুৰিয়া, পাগুৰি আৰু কাপোৰ-কাণি লৈ ঘৰলৈ উভতিল। ওভোটাৰ সময়ত তাৰ মনত এই কথা নিশ্চিতভাবে সোমাই পৰিল,—

"অৱশেষত শাহুৰ, শহুৰৰ সকলো সম্পত্তি মোৰেই হব।" গতিকে সি তাৰক্কাক ক'লে—"আমি গৈ যেতিয়া তোমালোকৰ গাওঁ পাওঁ, তেতিয়া গাড়ীৰ বলধৰ টিলিঙাৰ শব্দ শুনি তোমাৰ পাগলী পেহীয়েৰাজনী (চিম্মব্বা) লৰমাৰি ওলাই আহিছিল, চাবলৈ। পিছে আমাৰ গাড়ী দেখা পাই মুৰ তলকৈ গুচি গ'ল।"

তাৰক্কাই ৰং মনেৰে সুধিলে—"সঁচাই তেনে হৈছে? অলপ সময় ৰৈ তাই আকৌ ক'লে—আপোনালোকে কেতিয়া গৈ সেইখিনি পাইছিল? তেওঁলোকৰ ঘৰৰ সিফালেৰে গাড়ী নিছিল কিয়?"

"নিশা এক বাজিবৰ হৈছিল। বলধ লাহে লাহে গৈছিল। শাহুৱে সেই ফালেৰে গাড়ী নিব ক'লে কাৰণে, নিয়া হ'ল। পেহীয়েৰাই যেতিয়া আমাৰ গাড়ী দেখা পাই গুচি গ'ল তেতিয়াহে তেওঁ ক'লে যে—সেইজনীয়েই চিম্মা।"

"আপুনি তেওঁক তেতিয়ালৈকে দেখা নাছিল?"

"সেই দুৰ্কপালীক মই কিয় চাবলৈ যাম? বিয়াৰ পিচত মই জানো তোমালোকৰ গাৱঁলৈ গৈছোঁ? তেওঁলোকেও সিগৰাকী বোৱাৰীয়েকক কালিহে আনিবলৈ যাব।"

"আনিবলৈ যাব? তাইৰ মাকৰ ঘৰে তাইক পঠিয়াবলৈ মান্তি হৈছেনে?

"নপঠিয়াইনো কি কৰিব? তিনি দিন হ'ল পুতেকে চিম্মাক বেলেগ কৰি দিছে। কান্দি কান্দি তাই সকলোৰে ওচৰলৈ গৈছিল। শুনিছোঁ যে মাক পুতেকৰ মাজত কাজিয়া লাগিছে।"

এনে ধৰণৰ কেবাটাও খা-খবৰ দিয়াৰ পিছত অম্পন্নাই তাৰাক আৰু এটি বাতৰি দিলে—"নদীলৈ যোৱা আলিৰ কাষৰ ভঁৰালৰ ওখ ঠাই এটুকুৰাত থিয় হৈ মই যেতিয়া কাম কৰি আছিলোঁ তেতিয়া পানী আনিবলৈ যোৱা সকলো জীয়ৰী-বোৱাৰীয়ে উভতি উভতি মোলৈ চাই চাই গৈছিল। এজনীয়েতো তেনেকৈ চাওঁতে চাওঁতে তাইৰ মুৰৰ ঘাগৰিটোকেই পেলাই দিলে।

গিৰিয়েকৰ কথা শুনি তাৰক্কাৰ মুখত হাঁহি বিৰিঙি উঠিল। তাই মনতে ভাবিলে "এৰা তুমি এনেহে শোভন যে সকলো তিৰোতাই তোমাকেহে চায়।" কিন্তু তাই গিৰিয়েকৰ কথাৰ কোনো সমিধান নিদিলে।

এনেকৈ পাঁচ-ছয় বছৰ পাৰ হৈ গ'ল। তাৰক্কাৰ ল'ৰা-ছোৱালী একো নহ'ল। তাইৰ মনত শান্তি নোহোৱা হ'ল। স্বাস্থ্যও দিনে দিনে বেয়া হৈ যাবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা তাইৰ "মাহেকীয়া" হোৱাত পলম হয়। পেটটো জ্বলা-পোৰা কৰে। দুই-এঠাইত তাইক দেখুওৱাও হ'ল। চিকিৎসকে ক'লে—কেইদিনমান হাস্পাতালত থাকি চিকিৎসা কৰিব লাগে। কিন্তু সেইটো ইয়াত থাকি সম্ভৱ নহয়। মাকহঁত অৱশ্যে তাৰ বাবে সাজু আছিল। কিন্তু তাৰক্কা ঘৰ এৰি যাব পৰা নাছিল। ঘৰৰ দৈনন্দিন আদান-প্ৰদান তাইৰ জৰিয়তেই চলে। তাইৰ উদাৰতাৰ প্ৰভাৱত গোটেই ঘৰখন সুখে সন্তোষে আছে। ওচৰ-পাঁজৰৰ মানুহ আৰু চাকৰ-

বাকৰে তাৰক্কাক এগৰাকি অতি ভাল তিৰোতা বুলি গণ্য কৰে। তাই কাৰো সৈতে হাই-কাজিয়া নোহোৱাকৈ হাঁহি মুখে সময় পাৰ কৰি চলি আছে।

অম্পন্নাৰ মনৰ ভাব-গতি আকৌ আন ধৰণৰ। সেই প্ৰথমবাৰ শাহুৱেকৰ ঘৰৰ পৰা অহাৰ পিছৰেপৰা সি প্ৰায়েই তালৈ যোৱা অহা আৰম্ভ কৰিছিল। কেতিয়াবা ঘৈণীয়েককো লগত লৈ গৈছিল। গৰমৰ দিনত এমাহ-দুমাহ তাতে থাকি খেতি বাতিৰ কামতো সহায় কৰিছিল। খেতি চপাবৰ সময়ত ঘৈণীয়েকক তালৈ পঠিয়াই দিছিল। ৰত্নবাকো কেতিয়াবা নিজৰ ঘৰলৈ লৈ আহিছিল। এইদৰে সি মল্লৰ মনটোও জয় কৰিবলৈ সক্ষম হৈছিল। সি এনে মনোভাৱ দেখুৱাইছিল যে যেন তাৰ মনত নিজৰ ঘৰ আৰু শাহুৱেকৰ ঘৰৰ মাজত কোনো পাৰ্থক্য নাই। সি এনে যত্নও কৰিছিল যাতে তাৰ শাহুৱেকৰ মনটোও তেওঁৰ মাকৰ ঘৰ তথা ভতিজা পুতেকৰ ফাললৈ বৰ বেছি আকৰ্ষিত হই নাথাকে। সেইবাবে এবাৰ ৰত্নৱা হাৰোগেৰিলৈ আহোঁতে তাৰক্কাই অনন্তৰ বিষয়ে খা-খবৰ কৰাৰ কথাকে লৈ অম্পন্নাই কাজিয়াৰ সূত্ৰপাত কৰিছিল। "মই সিহঁতৰ খটখটিতে ভাৰি নথওঁ। আপুনি মোৰ ইয়াত, তাৰ নামকে নল'ব। যদি তাকে কৰিব নোৱাৰে আপোনালোক সিহঁতৰ ঘৰলৈকেই গুচি যাওক।" কথাখিনি সি খঙৰ ভমকতে কৈছিল। কথা শুনি ৰত্নব্বা বিচুৰ্ত্তি হ'ল; জোঁৱায়েকক বুজালে। অকল সেয়ে নহয়, জোৱায়েকে যাতে মনত আঘাত নাপায় সেই কাৰণে নিজৰ মাকৰ-ঘৰ সম্পৰ্কীয় সকলো কথাকে পাহৰাই ৰখাৰ যত্নত লাগিল।

ল'ৰা-ছোৱালী নোহোৱা কাৰণে কেতিয়াবা কেতিয়াবা অম্পন্নাৰ মনত বৰ হতাশাৰ সৃষ্টি হয়। কোনো উথান-পতন নঘটা সত্ত্বেও এই জীৱনটোৰ প্ৰতি তাৰ মনত বিতৃষ্ণা জাগে। যন্ত্ৰৰ দৰে পৰিশ্ৰম কৰোঁতে কৰোঁতে জীৱনটোৰ প্ৰতি তাৰ ঘৃণা উপজিবলৈ আৰম্ভ কৰিছে। কেতিয়াবা কেতিয়াবা তাৰ ভাব হয়,—ল'ৰা-ছোৱালীৰ কাৰণে আকৌ নতুন এজনী বিয়া কৰোৱা উচিত। কিন্তু তাৰ মনত পৰে ষে ঘৈণীয়েক থাকোঁতেই তাৰ এই বয়সত তাকনো ছোৱালী দিব কোনে? লগতে শাহুৱেকৰ সা-সম্পত্তিৰ কথাও আছে। গতিকে সেই চিন্তা সি সিমানতে এৰি পেলায়। ভালটোহে সি তাৰ মনৰ ভাব লুকাই ৰাখিব পাৰে, নহলে তাৰ মানসিক অৱস্থাৰ কথা তাৰক্কাই কেতিয়াবাই গম পালেহেঁতেন! অৱশ্যে তাৰ ফলত তাইৰ মনত কোনো প্ৰকাৰে বিষাদ বা আনন্দৰ সৃষ্টি হয়তো নহ'লহেঁতেন। তাই নিজে বাৰে বাৰে গিৰিয়েকক কৈছিল—"আপনি যদি ইচ্ছা কৰে আকৌ এজনী বিয়া কৰাওক। হয়তো তাইৰ পৰা ল'ৰা-ছোৱালী হব।

সি উত্তৰ দিছিল—"আমাক ল'ৰা ছোৱালী কিয় লাগে? দুয়ো সুখেৰেই আছোঁ। এয়ে যথেষ্ট নহয় নে? আমাৰনো ক'ত বেচি সা-সম্পত্তি আছে?" মুখেৰে সি এইদৰে কৈছিল যদিও তাৰ প্ৰকৃত মনোভাৱ ওলাই পৰিছিল যে, সি ভিতৰি ভিতৰি সন্তান কামনা কৰে।

তাৰ মনৰ ভাব বুজিব পাৰিয়েই তাৰক্কাই আকৌ কৈছিল—"যেতিয়াই কৰাব খোজে কৰাব। যদি কৰাব নোখোজে নাই। কিন্তু ডাক্তৰক দেখুৱাই নিজৰ গাটো ভালে ৰাখক। এটা ফোঁহা ওলালেও ততালিকে ভাল নহয়। কালি শাহুৱে কৈছে যে, আপোনাৰ শৰীৰৰ তেজবোৰ দূষিত হৈছে।" এই বুলি তাই কথাষাৰৰ দায়িত্ব শাহুৱেকৰ গাত জাপি দিছিল।

অম্পন্নাৰ খুৰাকৰ পুতেক ভায়েকৰ ছোৱালীজনীৰ বিয়া এনাপুৰতে পাতিবলৈ ঠিক কৰা হৈছিল। গোটেই ঘৰখনেই বিয়াৰ যা-যোগাৰত ব্যস্ত হৈ পৰিছিল। তাৰক্কাৰ খুৰী শাহুৱেক আহি আগ্ৰহেৰে ক'লে—"তোমালোক দুয়োজনেই যাব লাগিব। মোৰ একেটি মাথোন নাতিনীৰ বিয়া। অম্পন্নাও লপে লগেই যাবলৈ সাজু হ'ল। সি তাৰক্কাক ক'লে—"ব'লা আমি দুয়োজনে গৈ ছোৱালীজনীৰ বিয়াখন কৰাই আনোঁ। মোৰ বিয়াৰ সময়তো তেওঁলোকে দুয়োদিন খাটিছিল।"

তাৰাই ক'লে—"মই যাব নোখোজোঁ। আপুনি গৈ আহক।"

"মই নাযাওঁ বুলি ক'লে, সিফালে তাত কন্যাদান কৰিব কোনে? খুৰীদেউৱে আগতে কৈ থৈছে। মই অকলে গৈ তাত কি কৰিম? এখন গাড়ীও পাম। সুবিধাটো এৰা কিয়? মোৰ প্ৰথম বিয়াৰ সময়ত তেখেতে টেকেলী লৈছিল আৰু সেইবাবে এখন শাড়ীও পাইছিল। মই অনুমান কৰিছোঁ এতিয়া তেখেতে তাৰ ধাৰ সুজিব খুজিছে।"

"সেইবোৰ ঠিকেই আছে। পিছে মই এই মুখখন লৈ এনাপুৰলৈ যাব নোখোজোঁ।"

"সেইটোনো কি কথা? আমি কিবা সিহঁতৰ বাপেকৰ ধাৰ খাইছোনে? সিহঁতৰ ঘৰলৈ যাম বুলি ভাবিছা নেকি?"

গাওঁখনলৈ যাম, অথচ সিহঁতৰ ঘৰত মাত এষাৰ নিদিয়াকৈ গুচি আহিম,—মানুহে কি বুলিব।"

"একোকে নকয়, কোনোবাই যদি কিবা কয় মই বুজাই দিম ব'লা।"

"ল'ৰাৰ বিয়াত নপঠালে নাই। যাওক, সেইটো কোনো কথা নহয়। কিন্তু মোমাইদেউ ঢুকোৱাৰ পিছতো যাবলৈ নিদিলে।"

তাৰক্কাৰ কথাৰ মাজতে বাধা দি অম্পন্নাই খঙেৰে ক'লে—"কিয় মোমায়েৰাই নাজানিছিল, ডিঙিৰ হাৰডাল খহাই লৈ যোৱাৰ সময়ত? আমি কিবা ভিক্ষা খুজিছিলোঁ নে? ক'ৰ মোমায়েৰা, ক'ৰ সম্পৰ্ক? আজি-কালি কোনোৱে কাৰো একো কথা বুজি নাপায়। মোমাইদেউ বোলাবলৈ অহাজনে ভাগিনীয়েকক ঘৰলৈ নি এবাৰৰ বাবেও শাড়ী এখন নিপিন্ধালে। সেইজন মানুহৰ ল'ৰাই তাৰ নিজৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীৰ লগত ব্যস্ত থাকি তোমাৰ কথা, কি মনত পেলাব বা কি সম্পৰ্ক ৰক্ষা কৰিব? তুমি দেখোন "নাচিব নাজানে চোতাল বেঁকাৰ দেখীয়া কাম কৰিব খোজা। আকৌ যদি তুমি তাৰ নাম মুখত লোৱা, চাবা।"

সি নিজৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীৰ মাজত থাকি তোমাৰ কথা সম্ভৱ মনেতে নেপেলায়" বুলি অস্পন্নাৰ মুখেৰে ওলোৱা কথাষাৰ শুনি তাৰক্কাই অন্তৰত অসহনীয় বেদনা অনুভৱ কৰিলে। তাই মনতে ভাবিলে এনাপুৰলৈ গ'লে অন্ততঃ এবাৰ অনন্তৰ মুখখনতো দেখা পাম। গতিকে তাই ক'লে—"এনেকৈ তেওঁলোকৰ তালৈ অহা-যোৱা কৰিলে মোৰ মা পিতাই মাটি-বাৰী তাৰ নামত লিখি দিব নেকি? নাজানো আপুনি কি ভবা চিন্তা কৰি থাকে।"

তাৰক্কাই এই কথাই জুইত যেন ঘিঁউহে ঢালিলে। অস্পন্নাৰ খং উঠৰপৰা মূৰলৈ জ্বলি উঠিল। কিন্তু সি নিজকে সংযত কৰিলে। তাৰ মুখেৰে এটি শব্দও নোলাল। এতিয়া কথা বঢ়ালে কাজিয়াহে লাগিব ইয়াকে ভাবি চকুৰে আঙনি বৰষি সি বাহিৰলৈ ওলাই গ'ল।

পিছদিনা ৰাতিপুৱা অনন্তই ঘাগৰী লৈ বাহিৰ ওলাই আহিছে মাত্ৰ। এজন ওচৰ-চুবুৰিয়াই সুধিলে—"ৰাতি তাৰা তোমালোকৰ ঘৰলৈ আহিছিলনে?"

অনন্তই আচৰিত হৈ ক'লে—"নাইতো? ক'ত আছে?"

"সিহঁতৰ ঘৰৰ ছোৱালী এজনী "বনকুদ্রে"ৰ ঘৰলৈ দিছে। গিৰিয়েক-ঘৈণীয়েক দুয়ো আহিছে। এই গিৰিজন ভাল মানুহ।"

অনন্তই দুখী মনেৰে দূৰত থকা এটি গছৰ পুলিৰ ওলাই অহা কোমল আগলৈ চাই থাকি ক'লে—"নিশা বোধহয় এন্ধাৰ হ'ল। আজি আহিব পাৰে।" কথাষাৰ কৈ সি যাব খোজোঁতেই আনটো ঘৰৰপৰা তাৰ মাকে কোৱা শুনা গ'ল।"

"সিহঁতে আমাৰ ঘৰৰ খটখটিত কিয় খোজ দিবহি? তেখেত ঢুকোৱাৰ পিছতো এবাৰ ঘৰলৈ নাহিল। কি? সিহঁতে নাজানে নেকি? আমিনো এনে কি জগৰ লগালোঁ যাৰ ফলত আমাৰ প্ৰতি এনে অনাদৰ? সৰু থাকোঁতে কিমানবাৰ আহি গৈ আছিল, এতিয়া ভালদৰা পাইছে সেই কাৰণে আমাক কুটাডাল যেন নেদেখাত পৰিছে।" এই কথা খণ্ডতে সুন্দৰম্বাৰ মুখেৰে ওলাই আহিল।

অনন্তই একো নক'লে। ঘাগৰীটো লৈ গুুচি গ'ল। তথাপি উভতি আহোঁতে তাৰ ভৰি দুখন আপোনা আপুনি "বনকুদ্রে"হঁতৰ ঘৰৰ ফালে আগ বাঢ়িবলৈ ধৰিলে। সিদিনা নিশা পলমকৈ শোৱা বাবে দুই এজন মানুহ সাৰে আছিল। ঘৰৰ ভিতৰ ফালে সাত-আঠজনীমান তিৰোতা শুইছিল। তালৈ যাবলৈ অনন্তৰ সংকোচ হ'ল। বাহিৰত বহি থকা এজন মানুহক সি সুধিলে—আমাৰ তাৰা ইয়াত আছে নেকি?" অনন্তৰ মাত শুনি তাৰা বাহিৰলৈ ওলাই আহিল। কিন্তু অনন্তই তাৰাক দেখিও যেন চিনিব নোৱাৰিলে। তাৰাই তাৰ মুখৰ ফালে চালে। অনন্তৰ নিস্তেজ মুখখন দেখি তাইৰ চিন্তা হ'ল আৰু দুখো লাগিল। অনন্ত অলপ আগুৱাই গৈ সুধিলে—"কেতিয়া আহিলা তাৰা?" তাৰ মাত গম্ভীৰ।

সেই ধ্বনি তাৰক্কাৰ কাণেৰে গৈ হৃদয় চুলেগৈ আৰু সি তাইৰ মনত পুৰণি দিনৰ সোৱঁৰণি জগাই তুলিলে। তাই মৰ তল কৰি ক'লে—"কালি আহিছোঁ।"

"তোমাক দেখাৰ বহুদিন হৈ গ'ল। এনে হৈ গৈছা কিয়?"

তাৰক্কাই একো নক'লে। তলমূৰ কৰি মনে মনে থিয় হৈ থাকিল। অনন্তই তেনেকৈ সোধা দেখি তাইৰ মনত বৰ আনন্দ লাগিল।

"অপ্পু ভাই ক'ত? তেওঁ আহিছে নহয়?"

"আহিছে, অলপ আগতে দৰাঘৰলৈ গৈছে। আহা বহাহি। আহি পাব এতিয়াই। চাহ কৰোঁ, খাই যাবা।" এই বুলি কৈ তাই অনন্তৰ মুখলৈ চালে। কিন্তু সুধিব নোৱাৰিলে—"তুমি এনে হৈ গৈছা কিয়?"

"নালাগে, ঘাগৰী লৈ আহিছোঁ। এনেয়ে এইফালে আহি ওলালো। আকৌ আহিম।" "সেই বুলি যাব লাগে কিয়? ইয়াতে বিয়া হব। দুই তিনিদিন লাগিব। ইয়ালৈ আহিবা।"

"মইনো কি অহা-যোৱা কৰিম? তুমি ঘৰৰ ফালে আহিবাচোন।"

"চাম বাৰু, সময় হয় যদি, বিয়া ঘৰৰ কথা," শব্দবোৰ এটা এটাকৈ ওলাল তাইৰ মুখেৰে।"

"সময় হোৱাৰ কথা কি? দুপৰীয়া আহিবা।" বুলি কৈ অনন্ত গুচি গ'ল।

বিয়া ভালে ভালে হৈ গ'ল। তাৰা আৰু তাইৰ গিৰিয়েকে কন্যাদান দিলে। তাৰক্কা আৰু অপ্পন্না দুয়োকে বহুৱাই আকৌ এবাৰ লগুণ গাঁঠি বান্ধি দিয়া হ'ল।

পুৰোহিতে তাৰক্কাক ক'লে যে—তাই গিৰিয়েকৰ নাম কলেহে গাঁঠি খুলি দিব। অপ্পন্নাই হাঁহি হাঁহি ঘৈণীয়েকৰ নাম কৈ দিলে। তাৰক্কাইও কও নকওঁকৈ ক'লে—"উঁহু মই নাম লব নোৱাৰোঁ।" তিৰোতাবোৰে ক'লে—"যদি তেওঁৰ নাম লব নোৱাৰা তেনেহ'লে তেওঁৰ নামেৰে সৈতে মিল থকা কোনো দেৱতাৰ নামকে লোৱা।" তাৰক্কাই অলপ ৰৈ সাথঁৰৰ দৰে গিৰিয়েকৰ নাম "অনন্ত" বুলি ক'লে। মানুহে ভাবিলে যে তাই তীৰ্থংকৰৰ নাম লৈছে।

তাৰ বাহিৰে আন একোৰে প্ৰতি তাৰক্কাৰ মনযোগ নাছিল। তাই সেই গাঁৱৰে বুঢ়ী এগৰাকীক একাষৰীয়াকৈ মাতি নি বা-বাতৰি ললে—"গাঁৱৰ নতুন মানুহঘৰ কেনে? ৰামু মোমাইদেউ ঢুকোৱাৰ পিছত দোকান আৰু কাৰবাৰ কেনে চলিছে?"

"কোন? তুমি নতুন মানুহঘৰ মানে ৰামুৰ পুতেক অনন্ত আৰু নাভুৰ কথা সুধিছা? সিহঁত তোমাৰ কি হয়?"

"মোৰ? সেই ঘৰ মোৰ মাৰ মাকৰ ঘৰ।"

"অ' তেন্তে সেয়েহে? তই ৰত্নাৰ জীয়েক? মই চিনিয়েই পোৱা নাছিলোঁ। তইনো কিবা আমাৰ দূৰৰ মানুহ নে? ৰামু মোৰ ককাইদেউৰ ল'ৰা আছিল।"

তাৰাই দীৰ্ঘশ্বাস পেলালে—'তেওঁ মোৰ আপোন মোমাইদেউ আছিল। এতিয়া ঢুকাইছে।"

"এৰা, বাচা, সোণৰ টুকুৰা যেন মানুহ আছিল সি। পিছে সি মৰাৰ পিচত ঘৰখনৰ সকলো চিৰি নোহোৱা হৈ গৈছে। কেইদিনমানৰ ভিতৰতে ভায়েক দুজন দুফাল হৈ পৰিছে। সৰু ভায়েকৰ ঘৈণীয়েকজনী বুদ্ধিমতী। ডাঙৰ জনৰ জনী—আলাবাদু। একোকে নেজানে। সুন্দৰায়ো তাইৰ লগত কাজিয়া কৰি গৈ সৰু পুতেকৰ লগতহে আছে গৈ। আজি-কালি ইহঁতৰ গিৰিয়েক-ঘৈণীয়েকহালৰে ঘৰত কাজিয়া-পেচাল লাগি থাকে। তায়োতো আকৌ "তেৰদালৰ"হে ছোৱালী! মুখখন বৰ চোকা—। তাইৰ কথা শুনি থকাই টান।" এই বুলি অলপ ৰৈ বুঢ়ীয়ে আকৌ ক'লে—"বেচেৰী তাইওনো কৰিব কি? ঘৰত সি ঘৈণীয়েকক ভালমতে নাচায়। এনেয়ে ইন্দিৰাকো ভাল ছোৱালী বুলিয়ে ক'ব লাগিব। দোকানখন ইহঁতে শেষ কৰি পেলালে। নিজৰ ভাগৰ খেতিৰ মাটি এটুকুৰাও বেচি দিলে। এতিয়া তাৰ হিতাহিত জ্ঞান নোহোৱা যেন হৈছে। কিনো ক'ম ল'ৰা-ছোৱালীও দুটি হৈছে।" ইয়াকে কৈ বুঢ়ী মনে মনে থাকিল। কিন্তু তাইৰ ভাব ভংগীৰ পৰা এনে লাগিল যেন তাই আৰু কিবা কব খোজে।

উদ্গীৰণৰ দৰে তাৰক্কাৰ মুখেৰে এষাৰ কথা ওলাই আহিল—"বেয়া সময় পৰিলে এনেকুৱাই হয়, বুজিছা বুঢ়ী আই?"

"সি অহংকাৰতে সকলো বিলাই শেষ কৰিলে। তেনে কৰিলে কোনেনো তাক ৰক্ষা কৰিব?" তাৰ পাছত ইফালে-সিফালে চাই বুঢ়ীয়ে ক'লে—"সি সেই সৰুজনীৰ পিচত লাগিল। সিহঁত আটাইয়ে তাক মাৰিবলৈকে সাজু হ'ল।" মাতটো আৰু অলপ সৰু কৰি আকৌ ক'লে—"কিন্তু সি তাইক লৈ পলাল। ক'লৈ নিলে? গ'ল, কোন্হাপুৰৰ ফালে ক'ৰবাৰ দূৰ ঠাইলৈ। শুনিছোঁ তাৰে কোনোবা গাঁৱত ৰাখিছে। তেন্তে, তাইক খৰচ দিব নালাগিব? এই জনীয়েও মাক-বাপেকক এৰি থৈ তাৰ লগত কটাবলৈ আহিছে,—সিফালৰ খৰছ আৰু ইয়াৰ খৰছ দুয়োটা চলাওঁতে চলাওঁতে বেলা উকলি শেষ নহ'ব?" এই বুলি কৈ বঢ়ীয়ে হাতৰ আঙুলি ভাঙিলে।

কথাবোৰ শুনি তাৰাই বৰ কষ্ট অনুভৱ কৰিলে। চকুৰে এন্ধাৰ-মুন্ধাৰ দেখিলে। তাই হাতেৰে মুৰটো হেঁচা মাৰি ধৰি বহি পৰিল। বুঢ়ীয়ে ভাবিলে যে মোমায়েকৰ ঘৰৰ বা-বাতৰি শুনিয়েই তাই তেনে কৰিছে। এনেতে তাৰক্কাৰ মুখেৰে কথা এষাৰ ওলাই আহিল—"কোন সেইজনী ভাগ্যশালী?" তাইৰ মাতত ঈৰ্ষা নে সন্তোষৰ ভাব নিহিত আছিল সেই কথা আমাৰ কল্পনাৰ অতীত।

"তাই সুন্দৰী, চকু দুটা ডাঙৰ ডাঙৰ। কপালত কুমকুমৰ ফোঁট লয়। সাইলাখ তোৰে দৰে। তই অলপ খীণাই গৈছ, তাইৰ গাটো লোদোৰ-পোদোৰ।" কিছুপৰ ৰৈ বুঢ়ীয়ে আকৌ ক'লে—"তাতেনো কি? তাই সুন্দৰী হলেনো কি হব?

লিখা-পঢ়া শিকা ছোৱালী, তাইনো এনে কৰা উচিতনে ? তাই মানুহজনী আৰু তাইৰ সকলো সৌন্দৰ্য্য পুৰি চাই হ'ক।"

তাৰকাই মনে মনে ভাবিবলৈ ধৰিলে "তাই বোধকৰোঁ অতি সুন্দৰী।" তাৰাৰ মুখেৰে মাথোন এটি চেঁচা বতাহৰ সোঁত ওলাই আহিল। বুঢ়ীয়ে ক'বলৈ ধৰিলে—"যদি সি তেনে কৰে, তেনেহলে ঘৰত ঘৈণীয়েকজনীয়েনো কি কৰিব ? সিও তাইক চোৱা-চিতা কৰিবলৈ এৰি দিছে। লাহে-লাহে সি মাহে মাহে ঘৰলৈ আহিবলৈকেও এৰি পেলাইছে। আহিলেও অ'ত-ত'ত খায়। সময়মতে নাখায়, চকুত টোপনি নাই। খেতি চপোৱাৰ সময়ত পথাৰতে পৰি থাকে। হালোৱাহঁতেও নো কি কৰিব। সিহঁতো নিজৰ কামতে ব্যস্ত। গাবঁতেই ঘৰ, গতিকে তাক কোনেনো কেনেকৈ মাতে। এবাৰ ঘৰলৈ আহিছিল আৰু অৱসন্ন হৈ আহিবলৈ এৰি দিছিল। তাইৰ ওচৰলৈ গুচি গৈছিল। এইবাৰ আহিছে এয়া পোন্ধৰদিন পাৰ হৈ গ'ল। দেখিছানে কেনে হৈ গৈছে ? জোনটোৰ নিচিনা শেঁতা পৰি গৈছে।"

"সেই কাৰণে ইমান দুৰ্ব্বল হৈ গৈছে। পৰহি মই তেওঁক চিনিবই পৰা নাছিলোঁ।" তাইৰ কথাৰ সুৰ বৰ কৰুণ যেন শুনা গৈছিল।

"এতিয়ানো তাৰ দেহাটোত কি আছে ? একেবাৰে বুঢ়া মানুহটো যেন হৈ ঘুৰি ফুৰে। এতিয়া বৰ বেছি দিন এনেকৈ চলিব নোৱাৰিব।"

তাৰকাৰ মুখখন মৰা-শটোৰ দৰে একেবাৰে শেঁতা হৈ গ'ল। কঁপা কঁপা মাতেৰে তাইৰ মুখেৰে ওলাই আহিল "আপুনি কৈছে কি ?"

"পৰহি কোনোবাই কোৱা শুনিছিলোঁ, বাচা, মিৰজীৰ হাস্পাতালত বুকুৰ এক্সৰে কৰিছিল। তাৰ বৰ ডাঙৰ বেমাৰ হৈছে। সেই বেমাৰত মানুহ এনেয়ে খীণাই যায়।''

তাৰকাই মুখেৰে ক'লে—''মোমাইদেউ এনে পুণ্যৱান আছিল। তেওঁৰ পুণ্যৰ প্ৰভাৱ ইহঁতৰ ওপৰত নপৰিল।"

বুঢ়ীয়ে আকৌ ক'লে—"এনে ডাঙৰ বেমাৰ হৈছে যে ল'ৰা-ছোৱালী দুয়োটাকে তাৰ ওচৰলৈ যাবলৈ নিদিয়ে।"

"ঘৰতনো শান্তি আছে নে ? ঘৰলৈ আহিলেও সি বাহিৰৰ কোঠাতেহে পৰি থাকে।''

তাৰকা যাবলৈ উঠিল। তাইৰ এই কথালৈ উমানেই নাছিল যে আগতে বুঢ়ী-জনীও বহি আছে।

তাই ভাবি আছিল অনন্তৰ অৱস্থা কিয় এনেকুৱা হ'ল ? যদি আমি দুয়ো একেলগে থাকিলোঁহেঁতেন তেনেহলে তাৰ জানো অৱস্থা এনে হ'লহেঁতেন ? এই প্ৰশ্নই বাৰে বাৰে তাইৰ অন্তৰত খুন্দিয়াবলৈ ধৰিলে। এনে পৰিস্থিতিত তাক দেখা কৰি, কথা নোকোৱাটো উচিত নহব। হয়তো সি ভাবিছে যে মোৰ কথা নশুনা

কাৰণেই তাৰ এনে অৱস্থা হৈছে। এতিয়া তাক কেনেকৈ দেখা কৰা যায়? তাৰক্কাই তাকে ভাবিবলৈ ধৰিলে। গিৰিয়েকক সুধিলে সি যাবলৈ দিবনে? দহজনৰ আগত যদি কিবা কৈ দিয়ে তেনেহলে? তাকে ভাবি ভাবি খুটা এটাত ধৰি কোনোমতে তাই উঠি থিয় হ'ল।

বিয়ালৈ অহা তিৰোতাবোৰৰ এটা দল ফুৰিবলৈ ওলাইছিল। সিহঁত গাঁৱলীয়া তিৰোতা। ডাঙৰ গাওঁ এখনলৈ আহিছে যেতিয়া, গাঁৱৰ হাট, বজাৰ মন্দিৰ আদি চাবলৈ সিহঁতৰ আগ্ৰহ হোৱাটো স্বাভাৱিক। সেই উদ্দেশ্যেই সিহঁত বাহিৰলৈ ওলাইছিল। তাৰক্কাৰ জানো মনত কি খেলালে! "ৰ'বা, ময়ো যাওঁ" বুলি সেই তিৰোতাবোৰৰ লগতে তাইও ওলাই আহিল। সেই তিৰোতাবোৰেও ভালেই পালে। সিহঁতে ক'লে—"বলা লগৰীয়া হলে ভালেই। আমাক আটাইবোৰ দেখুৱাই আনিবা।" "বাৰু" বুলি কৈ তাৰক্কা সকলোৰে আগে আগে যাবলৈ ধৰিলে।

বাট দেখুৱাই নিয়াৰ ভাৰ তাৰক্কাৰ ওপৰত। তাই আন এটি বাটেৰে যাবলৈ ইচ্ছা কৰিছিল। সেই বাবে নিজ ইচ্ছামতে "নতুন ঘৰ মানুহৰ" ঘৰৰ আগেৰে যোৱা বাটেৰে তাই সকলোকে লৈ গ'ল। অনন্ত ঘৰৰ বাহিৰৰ কোঠাতেই বহি আছিল। সি দূৰৰ পৰাই সেইফালে অহা তিৰোতাৰ জাকটোক দেখা পালে। "তেওঁলোক বোধকৰোঁ আমাৰ ঘৰলৈকেই আহিছে" বুলি ভাবি সি বাহিৰলৈ ওলাই আহিল। তাৰক্কাই তাৰ ফালে চালে। তাই সন্তৰ মুহূৰ্ত্তৰ বাবে পাহৰি গ'ল যে তাইৰ লগত আৰু তিৰোতা মানুহ আছে। তাইৰ মনটোৱে বেগেৰে অনন্তৰ কাষলৈ উৰা মাৰিলে। অলপ আগুৱাই আহি তাই অনন্তক সুধিলে—"সিদ্ধৰায়ৰ মন্দিৰ" দেখুৱাবলৈ কোনোবা যাব পাৰিবনে?"

"কেলেই? কোন যাব?"

"বিয়ালৈ অহা আটাইবোৰ তিৰোতায়েই যাব খুজিছে। কাৰোবাক লগত পঠিয়াই দিবানে?"

তিৰোতাবোৰৰ মাজৰ পৰা এজনীয়ে সুধিলে—"কিয়? তুমি দেখা নাই?"

তাৰক্কাই ক'লে—"মই দেখিছোঁ! মই মোৰ মামীদেউক এবাৰ লগ পাই আহোঁ। তোমালোক অলপ আগবাঢ়া। তোমালোকৰ লগত কোনোবা নহয় কোনোবা ল'ৰা এটা যাব।"

অনন্তই ওচৰৰে গলীত খেলি থকা ল'ৰা এজনক মাতি আনি তিৰোতা কেইজনীক মন্দিৰৰ বাট দেখুৱাবলৈ লগত পঠিয়াই দিলে। তিৰোতা কেইগৰাকী আগবাঢ়িল।" উভতি আহোঁতে মোক ইয়াৰপৰা লৈ যাবা" বুলি কৈ তাৰক্কাই অনন্তৰ কোঠাত সোমালগৈ।

অনন্তৰ মুখখন শেঁতা পৰি আছিল যদিও কিবা এটা প্ৰশান্তিৰ ভাব গোটেই মুখমণ্ডলত বিৰাজ কৰিছিল। তাৰক্কাক অনন্তই হাঁহিৰে সম্ভাষণ জনালে। সেই

হাঁহি নিৰ্ম্মল আছিল। অলপ ধেমালিৰ সুৰত অনন্তই তাৰকাক ক'লে—"এতিয়া ক'ৰবালৈ যাওঁ ব'লা। মোৰ লগত যাবা নে?"

তাৰকাই অনন্তৰ মুখলৈ চাই অলপ মিচিকিয়াই হাঁহি তলমূৰ কৰিলে। তাইৰ সেই হাঁহিত কি ভাব সুপ্ত হৈ আছিল সেই কথা বুজা নগ'লেও যেন সেই হাঁহিয়ে কৈছিল—"তোমাৰ এনে কথাৰ পৰাই মই তোমাৰ সকলো ভাবৰে উমান পাইছোঁ। অনন্তক তাৰকাই অন্য কিবা কথা ক'বলৈহে আহিছিল, কিন্তু তাই এটা শব্দও কব নোৱাৰিলে। কণ্ঠ যেন ৰুদ্ধ হৈ ৰ'ল।

অনন্তই পুনৰ ক'বলৈ ধৰিবে—"মানুহবিলাকে কিবা ক'ব বুলি ভয় কৰিছা নেকি?" তাৰকাই ইমানতো একো উত্তৰ নিদিলে। আকৌ অনন্তই ক'লে—"এই কথাত ভয়ৰ কি আছে? পিতাদেউ ঢুকোৱাৰ পিছৰে পৰা মই সকলো ভয়-শংকা পৰিহাৰ কৰিছোঁ। সিদিনা তুমি লগত যাবলৈ সাজু আছিলা, মই নাছিলোঁ। তোমাক আনৰ হাতত সঁপি দিয়া হ'ল। আগলৈ মই……।" বুলি কিবা ক'ব খুজিও সেই প্ৰসংগ সিমানতে এৰি "মোৰো গতি এনে হ'ল, তোমাৰো তেনে হ'ল।" বুলি কৈ অনন্ত বৈ গ'ল।

অনন্তৰ কথাত সৰলতা ফুটি উঠিছিল। সি পুৰণি কথাবোৰ হাঁহি হাঁহি উনুকিয়াই কৈ আছিল। তাৰকাৰ অন্তৰত অনন্তৰ কথাবোৰে কাৰুণ্যৰ সৃষ্টি কৰিছিল। মনে মনে তাই নিজকে নিজে ক'লে—"এতিয়া আৰু কি? এদিন নহয় এদিন কিবা কৰিবই লাগিব।" তাই এইদৰে ভাবি ভাবি অলপ বৈ ক'লে—"তুমি যদি ক'ৰবালৈ যোৱাৰ কথাও কোৱা মোৰ বেয়া নালাগে। তুমি যে এতিয়াও মোক ভাল পাই আছা এই কথাই মোক অতি আনন্দিত কৰে।"

কিছু সময় দুয়ো মনে মনে ৰ'ল।

"অনন্ত"

তাইৰ মুখৰ ওপৰৰ পৰা দৃষ্টি আঁতৰ নকৰাকৈ অনন্তই সুধিলে "কি"?

"তোমাক দেখিয়েই এনে লাগিছে যেন তুমি বৰকৈ জহি-খহি গৈছা। কিয় এনে হ'বলৈ দিলা?" তাইৰ কথাৰ সুৰত এনে এটি ভংগী, যেন অনন্তৰ ওপৰত তাইৰ নিৰ্ব্বিবাদ অধিকাৰ আছে।

"কি কৰিলোঁ?"

"মই ক'ব লাগে?" বুলি কৈ হাতেৰে মুখ ঢাকি তাৰাই কান্দিবলৈ ধৰিলে। অনন্তৰ মুখখন লাজতে শেঁতা পৰি গ'ল। মূৰ তল কৰি সি নিজকে নিজে ক'লে—"মোৰ ভুল হলে হব পাৰে কিন্তু তুমি যেতিয়া "মোৰ"হৈ নাথাকিলা, তেতিয়া মই আন কি কৰিব পাৰোঁ?" এই বুলি তাৰকাৰ ফালে চাই সি আকৌ সুধিলে—"তুমিতো ভালেই আছা নহয় নে?"

"ভালে আছোঁ। কিন্তু কাৰ ওচৰত?"

"যতেই নহওক তোমাৰ স্বাস্থ্য কিয় এনেকুৱা হৈ গৈছে কোৱাচোন?"

তাৰক্কাই অনন্তৰ আগত কোনো কথাকেই গোপন নকৰিলে। "তেওঁৰ গা ভাল নহয়। বেয়া বেমাৰে ধৰিছে। কিন্তু যাক স্বামী বুলি গ্ৰহণ কৰিছোঁ তাৰ লগতেই জানো জীৱন কটাব নালাগিব?

"তেনেহ'লে মোৰ সৰ্ব্বনাশ হৈ গৈছে।" এই বুলি কৈ নাজানো কি কাৰণে অনন্তই কথা বন্ধ কৰিলে।

"ল'ৰা-ছোৱালী কেনে আছে? তোমাৰ পৰিবাৰ কেনে আছে? মোক জানো পৰিচয় কৰি নিদিয়া?"

ঘৈণীয়েকৰ প্ৰসংগ ওলোৱা দেখি অনন্তই মুৰ ঘূৰোৱা যেন পালে। সি ক'লে ' আছে। তেওঁকনো কি চাবা? সেইজনী মোৰ নিচেই অপছন্দৰ তিৰোতা। অপছন্দৰ তিৰোতাজনীৰপৰা হোৱা ল'ৰা-ছোৱালীৰ কথাওনো কি ক'ম?"

সিহঁতক লৈ তোমাৰ ইমান বেজাৰ কিয়?"

"তুমিয়েই কোৱাচোন?"

'.... ......................'

তাৰক্কাই বহি বহি কান্দিবলৈ ধৰিলে। চাৰিওফালে এন্ধাৰ নামি আহিল। মন্দিৰলৈ যোৱা তিৰোতাকেইগৰাকী উভতিল। অনন্তই তাৰক্কাৰ ওচৰত বহি মন নকৰাকৈয়ে তাইৰ চুলিৰ মাজেৰে হাত বুলাই বুলাই ক'লে—"তোমাৰ গাঁৱৰ তিৰোতাকেইগৰাকী আহিছে, উঠা।"

"আহিবলৈ দিয়া"।

"তুমি সিহঁতৰ লগত নোযোৱা?"

"নাযাওঁ, ইয়াতে থাকিম।"

"বলিয়া হৈছা নেকি?"

"এতিয়া মোক নিবিচাৰা নেকি? সিদিনা জানো মই তোমাৰ······?"

অনন্তৰ চকুৰপৰা অনুশোচনাৰ দুটোপাল চকুলো বাগৰি গৈ তাৰক্কাৰ মুখৰ ওপৰত পৰিল।

তাৰক্কাই উঠি তাৰ চকুলো মোহাৰি দি ক'লে—"এই যোৱাৰ সময়ত মই কষ্ট পাইছোঁ সেই কাৰণে কৈছোঁ।"

চকুপানী মোহাৰি অনন্তই ক'লে-সেইটো মই জানো?"

"তেনেহলে মোক পঠিয়াই দিব খুজিছা কিয়?"

"তুমি জানো ইয়াতে থাকিব খোজা?"

'..........................'

অনন্তই উচুপি উচুপি কান্দিবলৈ ধৰিলে। সি নিজৰ দুখ সামৰি ৰাখিবলৈ

বিফল যত্ন কৰি ক'লে—"তুমিতো এতিয়া মোক পাহৰিব নোযোৱা?" অনন্তৰ মুখলৈ চাই তাই সুধিলে—"তুমি জানো মোক পাহৰিব পাৰিবা?"……।

'………………………'

এনেতে তিৰোতাৰ জাকটো পালেহি। অনন্তক এৰি দি তাৰকা উঠি থিয় হ'ল।

# 21

অনন্তই তাৰ আটাইকেইখন খেতি পথাৰ বেচি দিব লগা হ'ল। হাতত থাকিল গৈ মাত্ৰ দুহাল গৰুই চহাব পৰা জোখৰ মাটি। ঘৰত বেছি পৰিমাণৰ শস্যও জমা নথকাত পৰিল। চ'ত মাহ লৈ এতিয়াও বহুত বাকী। সি দিনটোৰ ভিতৰত মাত্ৰ দুবাৰহে ভিতৰলৈ যায় আৰু ঘৈণীয়েকে যিহকে খাবলৈ দিয়ে, তাকে খাই আহি বাহিৰত বহি থাকে। এই ধৰণেৰে জীৱন যাপন কৰি সি ভাগৰি পৰিছিল। বাকী থকা পথাৰ কেইখনো সি বেচি দিব খুজিছিল। কিন্তু তাৰ ঘৈণীয়েকে তাক সদায় বাধা দিছিল। তাৰ ফলতেহে সেইখিনি মাটি বাঁচি আছিল। তেৰদালৰ পৰা মাজে মাজে তাৰ খুলশালীয়েক আহিছিল। অহাৰ সময়ত ভনীয়েকৰ কাৰণে সি কিবা নহয় কিবা বয়-বস্তু লৈ আহিছিল। ল'ৰা-ছোৱালী দুটা, অনন্ত আৰু তাৰ ঘৈণীয়েকৰ সেইবিলাকেৰে চলি গৈছিল। ভনীয়েকৰ এনে কষ্ট ভায়েকে সহ্য কৰিব নোৱাৰিছিল। সি সিদ্ধান্ত কৰিছিল যে ইন্দিৰাক মাকৰ ঘৰলৈ লৈ যোৱাই উচিত হ'ব। এই বিষয়ে সি অনন্তক সোধাত অনন্তই কিন্তু কোনো উত্তৰ নিদিলে। ভায়েকৰ লগত যোৱাৰ আগতে ঘৈণীয়েকে তাক কৈ গ'ল—"চাৰিদিনমান থাকি আহোঁগৈ। এই কেইদিন মাৰ লগতে খোৱা-বোৱা কৰিব।"

অনন্তই—"বাৰু" বুলি শলাগৰ বাহিৰে আন একো নকলে। ঘৈণীয়েক মাকৰ ঘৰলৈ গ'ল। অনন্তই দুই তিনিদিনমান খোৱাৰ বাবে ভায়েকৰ তালৈকে অহা যোৱা কৰিলে। ভায়েকৰ ঘৈণীয়েকে তাক নানা কথা শুনাই ৰুটি একো সাজ খাবলৈ দিয়ে। খোৱাৰ সময়ত অনন্তৰ এনে লাগে যেন তাৰ প্ৰাণ-পখী উৰি গুচি যাব। কিন্তু তাৰ কোনো উপায় নাছিল। তথাপি চতুৰ্থ দিনৰ দিনা সি খাবলৈ বহি দুগৰাহ খায়েই উঠি আহিল। মাক তাক নামাতেই। তাৰ চাল-চলনৰ বাবেই মাক তাৰ প্ৰতি অসন্তুষ্ট। সিদিনা দুপৰীয়া খাই-বৈ উঠি বহি থাকোঁতে

ডাকোৱাল আহি অনন্তৰ হাতত এখন চিঠি দি গ'ল। সি সেইখন চালে। আখৰ তাৰ পৰিচিত কঁপা কঁপা হাতেৰে সেইখন খুলি সি পঢ়িবলৈ ধৰিলে। চিঠিখন এনে ধৰণৰ আছিল।—

"সকলো কুশল বুলিনো লিখোঁ কেনেকৈ? আপুনি ডাক্তৰক দেখুৱাই মিলি সোনকালে উভতি আহিম বুলি কৈ গৈছিল কিন্তু আজিলৈকে উভতি নাহিল। দিনে দিনে আপুনি দুৰ্ব্বল হৈ যাবলৈ ধৰিছে বুলি শুনি মোৰ হাত-ভৰিবোৰ চেঁচা পৰি যাবৰ উপক্ৰম হৈছে। আপুনি ডাক্তৰক দেখুৱাইছে নে নাই? তেওঁ কি কৈছে? মিৰজীৰ হাস্পাতালত যদি কিছুদিন থকাৰ প্ৰয়োজন হয় তেনেহলে আপোনাৰ শুশ্ৰুষাৰ কাৰণে মই যাম। তাত কিছুদিন থাকি আপুনি নিজৰ গাটো ভাল কৰি লওক। আহিব খোজে যদি আপোনাক চোৱা-চিতা কৰিবলৈ আপোনাৰ "গিৰিহঁতনীও" আহিব পাৰে। মই বাহিৰৰ কাম কাৰ্জখিনি চম্ভালিম। খৰচৰ কাৰণে চিন্তা নকৰিব। মই জানো যে মোৰ গহনা-পাতি লবলৈ আপুনি সঙ্কোচ অনুভৱ কৰে। কিন্তু বাস্তৱিকতে সংকোচ কৰাৰ আৱশ্যকতা নাই। মোৰ আটাই-খিনি গহনায়েই আপুনি দিয়া। তাৰ মাজতে মোৰো দুই এপদ থাকিব পাৰে। মই সেইবোৰ গহনা পাতিৰে কি কৰিম? যদি সেইবোৰ আপোনাৰ কামত নালাগে? আপুনি মাত্ৰ ভাল হৈ উঠক। মই মাত্ৰ তাকেহে বিচাৰোঁ। আপুনিয়েই মোৰ ভূষণ, আপুনিয়েই মোৰ "সোণ"।

আপুনি জানে নে যে এই ঘৰৰ খিৰিকী মুখত বহি মই আপুনি অহালৈ বাট চাই আছোঁ। গাড়ী আহে আৰু যায়। এখন গাড়ীত যদি আপুনি নাহে তেনেহলে আনখন গাড়ীত আহিব বুলি মই বাট চাই ৰওঁ। ৰওঁতে ৰওঁতে এনে লাগে যেন এযুগ পাৰ হৈ গৈছে। মই ভাবোঁ যিখন গাড়ীয়ে আপোনাক লৈ অহা নাই সেই গাড়ীখন, মিছাতে কিয় আহিল? এই চিঠিখন লিখি থকাৰ মুহূৰ্ত্তটো মই অপেক্ষা কৰি আছোঁ যে আপুনি যেন আবেলিৰ গাড়ীতে আহি উপস্থিত হয়। মনটোৱেও যি বিচাৰে তাৰেই কথা ভাবে, নহয় জানোঁ?

আজি পুৱা এটা ঘটনা ঘটিল। মোৰ এনে লাগিছিল, যেন মই গভীৰ তন্দ্ৰাত মগ্ন হৈ আছোঁ। আপুনি বহুত সময় আগৰে পৰা আহি দুৱাৰত ঢকিয়াই আছে কিন্তু মই গৈ খুলি দিয়া নাই। এনেতে গাড়ী অহাৰ শব্দ শুনিলোঁ আৰু মই উধাতু খাই লৰি গলোঁ। হুৰমুৰকৈ দুৱাৰ খুলি দি কলোঁ—"আহক" কিন্তু দেখিলোঁ সমুখত গাখীৰ দিয়া গোৱালটো থিয় হৈ আছে। "ছিঃ," বুলি লাজতে মই উভতি আহিলোঁ। পিচত ভাবিলোঁ সম্ভৱ আপুনিয়ে মোক সপোনতে মাতিছিল।

গোৱালে গাখীৰ দি যায়। পানীৱালাই পানী ভৰাই থৈ যায়। ভাবৰ আবেশত বিভোৰ থাকিয়ে মই ৰান্ধি-বাঢ়ি খাওঁ। সদায় অহাৰ দৰে গাড়ী আহি থাকে, গৈ থাকে। কিন্তু আপুনি অবিহনে মোৰ জীবন এটি প্ৰাণহীন যন্ত্ৰৰ দৰে

চলি আছে। মই দুয়োহাত জুৰি বিনীত ভাৱে প্ৰাৰ্থনা কৰোঁ, যেন আপোনাৰ ছাটোৰ দৰে হৈ থকা এই দুখুনী "ভংগাৰী"জনীক যেন পাহৰি নাযায়।"

এই চিঠি পোৱাৰ তিনি চাৰিদিন পিছলৈকে অনন্ত ভায়েকৰ তালৈ খাবলৈ নগ'ল। প্ৰথম দিনা সি খাবলৈ নোযোৱাৰ বিষয়ে কোনেও মন কৰা নাছিল। কিন্তু মাকৰ মনটোৱে নামানিলে। সুন্দৰব্বাই বোৱাৰীয়েক আগত ক'লে—"নাজানোঁ কিয় আজি দুদিন হ'ল অনন্ত খাবলৈ অহা নাই।"

তাই আগ্ৰহহীনভাৱে ক'লে "শাহুৱেকৰ তালৈ গৈছে বোধহয় গৃহিণী গৰাকীও নাই। তেওঁৰনো কি? চাৰিদিন যদি ইয়াত চাৰিদিন তাত, তেনেকৈয়ে জীৱনৰ শেষচোৱা কটাব।"

বোৱাৰীয়েকৰ কথাষাৰে সুন্দৰব্বাৰ অন্তৰত কাঁইটে বিন্ধা দিলে। তাই ক'লে, "সুদিনত সি তালৈ যোৱা নাই, এতিয়া স্বাস্থ্য বেয়া, তালৈ কিয় যাব?"

বোৱাৰীয়েকে একো উত্তৰ নিদিলে। শাহুৱেকেও কথা নবঢ়ালে। কিন্তু মনে মনে ভাবিলে হয়তো ভংগাৰীৰ তালৈকেই গৈছে।

দুপুৰীয়া ওচৰৰ তিৰোতা এগৰাকী আহি সুন্দৰাব্বাকে সুধিলে "শুনিছোঁ যে অনন্তই সৌ নামনিৰ পথাৰখনো বেচি দিছে? এতিয়া ঘৰ কেনেকৈ চলাব?"

"পিচলৈ কি কৰিব। ল'ৰাছোৱালীৰ হাতত ভিক্ষাপাত্ৰ তুলি দিব, এইখন ঘৰত জন্ম তাৰ বাহিৰে সিহঁতে আৰু কি পাব?" এই বুলি এটি তপত হুমুনিয়াহ এৰি সুন্দৰব্বাই সুধিলে—"কোনে কিনিছে?"

"সেই যে টকা ধাৰ দিয়া মানুহজন, সিয়ে কিনিছে। তিনি হাজাৰ টকাত।"

"যিমানতেই নিকিনক তাতনো আছে কি? আগতে সেইখন পথাৰ আমাৰ কাৰণে হাতীৰ খোজটোৰ মান আছিল। বাপেক থাকোঁতে সেইখন পথাৰৰ উৎপন্নৰে আমাৰ আটাইবোৰ আত্মীয় কুটুম্বয়েই চলিব পাৰিছিল।" চকু দুটি পানীৰে ওপচাই তাই ক'লে।

"যেতিয়ালৈকে তোমালোকৰ আছিল, আছিল। মোৰ ম'হজনীৰ পৰা এসেৰকৈ ঘীউ পাইছিলোঁ বুলি ক'লে কি লাভ? বেচাৰ আগতে অতি কমেও এবাৰতো আমাক সুধি চাব লাগিছিল। ইমান পুৰণি পথাৰখন কিবা নহয় কিবা উপায়ে, আনকি প্ৰাণটো বন্ধকীত থৈ হলেও আমিয়েই ল'লোহেঁতেন!"

তাকে শুনি সৰু বোৱাৰীয়েকে ভিতৰৰ পৰা ওলাই আহি ক'লে "এৰা ক'বতো, তেখেতে আগতেও জানো কেতিয়াবা কিবা কৈ মেলি কৰিছিল? খাবলৈ সদায় ইয়ালৈ আহে অথচ যোৱাৰ পৰত এষাৰ মাত দিও নাযায়।"

চুবুৰীয়া তিৰোতাজনীয়ে আচৰিত হৈ সুধিলে "কি? তোমালোকৰ লগত কথাও নকয় নেকি?"

"ও, তুমি কথা কোৱাৰ কথা কৈছা? সদায় ইয়াৰে পৰা যায় অথচ আমি মৰিছোঁ নে জীয়াই আছোঁ এবাৰো চকু তুলি নাচায়। কথা কোৱাটোতো দূৰৰে কথা।"

"হয় নেকি সেয়েহে কথা? মই কেনেকৈ জানিম আইটি? আমাৰ ল'ৰাই হলে পথাৰৰ পৰা আহি ঘৰৰ পদূলি নাপাওঁতেই "মা" বুলি গেড়িষাৰ মাৰে।"

"মোৰ ল'ৰাও জানো আগতে তেনে আছিল? সেই তেৰদালৰ ছোৱালীজনী আহি ঘৰ সোমোৱাৰে পৰা তেনেকুৱা হৈ গৈছে। তাই অৱশ্যে মোৰ সৰু ভাইৰ ছোৱালী, কিন্তু তাইৰ লক্ষণবোৰ ভাল নহয়"। সুন্দৰৰ্বাই ক'লে।

"তাইৰ লক্ষণে কি কৰিব? তাইনো তেওঁক ভংগাৰীৰ পিচত লাগি নিজৰ সৰ্বনাশ কৰিবলৈ কৈছিল নে?" সৰু বোৱাৰীয়েকে এই বুলি কৈ ভিতৰলৈ গুচি গ'ল।

তাই যোৱাৰ পিচত সুন্দৰব্বাই লাহে লাহে মৃদু স্বৰেৰে ক'লে এইজনীৰ কথানো কি ক'বা। তাই অহাৰ এবছৰৰ ভিতৰতে আমাৰ তেখেত ঢুকাল। তাইৰে সম্পূৰ্ণ ৰাজত্ব বুলি ভাবি তাই গপতে ওফন্দি থাকে। এইজনীৰ লগত দন্ধ-হাইখন কৰি মই থাকোঁ কেনেকৈ বাইটি? নাভিৰাজ আহিলেই কথা লগাই তাই কাজিয়া এখন আৰম্ভ কৰায়।

"কেলেই তুমি এইজনীক ভয় কৰা কিয়?" তিৰোতাজনীয়ে যেন উচটাই দিলে।

তাইৰ উদ্দেশ্য বুজি পাই সুন্দৰাব্বায়ে কথাৰ প্ৰসংগ সলনি কৰি সুধিলে—"অনন্তই যে পথাৰখন বেচি দিছে সেই কথা তোমাক কোনে ক'লে?"

"এই অলপ আগতে যমুনাই কৈছে। কালি মহাজনে চাবলৈ আহিছিল। জানো এতিয়াও লিখা-পঢ়া হৈছে নে নাই। কোনে জানে?"

"যাবলৈ দিয়া। হৈ যাবও পাৰে। কিনোতো মহাজনে জানে কথা এনেয়ে ক'বনে? আন কাকো নজনোৱাকৈ মনে মনেই লৈ লোৱাতো তাৰ স্বভাৱ।"

অনন্তই যিদিনা পথাৰখন বেচিলে সিদিনাই ভংগাৰীলৈ পইচা পঠোৱাৰ লগতে এখন চিঠিও লেখিলে—"ডাক্তৰে কৈছে যে মোক খেহ ৰোগে পাইছে। এতিয়া মই আৰু তোমাৰ লগত থাকি তোমাক কণ্ট দি পাপ অৰ্জন কৰিব নোখোজোঁ। ভবিষ্যতে তুমি কোনো কথাতে আৰু মোৰ কাৰণে বাট চাই নাথাকিবা।" ইমানলৈ লিখাৰ পিছতেই ডাঙৰ ডাঙৰ দুটোপাল চকুৰ পানী সৰি পৰি চিঠিখনৰ আখৰ বেয়া কৰি পেলাইছিল। তাৰ পিচত সি আৰু কলৈকো নগ'ল। সৰু ভায়েকৰ ঘৰলৈ খাবলৈও নগ'ল। সুন্দৰাব্বায়েও তাক মাতি নপঠিয়ালে। সন্ধিয়া নাভিৰাজ ঘৰলৈ উভতি আহি ক'লে—"ককাইদেউ ঘৰৰ সমুখতে থিয় হৈ আছে। কালি ডাক্তৰে কৈছে যে আন কোনোবা ভাল ডাক্তৰক দেখুৱাব লাগে। ভাল হোৱাৰ পিচত যি কৰিব খোজে কৰিব। সেই কাৰণেই পথাৰখন বেচি দিছে। খাবলৈ মতাতো অহা নাই।"

সুন্দৰব্বাই মুখখন ঘূৰাই কঠোৰ মাতেৰে ক'লে—"তাৰ ছাই সনা মুখখন দেখুৱাবলৈ সি ইয়ালৈ কিয় আহিব?"

"অক'মান খেতিৰ মাটি আছিল তাকো বেচি পেলালে। এতিয়া কাৰনো আশ্ৰয়ত থাকিব খুজিছে?" ঘৈণীয়েকে ক'লে।

"কাৰোবাৰ আশ্ৰয় কিয়? তাৰ ঘৰ নাই নেকি? এনে নিৰ্দ্দয়ভাবে কিয় কথা কোৱা? তাৰ বেয়া দিন পৰিল বুলিয়েই আমি মুখ ঘূৰাই ল'মনে? মানুহৰ ভায়েক থাকে কি কাৰণে?" সুন্দৰব্বা অনন্তৰ প্ৰতি বৰ অপ্ৰসন্ন আছিল কিন্তু সৰু পুতেকৰ কথা শুনি মনে মনে আনন্দিত হ'ল।

"ঘৰলৈ আনি ৰাখিলেইতো হ'ল। মই কিবা মানা কৰিছোঁনে?" দাম্ভিকতা-পূৰ্ণ স্বৰেৰে নাভিৰাজৰ ঘৈণীয়েকে কথাখিনি কৈ ভিতৰ সোমাই গ'ল। সুন্দৰব্বাই মনে মনে থাকিব নোৱাৰিলে। তাই পিছদিনাখনেই নাভিৰাজৰ হতুৱাই অনন্তই খেতিৰ মাটি বেচি দিয়াৰ কথা তেৰদাললৈ পঠিয়াই দিলে। চিঠি পাইয়েই অনন্তৰ খুলশালীয়েক আৰু ইন্দিৰাই ল'ৰা-ছোৱালীহালক লগত লৈ গাওঁ পালেহি। তেওঁ-লোক কিয় আহিছে, কেতিয়া আহি পাইছে অনন্তই একো ভবাই নাছিল। ঘৈণীয়েকৰ সৈতে মুখামুখি হোৱাত "আহিলা" বুলি কৈয়েই মনে মনে ৰ'ল। ইন্দিৰাই মাকৰ ঘৰৰপৰা আহোঁতে লগত এক সপ্তাহৰ জোখাৰে খাদ্য-সামগ্ৰী লৈ আহিছিল। ভায়েকে দোকানৰ পৰা সৰু সৰু খুচুৰা বস্তু কিছুমান আনিও লগত দিছিল। কেইদিন মানলৈ গৃহস্থীখন ভালে ভালেই চলিল। অনন্ত খাবলৈ ঘৰলৈ আহিছিল। খুলশালীয়েকে লাহে লাহে এটা এটাকৈ সকলো কথা সুধি-পুছি ললে। সুন্দৰব্বাৰ ওচৰলৈ গৈও সকলো কথাৰ আতি-গুৰি বিচাৰিলে। তেনে কৰাত গম পোৱা গ'ল যে মহাজনে এতিয়াও অলপ পইচা দিবলৈ বাকী আছে। পিচত তেওঁ মহাজনৰ সৈতেও দেখা কৰিলে। সুন্দৰব্বায়ো গৈ মহাজনৰ হাতে ভৰি ধৰি মিনতি কৰি ক'লে—সি ঠিক মতে চলিব জনা নাই। এই ল'ৰা-ছোৱালী-হালক আপুনি নিৰাশ্ৰয় নকৰিব।" শেষত মহাজনে বাকী থকা পইচাখিনি অনন্তক দিবলৈ মান্তি হ'ল। এই ক্ষেত্ৰতো জনা গল যে কেৱল ন'শ টকাহে হাতত ৰৈছে। এই কথা শুনি ইন্দিৰা আৰু ইন্দিৰাৰ ভায়েক দুয়ো নিৰাশ হৈ পৰিল। তেওঁলোকে ভাবিবই পৰা নাছিল যে তিনি হাজাৰ টকাৰ মাত্ৰ ইমান-খিনিহে হাতত ৰৈছে। তেওঁলোকে ভাবিছিল হয়তো পইচা বহুত জমা আছে। ল'ৰা-ছোৱালীৰ কাৰণে অইন ক'ৰবাত মাতি অলপ কিনি থোৱাতো প্ৰয়োজনীয়। শেষত যিখিনি টকা পোৱা গৈছে সেয়ে ভাল। ইয়াকে ভাবি তেওঁলোকে অনন্তক মহাজনৰ ওচৰলৈ লৈ গ'ল। আৰু মহাজনে তেওঁলোকৰ সমুখতে অনন্তক টকা দিলে। খুলশালীয়েকে টকাখিনি ললে। সি কিছু পইচা ভনীয়েকক ঘৰৰ খৰচ চলোৱাৰ কাৰণে হাতত দি তেৰদাললৈ উভতিল। যাবৰ সময়ত সুন্দৰব্বাৰ ওচৰলৈ গৈ "আপোনাৰ আশ্ৰয়তে ইন্দিৰাক এৰি গলো। আপুনি মাজে-সময়ে তাইক চাব, মই আকৌ আহিম" বুলি কৈ ঘৰ লৈ গ'ল।

এমাহমান এনেকৈয়ে পাৰ হ'ল। অনন্ত খাবৰ সময়ত ঘৰলৈ আহে আৰু নিজলৈ সাজি থোৱা কাঁহিৰ পৰা খাই-বৈ আকৌ ওলাই যায়। বাকী সময়খিনি ঘৰলৈ নাহে। ল'ৰা-ছোৱালীকো কাষলৈ আহিবলৈ নিদিয়ে। এদিনাখন খাবলৈ বহোঁতে ঘৈণীয়েকে

আহি ক'লে "এনেদৰে খাই বহি থাকিলেই জানো হ'ব? এনেকৈ কিমান দিন চলিব? কিবা এটাতো কৰিব লাগে। আজি ঘৰত ঘেহুঁ নাই, ল'ৰা-ছোৱালী কেইটাৰো পিন্ধিবলৈ কাপোৰ নাই।" এইখিনি কথা তাই অনন্তৰ হাততনো কিমান পইচা জমা আছে জনাৰ উদ্দেশ্যে ক'লে।

"শেষত পোৱা পইচাখিনিৰ পৰা কিছু পইচা দেখোন তুমি নিজৰ মাৰালৈ পঠিয়াই দিছা। মই খুজিলেও আৰু পইচা দিব নালাগে বুলি মহাজনক কৈ থৈছা। মই অলপ দৰব-জাতি খাই নিৰাময় হব খুজিছিলোঁ, তোমালোকে সেই-টোৰো মুদা মাৰিছা। এতিয়া ভালকৈ চলিবা কেনেকৈ?" চকু ৰঙাকৈ চাই অনন্তই ক'লে।

"ছাই হক সেইকেইটা পইচা, আৰু তেনে কথা নক'ব। সেইখিনি পইচাৰতো সৰ্বনাশ হৈছেই, আৰু নষ্ট কৰিব খোজেনে? ঘৰলৈ খাবলৈ আহে, কিন্তু এইখিনি ভাবি নাচায় যে ঘৰতো কিবা-কিবি বস্তুৰ প্ৰয়োজন আছে।" তাই খঙেৰে ক'লে।

অনন্তই সমুখৰ পৰা কাঁহিখন দলিয়াই পেলাই দিলে। খাবলৈ দিয়া ৰুটি আৰু তৰকাৰী আটাইখিনি কোঠাটোৰ মজিয়াত সিঁচৰতি হৈ পৰিল। "ইমানকৈ কথা শুনাই খুৱাবলৈ খুজিছা?

পইচা আচলতে কাৰ? পাগলী তিৰোতা-ক'ৰবাৰ!" এই বুলি কৈ মুখত যিহকে আহে তাকে গালাগালি বকাবকি কৰি সি উঠি বাহিৰ ওলাই গ'ল। ফলত ঘৈণীয়েকেও একো নাখালে। শাহুৱেকৰ ওচৰলৈ গৈও একো নলগালে। মাত্ৰ বিচনা পাৰি লৈ শুই থাকিল। বাহিৰত খেলি থকা ল'ৰা-ছোৱালীহাল আহিহে ইন্দিৰাক টোপনিৰপৰা তুলিলে। সিদিনা গধূলিৰ সাজ খাবলৈও অনন্ত ঘৰলৈ নাহিল। পিছদিনা পুৱা ইন্দিৰা শুই উঠিল। ৰন্ধা-বঢ়া কৰিলে। ল'ৰা-ছোৱালী-হালৰ কাৰণে ৰান্ধিব লাগিলেইহেঁতেন। তাই সিহঁতক খাবলৈ দিলে। দুদিনৰ ভিতৰতে খঙে শাম কাটিলে। ল'ৰা-ছোৱালী হালে মতাত অনন্ত ঘৰলৈ আহিল কিন্তু কেইদিনমানলৈ মাতবোল নচলিল। কোনোমতে চাৰিটা দিন পাৰ হ'ল। ঘৰৰ দৈনন্দিন আহাৰ্যসমূহ শেষ হবলৈ ধৰিলে। ইন্দিৰাৰ হাতত থকা পইচাও টুটি আহিল। দুই এদিনৰ পৰা তাইৰো জ্বৰ উঠিবলৈ আৰম্ভ কৰিলে। ইয়াকে ভাবি তাই দুখ অনুভৱ কৰিবলৈ ধৰিলে যে অৱশেষত গিৰিয়েকৰ বেমাৰটোৱে আহি তইকো লাগ দিলে। সিদিনা সন্ধিয়া অনন্ত ঘৰলৈ আহি ঘৈণীয়েকক শুই থকা দেখি সুধিলে —"শুই আছা কিয়?"

"গাটো ভাল নহয়; বুকুখন বিষাইছে। পিঠিৰকালে হানমাৰি ধৰিছে।" ইন্দিৰাই কাহি কাহি কলে।

ওচৰতে থিয় হৈ থকা ল'ৰা-ছোৱালী দুটিয়ে জনালে—"পিতাই, মায়ে পুৱাৰে পৰা একো খোৱা নাই।"

অনন্তৰ অন্তৰখন উচপ খাই উঠিল। দীঘল হুমুনিয়াহ এটি পেলাই সি উঠি থিয় হ'ল। ঘৈণীয়েকৰ কাৰণে, "অতি কমেও একাপ চাহকে তৈয়াৰ কৰোঁ" বুলি ভাবি সি ভিতৰলৈ গ'ল আৰু আটাইবোৰ টেমা পাত-পিতকৈ জোকাৰি বিচাৰি চাবলৈ ধৰিলে। চেনি নাই। পুৰা কিনা এপোৰা গাখীৰেৰে ল'ৰা-ছোৱালী দুটিয়ে ৰুটি খাইছে। আন এটা সৰু টেমা খুলি সি সেইটো একটিঃ়কৈ চাই দেখিলে যে তাৰ তলত অকণমান চাহপাত পৰি আছে। ইমান কম যে অনন্তৰ হাতত সেইখিনি উঠিয়ে নাহিব। সেই দেখি সি টেমাটো বন্ধ কৰি থলে। তাৰ মুখৰ ৰংটোও চাহপাত-খিনিৰ দৰেই ক'লা পৰি ৰল। চেনিৰ কাৰণে সি আন এটি টেমা খুলি চালে। কিন্তু তাতো একো নাপালে। এই কথা ভাবি তাৰ চকুদুটা পানীৰে ভৰপুৰ হৈ উঠিল যে, এইখন ঘৰৰ অৱস্থা এদিন এনে আছিল যে দ'মলাগি পৰি থকা চেনি কুকুৰেও শুঙি নাচাইছিল। কিন্তু আজি এচিকটা চেনিও সি নোপোৱাত পৰিছে। পুৰণি দিনৰ কথা তাৰ মনত পৰিল। পৰুৱাই পোৱাৰ দৰে সি ৰান্ধনীশালখনৰ ভিতৰতে ঘুৰি ফুৰিবলৈ ধৰিলে। পশ্চিমফালৰ খিৰিকীখনেৰে বেগেৰে বতাহ সোমাই আহিছিল। লগতে এন্ধাৰো আহি ভিতৰ সোমাই পৰিল।

ল'ৰা-ছোৱালীহালে বাহিৰৰ চোতালতে খেলি আছিল। খুৰাক পথাৰৰ পৰা উভতিছিল। ল'ৰা-ছোৱালীহালক মাত দি সি সুধিলে—"পিতাৰে আহি ভাত খাই গ'ল?"

সিহঁতে ক'লে—"নাই খোৱা। মা পৰি আছে, আজি ৰন্ধা-বঢ়া কৰা নাই।"

"পৰি আছে"? বুলি মনৰ উদ্বিগ্নতা প্ৰকাশ কৰি নাভিৰাজ ঘৰলৈ গ'ল। কঢ়িয়াই অনা নৰাৰ বোজাটো একাষে নমাই থৈ হাত-মুখ ধুই সি অনন্তৰ ঘৰলৈ খোজ ল'লে।

"কত শুই আছাহে নবৌ?" বুলি দুৱাৰৰ বাহিৰ পৰাই সি মাত দিলে।

সৰু ছোৱালীজনীয়ে কলে—"মা, ভিতৰত শুই আছে, পিতাই……।"

ভায়েকৰ মাত শুনি অনন্ত বাহিৰলৈ ওলাই আহিল, আকৌ ভায়েকৰ লগত দুয়ো একেলগে কোঠাটোৰ ভিতৰলৈ সোমাই গ'ল। চাদৰৰ তলৰ পৰা মুখখন উলিয়াই ইন্দৰবাই দেৱৰেকক "আহা" বুলি মাত দিলে। নাভিৰাজে বিচনাত বহি তাইৰ গাটো চুই চালে। জ্বৰ আছে। কিবা ভাবি নাভিৰাজে ক'লে—"কাইলৈ মিৰজীৰ হাস্পাতাললৈ যাব লাগিব। দুয়োজনকে ডাক্তৰক দেখুৱাম।" সি অনন্তৰ ফালে চাই সুধিলে—"তুমি দেখোন দেখুৱাম বুলি কৈছিলা? বোধহয় এতিয়াও যোৱা নাই?"

"কত'নো দেখুৱালোঁ। তেওঁৰ ভায়েকে টকা পইচা লৈ গ'ল। মোৰ হাতত এক পইচাও নাই।" চকুদুটি চকুলোৰে উপচাই সি কান্দি পেলালে।

নাভিৰাজে ক'লে "জীয়াই থাকিলে পইচা যেনেকৈয়ে হওক হাতলৈ আহিব। পইচাই জানো মানুহক জন্ম দিয়ে? পইচা আমিহে আৰ্জোঁ।"

নাভিৰাজৰ বুজিবলৈ বাকী নৰ'ল যে ককায়েক তেতিয়ালৈ অনাহাৰে আছে। সেয়ে সি ককায়েকক তাৰ ঘৰলৈ মাতিলে। অনন্তই কিন্তু কোনো উত্তৰ নিদিলে। উপায় নাপাই ল'ৰা-ছোৱালী হালক নাভিৰাজে লৈ গৈ খাবলৈ দিলে। সিহঁত-হালক উভতাই পঠিওৱাৰ সময়ত এখন থালত ৰুটি, তৰকাৰী আৰু ভাত পঠিয়াই দিলে। নাভিৰাজে নিজেও এবাৰ আহি ইন্দিৰাক ভাত আৰু গৰম গাখীৰ খাই শুই থাকিবলৈ কৈ গ'লহি। নাভিৰাজে ঘৈণীয়েকক ক'লে "তালৈ গৈ এবাৰ সিহঁতৰ খবৰ লৈ আহোচোন?" কিন্তু তাই নগ'ল। মাকেও নিৰ্দয় হৈ ক'লে — "জুই লাগক তাৰ মুখত। এদিনো যদি আহিছে সি মোৰ ওচৰলৈ! তেনেহলে মইনো যাম কিয়?"

নাভিৰাজে ক'লে—"আহে নো কি মুখে? মানুহক দেখুওৱাৰ উপযোগী কিটোনো আছে তাৰ? সিটো ভালকৈয়ে জীৱন যাপন কৰিবলৈ যত্ন কৰিছে!"

তাৰ ঘৈণীয়েকে মাত দিলে—"ভালকৈ জীৱন-যাপন কৰাৰ বুদ্ধি বিবেচনা তেওঁৰ আগতে কলৈ গৈছিল?"

পিছদিনা ককায়েক আৰু নবৌৱেকক লৈ নাভিৰাজ মিৰজীৰ হাস্পাতাললৈ গ'ল। দীঘলীয়াকৈ পৰীক্ষা-নিৰীক্ষা কৰাৰ পিচত ডাক্তৰে জনালে যে সিহঁত দুয়োৰে একেবিধ বেমাৰেই হৈছে। নাভিৰাজে দুয়োকে বাহিৰলৈ পঠিয়াই দি ডাক্তৰক সবিস্তাৰে সকলো কথা সুধিলে। ডাক্তৰে ক'লে "ইন্দিৰাৰ বুকুখনো এক্সৰে কৰি চাব লাগিব। তাইৰ বিষয়ত এতিয়াও অলপ সন্দেহ আছে। অনন্তৰ বেমাৰ কিন্তু আয়ত্বৰ বাহিৰলৈ গৈছে। যদি সি কিছুদিন জিৰণি লয় তেনেহলে হয়তো কিছুদিনলৈ চলিব পাৰিব। নহলে বেমাৰটোক বশ কৰিব পৰা নহ'ব।" দুয়োকে লৈ নাভিৰাজ সন্ধিয়া আহি ঘৰ পালে। তাৰ মুখত কোনো উজ্জ্বলতা নাছিল। সিদিনাই সি মিৰজী হাস্পাতালৰ পৰা তেৰদাললৈ এখন চিঠি লিখিলে। ঘৰ আহি পাই মাকৰ ওচৰলৈ গ'ল আৰু কান্দি কান্দি ক'লে "ককাইদেউ আৰু বেছি দিন নিজীয়ে মা।" সুন্দৰবা মনে মনে থাকিল। "ৰাম-লক্ষণৰ দৰে আছিলোঁ আমি দুয়ো ভাই।" বুলি কৈ নাভিৰাজে হুকহুকাই কান্দিবলৈ ধৰিলে। সুন্দৰবাইও উচুপিবলৈ ধৰিলে। দুখৰ আৱেগ পাতলি যোৱাৰ পিছত নাভিৰাজে এটি এটিকৈ সকলো কথা মাকৰ আগত ক'লে।

এই বাতৰি ইজন-সিজনকৈ বাগৰি গৈ অনন্ত আৰু ইন্দিৰাৰ কাণতো নপৰাকৈ নাথাকিল। দুৰাৰোগ্য ৰোগ। গিৰিয়েকৰ বেমাৰে গৈ ঘৈণীয়েকক ধৰিছে।

এই কথা গাৱঁৰ মানুহবোৰে নিজৰ মাজত আলোচনা কৰিবলৈ ধৰিলে। সোঁচৰ ব্যাধি বুলি জানিব পাৰি সকলোৱে সিহঁতৰপৰা আতৰি ফুৰিবলৈ ধৰিলে। তাকে

দেখি ইন্দিৰাই চিন্তা কৰিলে—"এতিয়া জীয়াই থাকি কি লাভ?" লগে লগে তাই উপবাসে থাকিবলৈ আৰম্ভ কৰিলে। অনন্তইও তেনেই কৰিলে। ঘৰত যেতিয়া কোনো নাথাকে তেতিয়া সিহঁত দুয়োটাই গলত ধৰাধৰিকৈ কন্দা-কটা কৰে। যেন সিহঁত গিৰিয়েক ঘৈণীয়েক দুয়োটা এহাল সৰু ল'ৰা-ছোৱালীহে। নাভিৰাজ আহি আহি সিহঁতৰ মনত সাহৰ সঞ্চাৰ কৰে আৰু ককায়েকক খুৱাই থৈ যায়। কোনোবাই জোৰ কৰিলেও ইন্দিৰাই একোকে নাখায়। তাই স্থায়ীভাৱে শয্যাশায়ী হৈয়েই পৰিল। শাহুৱেকে আহি কোৱাতো তাই কথা নুশুনিলে। গাৱঁৰ মানুহে আলোচনা কৰিবলৈ ধৰিলে—"এতিয়া তাই ক'ত জীয়াই থাকিব?" গাৱঁৰ ভিন ভিন চুবুৰীৰপৰা মানুহে সিহঁতক চাবলৈ আহিবলৈ ধৰিলে। চাবলৈ অহা মানুহৰ আগত ইন্দিৰাই কান্দে আৰু কয়—আমাৰ আৰু কি থাকিল? কিন্তু এই ল'ৰা ছোৱালী দুটা অনাথ হ'ব।" মাজৰ কোঠাৰ বিচনা এখনৰ ওপৰত শুই থকা অনন্ত উঠিয়েই নবহে। উঠিবলৈ তাৰ শৰীৰত কোনে উৎসাহেই নাই। ভায়েকে আহি যি দুগৰাহ খুৱাই দিয়ে, তাকে খাই সি একেদৰে পৰিয়েই থাকে।

দুদিনৰ পিচত তেৰদালৰপৰা অনন্তৰ খুলশালীয়েক আৰু শাহুৱেক আহি পালে। তেওঁলোকে লগত এজন বেজ লৈ আহিছিল। বেজজনে আহি পায়েই দুয়োজনকে পৰীক্ষা কৰি চালে। তেওঁ আশ্বাস দিলে যে যদি সিহঁতে তেওঁৰ পৰা দৰৱ খায় তেনেহলে এমাহৰ ভিতৰতে তেওঁ সিহঁতক নিৰাময় কৰি দিব। বেজজনে উদাহৰণসহ বুজাই দিলে যে ডাঙৰ ডাঙৰ ডাক্তাৰবিলাকে ধন লুঠি নিয়াৰ উদ্দেশ্যেৰে ৰোগীক কিবা নহয় কিবা এটা কৈ ভয় খুৱাই দিয়ে। তেওঁ নিজে বহু কেইটা দুৰাৰোগ্য ৰোগৰ ৰোগীক নিৰাময় কৰিছে। বেজৰ কথা অনন্তৰ বিশ্বাস নহ'ল। কিন্তু ইন্দিৰাহঁতে আশান্বিত হ'ল এই বুলি যে, যদি তাই আৰু চাৰি বছৰ জীয়াই থাকিব পাৰে তেনেহ'লে ল'ৰা-ছোৱালী দুটিক তাই মাতৃস্নেহ দান কৰিব পাৰিব। ভায়েক আৰু মাক আহি পোৱাত তাইৰ মনত স্বাভাৱিকতে কিছু পৰিমাণে ধৈৰ্য্যৰ উদয় হৈছিল। মতামত-বিনিময়ৰ পিছত এই সিদ্ধান্ত কৰা হ'ল যে অনন্ত আৰু তাৰ ঘৈণীয়েক তেৰদাললৈ যাব আৰু তাতে দৰৱজাতি খাই চিকিৎসা কৰিব। ডাঙৰটো ল'ৰা পঢ়াশালীলৈ যায়, গতিকে সি সুন্দৰহঁতৰ লগতে থাকিব। সৰু ছোৱালীজনী মাকৰ লগতে যাব। নাভিৰাজে কিন্তু বহুবাৰ কলে যে ককায়েক আৰু নবৌৱেক তেৰদাললৈ যোৱাৰ প্ৰয়োজন নাই। সি সিহঁতক নিজৰ ঘৰতে ৰাখি চিকিৎসা কৰাব। কিন্তু কথা নৰজিল। অনন্তৰ খুলশালীয়েকহঁতে কুড়বী ষ্টেচন পৰ্য্যন্ত যাবলৈ গৰু-গাড়ীৰ বন্দোবস্ত কৰাত লাগিল। তেতিয়া নিৰুপায় হৈ নাভিৰাজে কলে—"মোৰে গাড়ী আছে। ময়ে গৈ থৈ আহিম।"

পিছদিনা পুৱাই নাভিৰাজে গৰুগাড়ী সাজু কৰিলে। সকলোৱে উঠি বহিল। ঘৰৰ পৰা গাৱঁৰ সীমা পৰ্য্যন্ত সিহঁতক আগুৱাই থবলৈ সুন্দৰহঁতও গ'ল। লগত অনন্তৰ ডাঙৰ ল'ৰাটোও আছিল। গাওঁ অতিক্ৰম কৰি অহাৰ পিচত সি ক'লে—

"ময়ো খুৰাৰ লগত গাড়ীত ষ্টেচনলৈ যাম? ইন্দিৰাই তাক গাড়ীত তুলি ললে আৰু গাড়ী আগুৱাই গ'ল। ষ্টেচনত গৰুগাড়ীৰ পৰা নামিয়েই ইন্দিৰাই পুতেকৰ গলত সাৱটি ধৰি কান্দিবলৈ ধৰিলে। ল'ৰাটোৱেও কান্দিলে। ইন্দিৰাই কলে—

"মই কেতিয়া উলটি আহি মোৰ বাচাটোৰ মুখখন দেখা পাম?"

ভায়েকে সান্ত্বনা দি ক'লে—"কিয়নো তেনেকৈ কোৱা, তুমি ব'লাচোন। পোন্ধৰ দিনৰ ভিতৰতে আৰোগ্য কৰি পঠিয়াই দিম।"

ৰুক্মবা—অনন্তৰ শাহুৱেকৰ চকুও পানীৰে উপচি আহিল। অনন্তই এবাৰ তাৰ ল'ৰাটোৰ ফালে আৰু এবাৰ তাৰ শাহুৱেকৰ ফালে চাবলৈ ধৰিলে। তাৰ চকু দুটা শুকান। তাত পানী নালাগে, আন একোৱেই নাছিল। বাচত উঠি বহাৰ আগতে ইন্দিৰম্বাই পুতেকক ওচৰলৈ মাতি নি তাৰ পিঠিখন পিহি দি দি কান্দি পেলালে আৰু চকুপানী বোৱাই বোৱাই ক'লে—"মই আহোগৈ দেই, বাপ।"

নাভিৰাজ ওচৰলৈ আহি নবৌৱেকক ক'লে—"নাকান্দিবা নবৌ, নিজৰ কথা এৰিও মই বাপটিক ফুলপাহৰ দৰে সযতনে ৰাখিম। তুমি তাৰ চিন্তা এৰি দিয়া।"

"যিয়েই নহওক, মাকৰ সমান কোন হব পাৰে? মাকে মাৰি ধৰি খাবলৈ দিয়ক আৰু তুমি মৰম কৰি খাবলৈ দিয়া দুয়োটোয়েই একে কথা নহয়"—বুলি কৈ ৰুক্মবাইও কান্দিবলৈ ধৰিলে।

"হৈছে কন্দা, কন্দাকটা এৰা—" বুলি কৈ কোনোবা এজনে সিহঁত সকলোটিকে বাচত উঠাই দিলে।

তেৰদালত সিহঁত কিছুদিন থাকিল। তাত থাকোঁতে ভংগাৰীৰ পৰা দুখনো চিঠি অনন্তৰ হাতত পৰিলহি। তাৰে এখনৰ ভাব এনে ধৰণৰ আছিল·········"মই মোৰ হৃদয়ৰ প্ৰেমানুভূতিক অনন্তৰ পৰা উভাৰি পেলাই দিবলৈ মনস্থ কৰিছোঁ। প্ৰেমৰ কাৰণেই সমাজ তথা বন্ধুবৰ্গলৈ ভ্ৰুক্ষেপ নকৰি মই যিজনৰ লগত গুচি আহিছিলোঁ, সেইজনেই যদি মোৰ ওচৰৰ পৰা দূৰলৈ আঁতৰি যায় তেনেহলে তাতোকৈ ডাঙৰ বিড়ম্বনা আৰু নাই।"

জনা নাযায় তাৰ উত্তৰ অনন্তই কি দিলে। কিন্তু মাজে মাজে সি ভাবিবলৈ আৰম্ভ কৰিছিল—"তাৰা কেনে আছে বাৰু?"·········এইদৰে তাৰ মনৰ মাজলৈ একোবাৰ ভংগাৰী আৰু একোবাৰ তাৰাৰ কথা অহা-যোৱা কৰিবলৈ আৰম্ভ কৰিবলৈ ধৰিছিল। কেতিয়াবা কেতিয়াবা দুয়োজনীয়েই তাৰ কল্পনাৰ মানস-পটত দেখা দিছিলহি। তাৰ এনে লাগিছিল যেন দুয়োজনীৰ সৈতেই তাৰ অসাধাৰণ প্ৰেমৰ সম্বন্ধ বৰ্ত্তমান। কেতিয়াবা কেতিয়াবা সি এনে অনুভৱ কৰিছিল যেন, দুয়োজনীয়েই তাৰ ওচৰতে আছে কিন্তু তথাপিও তাৰ মনৰ আঁৰত এটি অতি সুক্ষ্ম অতৃপ্তিৰ ভাব নিহিত হৈ আছিল······। ···লাহে লাহে অনন্তৰ দুৰ্বলতা বাঢ়ি যাবলৈ ধৰিলে।

ইন্দিৰাৰ অৱস্থাৰ কিছু উন্নতি হৈছিল। তাইৰ পাচ-ছয়জন ভায়েক। প্ৰত্যেকেই বেলেগ বেলেগকৈ থাকে। কিন্তু প্ৰত্যেকেই প্ৰতিদিনে আহি তাইক চাই-চিন্তি গৈছিল। ৰুক্মবাই নিজে জীয়েকৰ আল-পৈচাত ধৰিছিল। "এজন ভায়েকৰ কান্ধতে সকলো বোজা কিয়? আটাইয়ে অলপ অলপকৈ বোজা বওক।"এনে বিবেক বিবেচনাৰে চিন্তা কৰিছিল ৰুক্মবাই। সেইবাবে ভনীজনী চাৰিদিনমান মোৰ ইয়াতেই থাকক বুলি কৈ প্ৰতিজন ভায়েকেই ইন্দিৰাক নিজৰ নিজৰ ঘৰলৈ লৈ গৈছিল। ফলত ঠায়ো বদলিছিল। ইফালে অনন্তও উঠি লৰি ফুৰিব পৰা হৈ আহিছিল। আমি চাৰি-পাঁচজন ভায়েক আছোঁ আমাৰ কাৰণে ভনীজনী একো বোজা নহয়" বুলি ইন্দিৰাৰ ভায়েকহঁতে কোৱা-মেলা কৰা অনন্তৰ কাণত পৰিছিল। জোৱায়েকে নিজৰ জীৱনটো সঠিকমতে পৰিচালনা কৰিব পৰা নাই বুলি অভিযোগৰ সুৰত কথা কৈ শাহুৱেকে নিজৰ স্ত্ৰীসুলভ স্বভাৱৰ কাৰণেই অনন্তৰ প্ৰতি অলপ অনাদৰৰ ভাবো প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছিল। এইবোৰ অনন্তই সহ্য কৰি থাকিবলৈ টান পালে। এদিন ঘৰত যেতিয়া কোনো নাছিল তেতিয়া সি ঘৈণীয়েকৰ ওচৰলৈ গৈ তাইক কলে "আমি নিজৰ ঘৰলৈ যোৱাটো ভাল হ'ব। ইয়াত এই বেজ্জনৰ চিকিৎসাতনো কি'ত ভাল হ'ব। নিজৰ ঘৰৰ কথাই বেলেগ। সময়ত নিজে তৈয়াৰ কৰি লৈও কিবা-কিবি খাই-মেলি থাকিব পাৰি।

"কিয় ইয়াত জানো সময়মতে সকলো নহয়? সকলো ঠিক হব ধৰিছে। এতিয়া নিজৰ স্বাৰ্থৰ কাৰণে এনে কথাবোৰ উত্থাপন কৰা ভাল নহয়। তদুপৰি মোৰ নবো কেইজনীও বৰ ভাল। আপনাৰ ভাই-বোৱাৰীয়েকৰ দৰে হলে কি কৰিলে-হেঁতেন?"

"তোমাৰ কাৰণে তোমাৰ নবোৱেৰাহঁত ভাল। মই চাৰিদিন ইয়াত থাকোঁতেই জনে জনে ঘৰ ভগাই লৈছে।"

"যেনেকৈয়ে হওক আছেতো? ঘৰবাৰী ভগায়েই লওক বা যিয়েই কৰক, আমি দুয়োজনকে চম্ভালিছেতো আপুনি মিছাতে সন্দেহ নকৰিব", বুলি কৈ ইন্দিৰবাই এটি দীঘল হুমুনিয়াহ কাঢ়িলে। তাইৰ অন্তৰখন যেন বিগলিত হৈ গ'ল।

"এইবোৰ একো নালাগে ব'লা আমি নিজৰ ঘৰলৈ যাওঁ। এওঁলোকে এনেকৈ আমাক চোৱা-চিতা কৰাৰ প্ৰয়োজন নাই। এনে কৰাৰ কাৰণে আমি জানো কৈছিলোঁ যে আমাক তোমালোকে লৈ ব'লা।"

"মিৰজী হাস্পাতালৰ পৰা আপোনাৰ ভায়েকেই চিঠি লিখিছিল। যদি সঁচা কব লাগে, তেনেহলে আপুনি ইয়ালৈ আহিছেই বা কিয়? আহিছে যেতিয়া, তেতিয়া এনেয়ে গুচি গলে মানুহে কি বুলিব? আপোনাৰ শৰীৰলৈতো অলপ শক্তি আহিছে? মই উঠি গৈ গলীৰপৰা পানী এলোটা আনিব পৰাতো হওঁ, তেতিয়া যাম। তালৈ গৈ পানী টোপাওতো নাপাম।" এইদৰে ইন্দিৰাই অসুবিধাবোৰৰ

কথা ব্যাখ্যা কৰিলে। "এই অবস্থাটো আপোনাৰ ভাল লাগেনে? অলপ ভাবি চাওক।"

"সকলো মাত্র ধূলি!" নিশ্চিত উপলব্ধিৰ সুৰত অনন্তই ক'লে। তাৰ চকুৰপৰা অশ্রুধাৰা নিগৰি পৰিবলৈ ধৰিলে।

সিদিনাই সন্ধিয়া ইন্দিৰাম্বাৰ বিচনাৰ ওচৰত তাইৰ ভায়েক আৰু মাক বুঢ়ীকন বহি আছিল। বুঢ়ীজনীয়ে কৈছিল "অসুখ বুলিয়ে দিনে-ৰাতি কাঠ খুলি খোৱা পোকৰদৰে কিট-কিটাই থাকিলে কেনেকৈ হ'ব? ঘৰখনত সৰু বৰৰ ব্যৱধান থাকিবই। তাৰ ফলত কোনোবা জন হয়তো ব্যতিব্যস্ত হ'ব লগাতো পৰিব পাৰে। সেইবুলি কোনোবাই কিবা ক'লেই এনেখন কৰিব লাগেনে? দেপাৰ দিনকাল ভাল থাকোতেও দেখোন ভাইবোৱাৰীয়েকে চাৰিসাজ খুৱাব লগা হলেই দহবাৰ কথা শুনাইহে খাবলৈ দিছিল। যেন কুকুৰকহে খাবলৈ দিছে। সেইবোৰ কথা পাহৰি গৈছে নহয়? এতিয়া আমাৰ কথা তেওঁৰ ভাল নলগা হৈছে।"

যিয়ে কি নহওক, আৰু জীয়াই থাকিব খোজে কোনে? মৰিবই যদি লাগে ৰং মনেৰে ঘৰলৈ গৈ মৰাই ভাল! মই ইয়াত আৰু এটুপিও পানী নাখাওঁ। মানুহলৈ মই খাতিৰ নকৰোঁ। তাৰ চকুৰ আগত সমুৰ তাৰ অতীত জীৱনৰ সমগ্র ঘটনাৱলী ওপঙি উঠিল।

গিৰিয়েকৰ কথা শুনি ইন্দিৰাম্বাৰ অন্তৰখনকো বোধহয় দুখে হেঁচা মাৰি ধৰিলে। চকুৰপৰা গিৰগিৰকৈ পানী সৰি পৰিবলৈ ধৰিলে। চকুপানী মচি অনন্তৰ-ফালে চাই তাই ক'লে—"আপোনাৰ ভৰিত ধৰিছোঁ, মৰণ কালত আমি দুয়োজন আঁতৰা-আঁতৰি হৈ পৰাটো উচিত নহ'ব। নাজানো কোনো জনমৰ কৰ্ম্মফল। ভগবানেই আমি দুজনক স্বামী-স্ত্রী ৰূপে মিলাই দিছে। কোনোমতে কিছুদিন সংসাৰখন চলালোঁ। তাৰ পাছত আপুনি এঠাইলৈ গৈ মৰক আৰু মই আন এঠাইত মৰোঁ, এনে যেন হবলৈ নাপায়। আপোনাৰ শৰীৰত এটোপালো তেজ নোহোৱা হৈছে। ময়ো এতিয়া উঠি মেলি ফুৰিব নোৱাৰোঁ।"

ইন্দিৰম্বাই কঁপি কঁপি ক'লে—'দুনাই এনে কথা মুখেৰে ওলাব নিদিবা মা। এইবোৰ কথা কৈহে তোমালোকে তেখেঁতৰ খং তুলিছা। তোমালোক পুৰণিকলীয়া মানুহ। কথাবোৰ তোমালোকে ভাল দৰে বুজি নোপোৱা। আজিৰ মানুহৰ আগত এনেবোৰ কথা কৈ লাভ নাই। তেখেতে নিজৰ মাক দেউতাককেই খাতিৰ কৰা নাই, তোমাৰ কথা কি শুনিব?"

"যদি নুশুনে তেনেহলে গুচিনো নাযায় কিয়? এনে আত্মসম্মান যদি আছেই তেনেহলে ৰুটি এটুকুৰা আৰ্জি লব নোৱাৰে—? সা-সম্পত্তি সকলো নষ্ট কৰি পেলাইছে, এতিয়াও বুজিবলৈ বাকী আছেনে?"

"আমাৰ অৱস্থা যেনেকুৱাই নহওক, তুমি যদি এনেকৈ কৈ থাকা, তেনেহলে ডাঙৰ নবোৱেনো নক'ব কিয়? আমি ইয়াত নাথাকোঁ। কালিয়ে আমি নিজৰ ঘৰলৈ গুচি যাম।" এই বুলি ককায়েকৰ ফালে ঘূৰি চাই- "ককাইদেউ, খা-খৰচ হৈ আমাৰ

যিখিনি পইচা এতিয়াও ৰাহি হৈ আছে, দি দিবা। আমি যাম গৈ" বুলি কৈ ইন্দিৰাই কান্দিবলৈ ধৰিলে।

"হৈছে মনে মনে থাক। আটাই মখাৰে বেচ বিবেচনা শক্তি আছে দেখিছোঁ!— চাও তুমি ইয়াৰপৰা উঠা। এই বুলি ককায়েকে ৰুক্কবাক তাৰপৰা উঠাই পঠিয়াই দিলে। তাৰ পাছত ভনীয়েকক কলে—"ইন্দিৰা, মই তোক এবাৰো এষাৰ কথা কোৱা নাই……বুঢ়ী মানুহৰ কথাত বেয়া নাপাবি।"

"মইতো বেয়া নাপাওঁ। কিন্তু তেখেতে জানো মনে মনে থাকিব?"

"তেওঁকো কথাটা বুজাই ক'বা লাগিবনে নালাগে?"

"যি ক'ব লাগে তোমালোকে কোৱা। পিচে তেওঁতো যাবলৈ সাজু হৈ আছে। আজি গধূলি তোমাক ক'ব খুজিছে।"—এই বুলি ইন্দিৰাই ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে।

সকলোৱে অনন্তক বুজাই বঢ়াই ক'লে। তথাপি সি নিজৰ সিদ্ধান্ত সলনি নকৰিলে। অৱশেষত ইন্দিৰাৰ ডাঙৰজন ককায়েকে খণ্ডতে ভিতৰৰপৰা টকাখিনি উলিয়াই আনি অনন্তৰ হাতত দি ক'লে—"কুৰি টকা মাত্ৰ খৰচ হৈছে। বাকী তোমাৰ আঠ শ আশী টকা এয়া লোৱা। আমাৰ ভনীজনী আমাৰ কাৰণে একো বোজা নহয়। তাই যেতিয়ালৈকে থাকে আমি তাইক ৰাখিম। মৰে যদি পুতি থম। যদি তাই ভাল হৈ উঠে তেনেহলে তোমাৰ ওচৰ পাবগৈ। তুমি যদি ইয়াত থাকিব নোখোজা যোৱা। আমি তোমাক নিৰাময় কৰাৰ কাৰণেহে ইয়ালৈ আনিছিলোঁ। কিন্তু তোমাৰ বেমাৰ বাঢ়িহে গৈ আছে। এতিয়া তুমি যোৱা, তোমাৰ নিজৰ ভাই ভনী আৰু আত্মীয় কুটুম্বৰ লগত থাকাগৈ। তোমাৰো মাৰা আছে, সৰু ভায়েৰা আছে, ভাইবোৱাৰীয়েৰা আছে।"

অনন্তই কিছু সময় ভাবি-চিন্তি সেই টকাৰ পৰা মাত্ৰ পাঁচ টকা লৈ ললে আৰু নিজৰ কোট চোলাটো পিন্ধি লৈ যাবলৈ সাজু হ'ল। ইন্দিৰাই বিচনাত পৰি থাকিয়েই সেহাই গিৰিয়েকক অনুৰোধৰ সুৰত ক'লে—"বেলা হৈছে। কেতিয়া গৈ ঘৰ পাই ঠিক নাই। ভাত ৰন্ধা হৈছে। অলপমান খাই যাওক। বাচৰ কাৰণে সময় এতিয়াও আছে।

"এতিয়া নালাগে। খাই উঠি যোৱাটো মুস্কিলৰ কথা। শুদা পেটে যোৱাটোহে ভাল।"

"পলম হৈ যাব।"

"লাগিলে, যাওঁতে বাটত হাৰোগেৰীত নামি যাম। এবাৰ তাৰক্কাকো লগ পাই সন্ধিয়ায় আগতে গুচি যাম।"

"তাত আকৌ নামিব লাগে কিয়? তাৰক্কাৰ গিৰিয়েক জানো ভাল মানুহ? শহুৰ ঢুকোৱাৰ সময়ত তাইক ঘৰলৈ যাবলৈয়ে নিদিলে। মিছাতে সিহঁতক আমনি দিয়ে কিয়?"

অনন্তই সেই কথাৰ একো উত্তৰ নিদিলে। বাহিৰলৈ গুচি গ'ল। তাৰ খোজ থৰক-বৰক কৰিছিল আৰু মুখত সেই আগৰদৰে উজ্জ্বলতা নাছিল।

"চাহ খাই যাওক। তৈয়াৰ কৰিছোঁ। নবৌৱেক এগৰাকীয়ে মাজৰ কোঠাৰ দুৱাৰমুখৰ পৰা কলে।

"নাই, নালাগে। সময় হলে বাচ-ষ্টেণ্ডতে খাই ল'ম। এইখন বাচ নাপালে আবেলিলৈ আৰু বাচ নাপাম।" এই বুলি থৰক-বৰক খোজেৰে অনন্ত আগ-বাঢ়িল।

অনন্ত দুৱাৰদলি পাৰ হওঁ—নোহওঁতেই ইন্দিৰাই চিঞৰি ক'লে—পইচা অলপ বেছিকৈ লৈ যাওক।"

ঠিক নাই অনন্তই শুনিলেনে নাই। উভতি নোচোৱাকৈয়ে সি গুচি গ'ল।

অনন্ত চকুৰ আঁৰ নোহোৱালৈকে ইন্দিৰাই দুৱাৰৰ ফালে চাই ৰ'ল। পিচত এটি হুমুনিয়াহ কাঢ়ি 'বাচত তুলি দি আহিলে হ'লহেঁতেন ককাইদেউ" বুলি কৈ বিচনাত শুই পৰিল।

# 22

এতিয়ালৈকে তাৰক্কাৰ ল'ৰা-ছোৱালী একো হোৱা নাই। তাৰ কাৰণে তাইৰ চিন্তাও নাছিল। দিনে দিনে তাই খীণাই যাবলৈ ধৰিছিল। কিন্তু তথাপি ঘৰৰ সকলো কাজ তাই মনযোগেৰে কৰি গৈ আছিল। গিৰিয়েকৰ খোৱা-লোৱাৰ ফালেও তাই চকু ৰাখিছিল। তথাপিও তাইৰ শৰীৰটো আজি-কালিকৈ ক্ৰমে হালুক হৈ গৈ আছিল। কিছুদিনৰ আগতে গাৱঁৰ কোনো কোনো মানুহ তীৰ্থ যাত্ৰালৈ গৈছিল। তাই গাৱঁৰ পৰা মাক-বাপেকক মাতি আনি তেওঁলোকৰ লগতে গিৰিয়েক আৰু শাহুৱেকক লগত লৈ গাৱঁৰ মানুহৰ সৈতে বেলনোল, কাৰকল, মুডবিদৰে আদি ঠাইবোৰ ভ্ৰমণ কৰি আহিল। পিছত তাই নিজেই সৰুকৈ এটি মন্দিৰ সাজিলে। তাত ভগবানৰ মূৰ্ত্তি এটি থাপনা কৰিলে। তাৰ পাছত আন সকলো চিন্তা-ভাৱনা এৰি দি নিতৌ পুৱা আৰু গধূলি সেই মন্দিৰলৈ গৈ এঘণ্টামানকৈ পূজা-পাঠ কৰি কটাবলৈ ধৰিলে। সৰুতে শিকা আৰতি-গীত গাই তাই ভগবানৰ আৰতি কৰে আৰু শেষত তাইৰ মুখেৰে প্ৰাৰ্থনা ধ্বনিত হয়—"এই জীৱনৰ পৰা মোক মুক্তি দিয়া প্ৰভু।" ইয়াৰ বাহিৰেও তাইৰ মনটো কিন্তু আনফালেও সজাগ হৈ থাকে। বাগিছাৰ চাকৰ-বাকৰ, পথচাৰী-অতিথি আদি যি কোনো মানুহ

আহিলেই সেইসকলক খুৱাই-বুৱাই তাই সান্ত্বনা লাভ কৰে। এইবোৰ কামৰ প্ৰতি তাইৰ মনত এলাহ নজন্মে। অনবৰত তাই কামতে মগ্ন থাকে। মাজে মাজে তাইৰ এটা পেটৰ বিষ উঠে, যিটো বিষৰপৰা তাইৰ বৰ কষ্ট হয়। সেই অৱস্থাত তাইৰ কোনো চুৰ্ত্তি জ্ঞান নাথাকে, গোটেই ঘৰখনতে বাগৰি ফুৰি কেকাই-গেঠাই থাকে। ঘৰৰ মানুহে ডাক্তৰ নাইবা বেজক দেখুৱাব খুজিলেও তাই বাধা দিয়ে।

এবাৰ তেনে পেটৰ বিষতে তাৰক্কাই মজিয়াত বাগৰি আছিল। ৰান্ধা-বঢ়া কৰিব পৰা নাছিল। চুবুৰীয়া সম্বন্ধীয় মানুহ এঘৰৰ ছোৱালী এজনী মাতি আনি তাইক অলপ ৰান্ধা-বঢ়া কৰিবলৈ ক'লে। গিৰিয়েক বাহিৰৰপৰা আহিব। গতিকে খোৱাৰ যোগাৰ হবই লাগে। তাৰক্কাৰ আচাৰ-ব্যৱহাৰত সম্পৰ্কীয় সকলো লোকেই বৰ সন্তুষ্ট আছিল। গতিকে বিপদে-আপদে সকলোৱে তাইক সহায় কৰিছিল। সিদিনা তাৰক্কাই মজিয়াত এখন ঢাৰি পাৰি লৈ তাতে ইকাটি-সিকাটি কৰি আছিল। তাইৰ মূৰৰ চুলিবোৰ আউলি-বাউলি হৈ পৰিছিল। বাগৰি থকাৰ কাৰণে পিন্ধিথকা শাড়ীখনো বিপৰ্য্যস্ত হৈ পৰিছিল। কিন্তু পেটৰ বিষ কমা নাই। তেনেকৈ থাকিয়ে ওঁঠ কামুৰি ধৰি কোনোমতে তাই ছোৱালীজনীক ৰান্ধা-বঢ়া কৰিবলৈ দিহা দি আছে। তাতেই একাষে অম্মম্বা বহি আছিল।

তাই ক'লে—"দহ-পোন্ধৰ দিনে একোবাৰকৈ পেটৰ বিষত চট্‌ফটাই থাক। ডাক্তৰক দেখুওৱাৰ কথা ক'লে মনোযোগ নিদিয়। এই বিষয়ে কি ক'ম? কাৰোবাক দেখুৱাই চালে কিছুদিন পিছত হয়তো কেচুৱা এটিয়ে হ'ব। তাকে নকৰি যদি এইদৰে মাত্ৰ পৰি থাক তেনেহলে ঘৰ কেনে চলে ?"

"সেইবোৰ এৰক আই, আপুনি একে কথাকে কৈ নাথাকিব। বিষত মোৰ প্ৰাণ যাওঁ যাওঁ হৈছে। আপোনাক কেনেকৈ বুজাওঁ? ল'ৰা-ছোৱালী থকা মানুহে বৰ সুখ ভোগ কৰে নহয়নে? মইনো এতিয়া আৰু কিহৰ সুখ পাম?" পেটৰ বিষত জৰ্জৰিত তাৰক্কাই অলপ খঙৰ সুৰত কথাখিনি ক'লে।

"মনে মনে থাক। তোকনো মই আৰু কি কম? ল'ৰা-ছোৱালী থকা মানুহে সুখ যদি নাপায়, তেনেহলে ল'ৰা-ছোৱালী নিবিচৰাকৈয়ে থাক। তোৰনো কি? আমাৰ ঘৰখনহে ভাঙিবলৈ আৰম্ভ কৰিছে। মইতো দিনে-ৰাতি ঘৰখন কেনেকৈ চলে তাৰে চিন্তাতে মৰিছোঁ।"

"মই আপোনালোকৰ ঘৰ ভাঙিবলৈ যাম কিয়? ল'ৰা-ছোৱালী নহলে মই কি কৰিম? ল'ৰা-ছোৱালী হোৱা-নোহোৱাতো জানো মোৰ নিজৰ হাতৰ কথা?"

"সেই কথা নহয় বোৱাৰী। যিখিনিলৈ তোৰ হাতত সেইখিনিতো ব্যৱস্থা ল। বাকীখিনি ভগবানৰ ওপৰত। হয় যদি তেওঁৰেই ইচ্ছা, নহয় যদিতো উপায় নাই। কোনো ভাল মানুহক দেখুৱাব এৰি কেৱল পূজা পাঠ কৰি মন্দিৰলৈ অহা-যোৱা কৰিলেই সকলো ঠিক হৈ যাবনে? জপ ধ্যান আদি কৰিবলৈ এই এতিয়াই বুঢ়ী

হলিনে ? এতিয়াও তোৰ বয়স ডেৰ কুড়িয়েই হোৱা নাই। পূজা পাঠ কৰিবলৈ বুঢ়া কালত দেখাৰ সময় পাবি।"

"পিছলৈ কেনেকৈ কৰিম ? গোসাঁই সেৱা যদি পিছত কৰিব খোজা তেনেহলে মোৰদ্বাৰা সম্ভৱ হবনে ? হাত ভৰিত শক্তি থাকোঁতে মন্দিৰলৈ অহা-যোৱা কৰিছোঁ কাইলৈ যদি একেবাৰে বিচনাত পৰি থাকোঁ তেনেহলে ভগবানৰ পূজা কৰিব পাৰিম ন ?"

পেটৰ বিষতেই তাই কথাবোৰ কৈছে বুলি ধৰি লৈ অম্মৰবাই ক'লে "মানুহেনো কিবা গছ নে যে তত নোহোৱা হৈ পৰি ৰ'ব ? আঠ-দহ বছৰ হ'ল মই চকুৰে ভালকৈ মণিব নোৱাৰা হৈছোঁ। ইয়াত এখন্দা তাত এখন্দা খায়ো মই জানো জীয়াই থকা নাই। কব নোৱাৰো ভগবান কোন বস্তু ? তেওঁৰ মোলৈ মনতে নপৰে। তহঁতৰ যে কি হ'ব ? কালিৰ ছোৱালী তহঁত। বিয়াত এবছৰৰ পিচতে ল'ৰা-ছোৱালী হ'ব লাগিছিল কিন্তু তইহে দেখোন কেনে কথা কৰ।"

এনেতে বাহিৰৰপৰা অপন্না আহি পালে। বেলা বাঢ়িছিল। কান্ধৰপৰা কোৰখন এচুকত থবলৈ লৈ অপন্নাই সুধিলে—"ক'লৈ গৈছিল দেখা-দেখি নাই যে !"

"দেখা-দেখি নোহোৱাৰনো কি কথা ? তাই ক'লৈ গৈছে সুধিছ ? সৌ তাতে পৰি বাগৰি আছে। চা-চোন। তইতো তাইক কাকো নেদেখুৱাৰ ? তোৰতো কেৱল পথাৰখন আৰু ঘৰটোহে চিনি পাৱ। নাজানো বোপাই এইবোৰ তই কাৰ কাৰণে কৰি আছ। মইতো চকুৰে দেখা নাপাওঁ। তইতো তাইক নকৰ যে মাকৰ ঘৰলৈ গৈ কিছুদিন থাকি ভাল হৈ আহক। ইয়াত মোৰ কথা কোনে শুনে ?"

'কেলেই মই চিকিৎসা কৰাবলৈ হাক দিছোঁ নেকি? টকা পইচা লাগে যদি লওক। দহ-পোন্ধৰদিন মাকৰ ঘৰলৈ গৈ থাকি মেলি কাৰোবাক দেখুৱাওক। তেওঁ গলেই যে আমাৰ ইয়াত কামবোৰ পৰি ৰ'ব তেনে কথাতো নাই ? চুবুৰীয়া মানুহ অহা-যোৱা কৰি থাকেই। কিবা প্ৰকাৰে ৰান্ধি-বাঢ়ি দিয়ে। আমাৰ কিনো কাম পৰি ৰ'ব ?"

তাৰক্কাই আপোন মনে ক'লে—"মই নাথাকিলেনো কাৰ কাম পৰি ৰয় ? সকলোৰে চলে। নাজানো ভগৱানে মোক কিয় জীয়াই ৰাখিছে।"

অপন্নাই ভিতৰলৈ গৈ সুধিলে—"তোমাৰ পিতাৰাক গাড়ী লৈ আহিবলৈ কৈ পঠিয়াওঁ দিয়া ? এনেকৈ বিচনাত পৰি থাকিলে হ'ব কেনেকৈ ? ইয়াৰ গাড়ীয়েই যাব পাৰিলেহেঁতেন। পিছে কুঁহিয়াৰৰ খেতিত অলপ পানী দিবৰ সময় হৈছে। সেইকাৰণে কৈছোঁ যে, তাৰ পৰাই গাড়ী লৈ আহক।"

তাৰক্কাই একো নামাতিলে। মনে মনে থাকিল। আকৌ অপন্নায়েই সুধিলে—"কিয় ? মনে মনে থাকিলা কিয় ? কি কোৱা ? যাবানে ?"

"কিয়নো যাওঁ ? তালৈ গ'লেনো কি হব ?"

"তাইনো কাহানি সঠিক উত্তৰ দিয়ে ? অলপ নহয় অলপ কথাত পাক থাকিবই।

গিৰিয়েক খোলাখুলিকৈ ইমান সুধিছে এদিনলৈওনো মুখ খুলি ক'ব নালাগেনে? তইতো চেলাউৰী কোঁচাই কথা সোধ! তাই জানো কেতিয়াবা তেনে কথাৰ সমিধান দিব ? অম্মম্বাই পুতেকক অলপ উচটাই দিলে।

"নকয় যদি নিজেই ভুগিব। কাৰনো কি ক্ষতি? নিজে নিজৰ ভৰিত কুটাৰ মাৰিছে।"

"নিজে নিজৰ ভৰিত কুঠাৰ মাৰেই কিন্তু তাৰ ফল যে পাব লাগে আনে।" অম্মম্বাই যেন কথাৰে বিন্ধিবলৈ যত্ন কৰিলে।

"তাইৰ লগতনো আমাৰ কি কথা আছে। আমি নিজৰ বাটটোহে নিজে ঠিক কৰি লোৱা উচিত।" ইয়াকে কৈ অংপন্না বাহিৰ ওলাই গ'ল।

এই-কথাষাৰ গিৰিয়েকৰ মুখৰ পৰা শেষ হওঁতে নৌহওঁতেই তাৰক্কাই মাত লগালে "পিতাইলৈ খবৰ দিয়ক। মই যাম। মই ইয়াত থাকি আপোনালোকক কষ্ট দিওঁ কিয়? আপোনালোকে যি ভাল দেখে কৰক। মই হকা-বাধা নকৰোঁ। মোৰ কাৰণে আপুনি নিজৰ ঘৰখন ধ্বংস কৰিব লাগে কিয় ?" তাৰক্কাৰ ডিঙিটো শুকাই গৈছিল। কথাখিনি তাইৰ মুখৰপৰা বৈ বৈ ওলাইছিল।

সকলোখিনি কথা মনযোগেৰে শুনি অম্মম্বাই ক'লে—"তইতো সকলো পৰিত্যাগ কৰিব খুজিছ কিন্তু সেই বুঢ়া-বুঢ়ী হালৰ ফালে জানো আমি চাব নালাগে?"

"আপোনালোকে তেওঁলোকৰ পৰা পাইছে গতিকে তেওঁলোকক চাওক। মোৰ পৰা কি পাইছে যে মোক চাব লাগিব ?"

"ক'ৰ কথা ক'ত জুৰি দিছা? অযথা কথা নক'বা।" অংপন্নাই মাজতে তাইৰ কথাত বাধা দিলে।

সেইদিনা গধূলি তাৰক্কাৰ মাহেকীয়া হ'ল। পেটৰ বিষো শাম কাটিলে। আজি কিছুদিনৰপৰা মাহেকীয়া হোৱাৰ আগৰ পৰা তাৰক্কাৰ এই পেটৰ বিষটো উঠিবলৈ আৰম্ভ কৰিছে। তাৰক্কা বিধুতি হৈ থকা এই দুই-তিনিদিনৰ ভিতৰতে চম্পা শাহুৱেকৰ ঘৰৰ পৰা আহিছিল। এদিন তাই বাগিচাৰ ফাললৈও আহিছিল। আগে পাছে তাই যেতিয়াই আহে তেতিয়াই তাৰক্কাৰপৰা শাড়ী আৰু ব্লাউজ খুজি লৈছিল। এইবাৰ তাই এজোৰ কাণফুল বিচাৰিলে। তাই কাণফুলযোৰৰ কাৰণে তাৰক্কাক জোকেধৰা দিলে। তাৰক্কাই তাইৰ কাণখন চাই ক'লে "কাণত দেখোন কাণফুল আছেই আৰু কি কৰিবা?"

"এয়া মোৰ নহয়; মাহীদেউৰ। মোৰ কাণখন উকা হৈ থকা দেখি কেইদিন-মানৰ কাৰণে তেওঁ দিছে। গৈয়েই তেওঁক ওভটাই দিব লাগিব।" চম্পাই ক'লে।

"তেওঁক কলে তেওঁ গঢ়াই নিদিব?"

"কব এনেকৈ কিয় খৰচ কৰিব লাগে?"

"মোৰ তাত মুকুতা খটোৱা কাণফুল আছে। লাগে যদি লৈ যাবা। অলপ

পৰ বৈ দীঘল হুমুনিয়াহ এৰি তাৰক্কাই ক'লে—"কাণ উকা হৈ থকাই ভাল। কিন্তু আনৰপৰা খুজি পিন্ধাতো উচিত নহয়, বাচা।"

সিদিনা দুপৰীয়া গিৰিয়েকৰ লগত কথা পতাৰ সময়ত তাৰক্কাই ক'লে "চম্পাৰ বাবে এখন শাড়ী অনাই দিবনে?"

"কি? এনেকৈ আমি কিমান দিনলৈ দি থাকিম। বিয়া দি দিছোঁ। এতিয়া তাই গিৰিয়েকৰ পৰাহে লব লাগে। সদায় সদায় আহি খুজি থাকিলে ক'ৰপৰা দিম।"

"যদি তাই মোৰ ছোৱালী হ'লহেঁতেন তেনেহলে জানো নিদিলেহেঁতেন? চোনিয়াৰ ছোৱালী বুলিয়েই তাই জানো আপোনাৰ ছোৱালী নহয়?"

"নহয় বুলি কোনে ক'লে। তথাপি জী বুলিয়েনো কিমান দিম? যি দিব লাগে দিছোঁ। যি কৰিব লাগে কৰিছোঁ।"

তাৰক্কাই বেছি কথা নক'লে। কাণফুলযোৰৰ কথা তাতেই শেষ হ'ল। চাৰি-দিনৰ পিচত শহুৰেকৰ ঘৰলৈ যাবলৈ ওলাই চম্পা মাত দিবলৈ আহিল। তাইক বিদায় দিবলৈ চুলচুলীয়া চকুৰে তাৰক্কা বাগিছাৰ পৰা কিছুদূৰ পৰ্য্যন্ত তাইৰ লগে লগে গ'ল আৰু তাইৰ হাতত ধৰি হুমুনিয়াহ পেলাই ক'লে—"মই শাড়ী এখন আনি দিবলৈ কৈছিলোঁ কিন্তু তেখেতে আনি নিদিলে, বাচা।"

"হ'ব বাৰু, এইবাৰ মায়ে শাড়ী আনি দিছে।"

তাৰক্কাই কিছুসময় চম্পাৰ মুখলৈ চাই থাকি ক'লে—"আনি দিছে যদি দিছে কিনো হ'ল? কিন্তু তোমাৰ শাহুৰ ঘৰৰ মানুহে কি ক'ব বাচা?" এই বুলি নিজৰ শাড়ীৰ আঁচলত বান্ধি অনা মুকুতা খটোৱা কাণফুল যোৰ আৰু টকা দহোটা উলিয়াই তাই ক'লে—"লোৱা এইযোৰ কাণফুল আৰু এয়া টকা। মাহীয়েৰাই খোজাৰ আগতে তেওঁৰ ফুলযোৰ ওভোটাই দিবা। যাওঁতে শাড়ীখন লৈ যাবা বুজিছা।"

চম্পাই বস্তুখিনি লবলৈ অলপ সংকোচবোধ কৰিলে। আচৰিত হৈ তাৰাৰ মুখলৈ চাই ৰ'ল। শেষত ক'লে "পিতাইয়ে নবকিব জানো?"

"তেওঁনো কিয় বকিব? পঞ্চমীত মই মাৰ ঘৰলৈ গৈছিলোঁ, মায়ে ব্লাউজ কিনি ল'বলৈ টকাদহটা দিছিল। এইবোৰ কথাত তেওঁৰনো কি? ফুলযোৰো মায়ে বনাই দিছিল।"

মাত্ৰ ফুলজোৰ লৈ চম্পাই ক'লে—"ব্লাউজ তুমিয়ে চিলাই লোৱাচোন।"

"মোৰনো কি কথা, ঘৰত আৰু দুই-তিনিটা আছে। পুৰণিবোৰকে আৰু দুই-চাৰিদিন পিন্ধিম। এতিয়া তোমালোক হৈছা অহা-যোৱা কৰি থকা মানুহ! আপোন স্বামীৰ ঘৰত সুখেৰে থাকাগৈ, বাচা।"

তাৰক্কাৰ মুখলৈ চাই চম্পাৰ চকুত চকুপানী বিৰিঙি উঠিল। কঁপা, কঁপা হাতেৰে তাই টকা কেইটা ললে। কান্দোনভৰা সুৰেৰে তাই ক'লে—"যেতিয়ালৈকে তুমি থাকিবা তেতিয়ালৈকে এইখনেই মোৰ মাৰ ঘৰ। পিচলৈ এইখন বাগিছাত মোৰ বাতৰি কোনে ল'ব?"

"মই যেতিয়ালৈকে আছোঁ, তুমিও আহি থাকিবা, বাচা। পিছলৈওনো নহাৰ কিবা কাৰণ আছেনে? তোমাৰ মাৰাই তোমাৰ কাৰণে বহুত কিবা-কিবি কৰিব পাৰে কিন্তু মই যিখিনি সম্ভৱ সেইখিনিহে কৰোঁ। সেয়েই বহুত, যদি তুমি আহি মাৰাৰ ঘৰ বুলি এটা সম্বন্ধ ৰাখা।"

"পাগলী দৰে কিযন যে কোৱা? তুমি মোৰ কাৰণে যিমানখিনি কৰা সিমানখিনি মোৰ জন্মদাত্ৰী মায়েও নকৰে। তুমি বহুত কৰিছা। নাজানো কোন জনমত তুমি মোৰ সঁচা-সচি মা আছিলা।" এই বুলি তাই ফেঁকুৰী উঠিল। তাৰক্কাই তাইক গলত সাৱটি ধৰি মৰম কৰি ক'লে- "এতিয়া কান্দিছা কিয়? স্বামীৰ ঘৰলৈ গৈ সুখেৰে থাকাগৈ।"

"তুমি দিনে দিনে ইমান খীণাই গৈছা কিয়? কাৰোবাক দেখুৱাচোন। এনেকৈ থাকিলে কাম কেনেকৈ চলিব?"

"আৰু জীয়াই থাকি কি কৰিম। সকলোৰে কাৰণে বোজা যেন হৈ পৰিছোঁ" এই বুলি মনে মনে তাই ভাবিলে "আৰুনো ক'ত ভাল হম?"

গধুৰ গধুৰ খোজেৰে চম্পা গাৰঁৰ ফালে আগবাঢ়িল। কেইখোজমান আগুৱাই গৈ কিবা ভাবি তাই আকৌ উভতি আহিল আৰু তাৰক্কাৰ ভৰি চুই সেৱা কৰি আকৌ গুচি গ'ল। সেৱা কৰাৰ সময়তে তাৰক্কাই ক'লে- "মোৰ মাই কাণফুলযোৰ গঢ়াই দিছে বুলি কৈ মাহীয়েৰাৰ কাণফুলযোৰ ওভতাই দিবা। এই বুলি আকৌ কিবা ভাবি তাৰক্কাই ক'লে- "নহ'লে সেই কাণফুলযোৰ তোমাৰ মাৰাৰ ইয়াতে এৰি থৈ যাবা।" কথাযাৰ কৈ তাই নিজৰ ঘৰলৈ উভতিল।

কিছুদিন পিছত শাহুৱেকে মাকৰ ঘৰলৈ পঠিয়াবলৈ আগ্ৰহ প্ৰকাশ কৰাত তাৰক্কা চন্দ্ৰৰলৈ গ'ল। তাত মল্লই জীয়েকক ওচৰৰে দুই-তিনিজন বেজক দেখুৱাই দৰৱ-জাতি খুৱালে। তিনি-চাৰি সপ্তাহ দৰৱ খোৱাৰ পিছত তাৰক্কাৰ স্বাস্থ্য কিছু উন্নত হ'বলৈ আৰম্ভ কৰিলে। কিন্তু লগে লগে তাই দৰৱ খাবলৈ এৰি দিলে আৰু দুই-তিনি সপ্তাহমান জিৰণি লবলৈ মাকৰ ঘৰতে থাকিল। মাকৰ ঘৰত থাকোঁতে তাই গম পালে যে অনন্ত তেৰদালত আছে। লগে লগে অনন্তক এবাৰ লগ পাবলৈ তাইৰ বৰ মন গ'ল। তাই মনৰ ইচ্ছাৰ কথা খুলি ক'লে মাক বাপেক বা কি ভাবে?— এনে আশংকাও তাইৰ আছিল। সিবেলি অনন্তহতঁৰ ঘৰলৈ যোৱাৰ কথাকে লৈ যিখন কাজিয়াৰ সূত্ৰপাত হৈছিল আৰু সেইখন কাজিয়া শাম কটাবৰ কাৰণে তাইৰ মাক দেউতাকে যিমানখিনি ত্যাগ কৰিবলগীয়া হৈছিল, সেই সকলো কথা তাইৰ ভালকৈয়ে মনত আছে। তথাপি তাইৰ মনটোক অনন্তৰ আকৰ্ষণে বাৰে বাৰে আমনি কৰিছিল। সেইবাবে, এদিন যেতিয়া মাক-বাপেক আৰু জীয়েক তিনিও বহি আছিল, তেতিয়া তাই ভয়ে ভয়ে ক'লে—"পিতাই অনন্তক দেখাৰ বহুতদিন হ'ল। এবাৰ গৈ তাক চাই আহিম নে? শুনিছোঁ, সি তেৰদালত আছেহি।" তাইৰ কথাত অনুৰোধ আৰু সংকোচ দুয়োটাৰে সুৰ একেলগে বাজি উঠিল।

তাক চাবলৈ কিটো আছে? সি নো কিবা ভাল মানুহ নে? আমি ভাবিছিলোঁ যে সি জীৱনৰ দিনকেইটা ভালমতে কটাব। কিন্তু সংসাৰখনে তাৰ সকলো সৰ্ব্বনাশ কৰিলে। এতিয়া গৈ আনৰ দুৱাৰ মুখত পৰি আছে।" মল্লই লাহে লাহে ক'লে কথাষাৰ।

কথাখিনিয়ে তাৰক্কাৰ অন্তৰখন চুই গ'ল। কি কাৰণে অনন্তৰ আজি এই দশা সেইকথা অনন্তৰ বাহিৰে একমাত্ৰ তাইহে জানে। কিছুপৰ মৌন হৈ থকাৰ পিছত এটি দীঘল হুমুনিয়াহ পেলাই তাই ক'লে—"সিনো কি কৰিব। হেজাৰ হলেও মোৰ আপোন মোমাইদেউৰ ল'ৰা। তাৰ এনে সংকটাপন্ন অৱস্থাত যদি আমিয়ে চাবলৈ নাযাওঁ তেনেহলে মানুহে কি বুলিব?"

"তাক চাবলৈ গৈ তই তোৰ নিজৰ জীৱনটোৰ সৰ্ব্বনাশ কৰিব খোজনে? তোৰ গৃহস্থক দুচকু পাৰি দেখিব নোৱাৰে। সেই সিবাৰ চাবলৈ যাওঁতে যিখন হৈছিল তই নিজেই দেখিছ।" মল্লই দৃঢ়তাব্যঞ্জকভাবে ক'লে।

"তেখেতকনো কোনে কবলৈ যাব? তেওঁ বাহিৰে বাহিৰে বাছেৰেহে আহিব।

"তোকনো এতিয়া কি বুজাম আই। সিবেলি তোৰ গৃহস্থই তোক ঘৰৰপৰা উলিয়াই দিয়াৰ কথাই ভাবিছিল। এতিয়া এটা সুযোগ পালেই হ'ল। জোঁৱাই আৰু শাহুৰেৰ তাৰে অপেক্ষাতে আছে। তই নাজাননে তেওঁলোক কেনেকুৱা মানুহ। প্ৰথমজনী ঘৈণীয়েকক কাটিবলৈ কুঠাৰ লৈ খেদি গৈছিল। ইফালে তোৰো একো ল'ৰা-ছোৱালী হোৱা নাই। আমিও আমাৰ হাতৰ অস্ত্ৰপাত হেৰুৱাইছোঁ। যি কেইদিন আছ চম্ভালি চলিলেই দুয়োকুল ৰক্ষা হব। এতিয়া সিহঁতে মানুহৰ আগত কবলৈ আৰম্ভ কৰিছে যে আকৌ বিয়া পাতিব। সি যদি তেনে কৰিব খোজে আমিনো কেনেকৈ বাধা দিম। তোৰ প্ৰথম বিয়াখনৰ ফলতো হ'ল সেই, গতিকে এতিয়া চম্ভালি চল। তাক কোনো প্ৰকাৰৰ সুবিধা দিব নালাগে।" পিতাকে তাৰক্কাক এইদৰে বুজালে।

তাৰাই ক'লে "যদি বিয়া কৰাবই খোজে তেনেহলে আমি ক'লে কিবা শুনিবনে? আমি এনেকৈ ভয় খালে, লাভ?"

ইমানপৰে মনে মনে থাকি ৰত্নবাই খঙেৰে ক'লে, "তই সদায় এৰাং কথা কৰ! এয়াৰ কথাও তোৰ বোধগম্য নহয়। ইয়াৰ আগতে তই যিবাৰ সিহঁতৰ গাঁৱলৈ গৈছিলি সেইবাৰো তোৰ নিজৰ গৃহস্থক নোসোধাকৈ গৈছিলি। তাকে লৈ কাজিয়া লাগি তোক চাৰিদিনলৈ সি ঘৰৰ বাহিৰ উলিয়াই থৈছিল। বহুত মানুহে বুজোৱাতহে আকৌ ঘৰত সোমাব দিছিল। ইফালে আমি ভাবি মৰিছিলোঁ যে সি কিয় তেনে কৰিছে? আমাৰ খেতি-বাতি ঘৰ-বাৰী সকলো জীয়াৰীয়েই পাব। কাৰণ আমাৰ আৰু লৰাৰ মুখ দেখাৰ সময় নাই। সেই কাৰণে আমাৰ ছোৱালীজনীয়েনো দুখ ভোগে কিয়? গতিকে আমি সকলোবোৰ জোৱাইৰ নামতে লিখি দিম। আন নহলেও আমাৰ সকলো সম্পত্তি জোঁৱাইক দি দিয়াতো হব। পিছত সি আমাক

চাওকেই বা নাচাওকেই, কোনো কথা নাই। হয়তো সি ভাবিব পাৰে যে মই কিজানি মোৰ নিজৰ মাৰ ঘৰৰ কাৰোবাকে সেইবোৰ দিওঁ। গতিকে সি ইয়ালৈ অহাটোও বন্ধ কৰিছিল। এতিয়াও জানো, তাৰ মনৰ ভাববোৰ কেনে, কোনে জানে? সি যে ভাল মানুহ এই কথা নিশ্চিতভাবে কেনেকৈ জানিম। অন্ততঃ কিছুদিন শান্তিত থাক। ল'ৰা-ছোৱালী হওক। অহা-যোৱাবোৰ পিছত চলি থাকিব। তোৰ জন্মৰপৰা আজি পৰ্যন্ত আমি একো সুখকেই পোৱা নাই। তোৰ সুখৰ কাৰণেই আমি সকলোখিনি হেৰুৱাইছোঁ। এতিয়া তই আমাৰ সমনীয়াৰ দৰেই হৈছ। গতিকে তোক কি ক'ম? নিজে নিজেই বুজি মেলি চল।" তাৰক্কাই মুখেৰে একো নামাতিলে। মনে মনে ৰ'ল। তাই হয়তো ভাবিছিল, "আই বোপায়ে মোৰ সুখৰ কাৰণেই নিজৰ সকলো এৰি দিছে। তেন্তে মই জানো তেওঁলোকৰ সান্ত্বনাৰ কাৰণে অনন্তক চাবলৈ যোৱাৰ ইচ্ছাটো ত্যাগ কৰিব নোৱাৰিম নে?"

চন্দ্ৰুৰত কেইদিনমান থকাৰ পিচত তাৰক্কা নিজৰ ঘৰলৈ উভতিল। দৰৱ-জাতি খোৱাৰ পিছৰ পৰা তাইৰ প্ৰতি মাহে নিয়মীয়াকৈ মাহেকীয়া হবলৈ আৰম্ভ কৰিলে। আগৰদৰে পেটৰ কোনো বিষ নোহোৱা হ'ল আৰু আন কোনো হেৰ-ফেৰ আদিও নোহোৱা হ'ল। তাৰ পিছতে কোনো এটা মাহত আকৌ তাইৰ মাহেকীয়া বন্ধ হ'ল।

এইবাৰো সেই আগৰদৰে অনিয়ম হৈছে বুলি ভাবি অম্মব্বাৰ মন হতাশাৰে ভৰি পৰিল। কিন্তু এই নিৰাশা বেছি দিনলৈ নাথাকিল। গৰ্ভসঞ্চাৰ হোৱাৰ লক্ষণে দেখা দিলে। শৰীৰটো অলপ শেঁতা পৰা যেন দেখা গ'ল। তাইৰ টেঙা খাবলৈ মন যোৱা হ'ল। ককালখনো গধুৰ গধুৰ লাগিল। বোৱাৰীয়েকৰ এইবোৰ লক্ষণ দেখি অম্মব্বা আনন্দিত হ'ল। তাই চন্দ্ৰুৰলৈকেও বাতৰি পঠিয়ালে। গোটেই ঘৰখন আনন্দেৰে উপচি পৰিল। বাগিছাৰ তিৰোতাবোৰে ক'লে "ঈশ্বৰে যেন অম্মাৰ চকুৰ আগতে ল'ৰা এটি দিয়ে।" অম্মব্বাইও কয়— "ল'ৰা বা ছোৱালী যিয়েই নহওক ঘৰত কেচুৱা থাকিব লাগে। ঘৰত এতিয়া তাৰক্কাই বেছি কাম কৰিব নালাগে। কোনোবা নহয় কোনোবা সম্পৰ্কীয় মানুহে আহি কাম কৰি দি যায়। তাৰক্কা খাই বৈ মাত্ৰ শুই থকাৰ দৰেই। শাহুৱেকে তাইক বাৰে বাৰে সোঁধে "মূৰ ঘূৰাই নেকি তোৰ? তাৰক্কাই উত্তৰ দিয়ে—নাই নুঘূৰায়। শৰীৰটোহে মাথোন অলৰ যেন লাগে। মূৰৰ ভিতৰত ভো-ভোৱাই থাকে। ৰুটি আদি খাবলৈ মন নাযায়। পুৱা শুই উঠিলে মুখখন তিতা তিতা লাগে।" অম্মব্বাই "এয়া তাইৰ প্ৰথমবাৰ হৈছে তাইনো জানিব কি?" বুলি মনে মনে ৰয়। কিন্তু মনে নামানে আকৌ গৈ তাৰক্কাক কয়—"গৰম হব পাৰে। দিনে ঘোল বনোৱাৰ সময়ত নেমু টেঙা এটাৰ পৰিমাণে সৰ কাঢ়ি লৈ খাবি। তোৰ আৰু হবলগীয়া কেচুৱাটোৰ—দুয়োৰে উপকাৰ হব।"

জীয়েক সন্তান-সম্ভৱা হোৱা শুনি ৰত্নবাৰ আনন্দৰ শেষ নোহোৱা হ'ল। মল্লৰ কাৰণে, আকাশ চুবলৈ মাথোন তিনিহাত মানহে বাকী ৰ'ল। ঘৈণীয়েকৰ হতুৱাই বাৰ প্ৰকাৰৰ বাৰবিধ খাদ্য সামগ্ৰী তৈয়াৰ কৰোৱাই সি সেইবোৰ হাৰোগেৰীলৈ পঠিয়ালে। তৃতীয়মাহ আৰম্ভ হোৱাৰ লগে লগে ৰত্নাই জীয়েকৰ কাৰণে সেউজীয়া ৰঙৰ ব্লাউজ তৈয়াৰ কৰালে। অম্মব্বাক তাই ক'লে—"মানুহৰ আগত এই কথা প্ৰকাশ কৰিব নালাগে।"

অম্মব্বা বৰ সুখী হৈছিল। তাই বিয়নীয়েকক কলে—"নকওঁ, নকওঁ,—আমি কিয় কবলৈ যাম? খোৱা-বস্তু বিলোৱা নহয় পৰ্য্যন্ত। এইটোৱেইতো প্ৰথম, একেটি মাত্ৰ! অপ্পন্নাই কিন্তু কৈ আছিল—"ল'ৰা-ছোৱালী হোৱা নাই, আন এজনী বিয়া কৰাম।"

ৰত্নাই অলপ দুখী হৈ ক'লে—"যদি সি কৰিব খোজে, নোহোৱাকৈ থাকিবনে? আকৌ যদি সি নকৰোঁ বোলে তথাপিও নোহোৱাকৈ ৰ'বনে? তাইৰ ভাগ্যত যি আছে সেয়ে হ'ব।"

"সি যি কি নহওক তাৰাৰ জীৱনলৈ স্থিৰতা আহিছে।"

"ল'ৰা এটা উপজিলে হয়, ইমানখিনি কষ্ট সফল হব।"

ল'ৰাই হওক বা ছোৱালীয়েই হওক ঘৰত এটি থাকিব লাগে। এইবাৰ যদি এটা হয়, পিচলৈ আকৌ হব। ল'ৰা-ছোৱালী নোহোৱাৰ কাৰণে ঘৰখন সেৰেঙা পৰি আছিল।

"মোৰো তেনেকুৱা হৈছিল বাইদেউ। তাৰা প্ৰথমবাৰ বিধুতি হওতেই তাইৰ যোল্লবছৰ হৈছিল। কিন্তু এনেয়ে অলম হলেও সময় বাৰ বছৰৰ পাৰ হ'ব নালাগে। এতিয়াতো তাইৰ প্ৰথম বিধুতি হোৱাৰ পৰাও যোল্লবছৰ পাৰ হৈ গ'ল। সেই কাৰণে মই নিৰাশেই হৈছিলোঁ। কাৰণো আগত দুখৰ কথা ক'ম?" ৰত্নাই নিজৰ মনৰ নিৰাশাৰ বিষয়ে প্ৰকাশ কৰিলে।

"এৰা মইও ঠিক বুজি পোৱা নাছিলোঁ কি কৰা যায়। এফালে যদি নাদ আনফালে গড়খাৱৈ। বাপ ৰে ল'ৰা সিফালে ভিতৰি ভিতৰি ভালেখিনি আগুৱাইছে।"

"আৰুনো কি? ঘৰত ল'ৰা-ছোৱালী উপজিলে ভালহে। তাতে ঘৰৰ আকৌ একেটি মাথোন ল'ৰা। ভালেকেইটা ল'ৰা-ছোৱালী হলে আমিয়ে লালন-পালন কৰিব পাৰিম।"

ৰত্নব্বাৰ কথা শেষ হওঁ-নোহওঁতেই এটি জেঠীয়ে টিক্-টিকাই উঠিল। অম্মব্বা বুঢ়ীয়ে "সইত, সইত, তিনি সইত" বুলি কৈ অলপ চিন্তিতভাবে ক'লে—"জেঠী-টোৱে কিয়বা মাতিলে? আগতে কেচুৱা উপজিবকে দিয়া, যতেই হওক লালন-পালন হব। আমাৰ ঘৰতেইনো ক'ত এগাল ল'ৰা-ছোৱালী আছে।

ৰত্নব্বাই সুধিলে এই জেঠীটো বা ক'ৰ জেঠী?"

"জেঠীৰ কথানো কি? বহুত ধৰণৰ জেঠী আছে। এই কোণৰপৰা জেঠীয়ে মতাটো ভাল নহয়। আমাৰ গিৰিহঁত ঢুকোৱাৰ আগতেও জেঠীয়ে এই ফালৰ-পৰাই মাতিছিল।"

দুই-তিনিদিন জীয়েকৰ ঘৰত ৰত্নব্বাই বেছ সুখেৰেই কটালে। তাই অনবৰত জীয়েকক লক্ষ্য কৰি থাকে। ইয়াকে ভাবি তাই মনে মনে ভয় খায়—"এতিয়াও তিনিমাহ পূৰা হোৱা নাই, মাত্ৰ দুই, আঢ়ৈ মাহ হৈছে। আৰম্ভণিৰ পোন্ধৰ দিন হিচাপত নধৰিলে সিমান দিনো নহব। কিন্তু তথাপিও পেটটো ইমান ডাঙৰ হৈছে কিয়?" গতিকে ঘৰলৈ যোৱাৰ এদিন আগতে তাই অম্মব্বাকো সুধিলে—"বাৰু তাৰাৰ পেটটো ইমান ডাঙৰ দেখা গৈছে কিয়?"

"ছোৱালীজনীৰ শৰীৰতনো আছে কি? এমাহ হৈ গ'ল একোকে খোৱা-বোৱা নকৰে। খীণাই দুৰ্ব্বল হৈ গৈছে। গতিকে পেটটো ওলাই পৰিছে। তুমি অকাৰণতে চিন্তা নকৰিবা।"

তাই হাঁহি মাৰি ক'লে—"সেইটো কথা নহয়। মানে, যঁজা সন্তান নহয়তো?"

কথাষাৰ শুনি আনন্দেৰে ক'লে অম্মব্বাই—"হবলৈ দিয়াচোন। যঁজা সন্তান হলে, এটা যদি আমাৰ ঘৰত ডাঙৰ দীঘল হয়, তেনেহলে আনটো তোমাৰ তাতেই হব। কিহৰণো অভাৱ?"

দুপৰীয়া ৰত্নব্বাই জোঁৱায়েক তথা বিয়নীয়েকক ক'লে—"পাঁচ-মাহ পূৰা হলেই বড়িয়াকৈ ৰুটি তৈয়াৰ (পঞ্চামৃত) গোটেই গাওঁখনতে বিলাই দিম। আকৌ সাত মাহত—"সজ্জিগে, হোঠিগে (কৰ্নাটকত প্ৰচলিত এবিধ খাদ্য) সম্বন্ধীয় মানুহ আৰু ইষ্ট-কুটুম্ব সকলৰ মাজতে বিলাই দিম। এইবোৰ সমাপন কৰি শেষত গা-খালাচৰ বাবে ঘৰলৈ লৈ যাম।" তাইৰ কথা মাক পুতেক দুয়ো মানি ললে। তাৰ পাছত ৰত্নব্বাই গৰ্ভৱতী তিৰোতা-নো কেনেকৈ চলিব লাগে—সেই বিষয়ে দিহা পৰামৰ্শ দিলে—"ডাঙৰ জাটত ঘেঁহু নাভাঙিবি, নাদৰপৰা পানী নুতুলিবি।" সেই একে কথাকে তাই দহোকুৰিবাৰ দঢ়াই দঢ়াই ক'লে। পিছত যেতিয়া তোমাৰ এই কথাবোৰ শুনি শাহুআয়ে কি বুলিব? বুলি তাৰক্কাই ক'লে, তেতিয়াহে তাই মনে মনে থাকিল। তথাপিও যাবলৈ ওলাই গাড়ীত উঠি বহাৰ সময়তে ৰত্নাই, জীয়েকৰ আগত কথাখিনি আকৌ এবাৰ নোদোহৰাকৈ থাকিব নোৱাৰিলে। তাকে শুনি অম্মব্বাও নিমাতে থাকিব নোৱাৰিলে আৰু মাত দিলে—"হৈছে যোৱা, আমিনো তাইক এতিয়া জাট্ পিহিবলৈ দিম নে? কাৰোবাক এলোটা ঘোল খুৱাই ঘেঁহু পিহাই ল'ম। অস্পুৰে পানী তুলি দিব। আমিনো কিবা চকু নিদিম নে? ফুল পাহিৰ দৰে ৰাখিম।"

বিয়নীয়েকে তেনেকৈ কোৱাতো ৰত্নব্বাই বেয়া নাপালে আৰু ৰং মনেৰেই ঘৰ বুলি ৰাওনা হ'ল। কিন্তু বাটতে নিচেই সমান সমতলেৰে গৈ থাকোঁতেই গাড়ীৰ

বলধৰ কান্ধৰ যুৱঁলিখন থিতাতে ভাঙি গ'ল। কোনো অনৰ্থ নহলেও এনে ধৰণে স্বাভাৱিকতে ঘটা কিছুমান ঘটনাৰ পৰা কেতিয়াবা কেতিয়াবা চিন্তাৰ উদয় হয়। পৰহি জেঠীয়ে টিকটিকাই ছিল, আজি গাড়ীৰ যুৱঁলি ভাঙিল। গতিকে ৰত্নবা চিন্তাত পৰিল। মনৰ আসোঁৱাহ আঁতৰাবলৈ লগত যোৱা লগুৱা ল'ৰা সিদ্ধাক নোসোধাকৈ নোৱাৰিলে—"এতিয়া আমাৰ ছোৱালীজনীৰ জীৱনটো দেখোন ভালেৰেই চলিছে। তেনেহলে সমান ঠাইতে গাড়ীৰ যুৱঁলিখন ভাঙিল কিয়?" সিদ্ধাই ক'লে—"আইদেউ এইখন অতি পুৰণি যুৱলি। গাড়ীখনো ৰ'দতে পৰি থাকে। গতিকে ফাটি গৈছে যেন পাওঁ।" সি সেইদৰে ক'লে যদিও মনে মনে তাৰ অলপ ভয়ো লাগি থাকিল এই বুলি যে গৈ ঘৰ পোৱাৰ পিছত ভঙা যুৱঁলিখন দেখি গৃহস্থৰ নিশ্চয় খং উঠিব। তাৰ কথাৰ মৰ্ম্ম ৰত্নবাই বা কি ধৰণে গ্ৰহণ কৰিলে নাজানো। মনে মনে তাই দেৱী লগনৱাক স্মৰণ কৰি ক'লে—"হে আই লগনৱা মোৰ ছোৱালীজনী যেন নিৰাপদে গা খালাচ হয়। তোমালৈ মই এখন শাড়ী আগ কৰিছোঁ। তাইৰ গা খালাচ হোৱাৰ পিছত তাইক শাহুৱেকৰ ঘৰলৈ পঠিয়াওতে যিখন শাড়ী পিন্ধাই পঠাম সেইখনতকৈ অতি কমেও এটকা অধিক মূল্যৰ শাড়ী এখন তোমাক দিম।" মনৰ ভিতৰতে তাই কুলদেৱতাৰ কৃপা ভিক্ষা কৰিলে। তাৰ পাছত সিদ্ধাক বুজাবৰ কাৰণে ক'লে—"দেৱীৰ ওপৰতে সকলো এৰি দিছোঁ। তেৱেঁই নাৱ পাৰত লগাব। মানুহৰ হাততনো কি ক্ষমতা আছে?"

এদিন দুপৰীয়া অম্পন্নাৰ বাগিছা বিচাৰি বিচাৰি এজন মানুহ আহি ওলাল। সি পানীৰ নাদৰ ওচৰলৈ গৈ সুধিবলৈ ধৰিলে—"ইয়াত চন্দ্ৰৰ ছোৱালী এজনী থাকে, কাৰ ঘৰত পৰিছে?"

তাৰক্কা ভিতৰতে আছিল। মানুহজনৰ কথা শুনি অলপ উত্ৰাৱল হৈ তাই বাহিৰ ওলাই আহিল। মাতটোৰ পৰা তাই মানুহজনক ধৰিব পৰা নাছিল। তাই অস্থিৰভাবে সুধিলে "আপুনি কোন? কোন গাৱঁত থাকে?"

"মই তেৰদালৰ মানুহ, ইয়াত তাৰক্কা কোন?"

"ময়েই তাৰক্কা, আপুনি কিয় আহিছে? কি কথা আছে?" তাইৰ মাতত এটা ভয়ৰ আভাস আছিল।

"কোনো কথা নাই, আপুনি অধীৰ নহব। আইদেৱে কৈছিল এবাৰ গৈ যেন তেওঁক দেখা কৰি আহে।"

তাৰক্কাই মাজতে সুধিলে। "কোন আইদেউ, কাক গৈ দেখা কৰিব লাগে বুলিছে? অলপ বহি জিৰনি লৈ কওকচোন।" তাই বেছি পৰ থিয় হৈ ৰ'ব নোৱাৰিলে। মজিয়াতে বহি পৰিল।

মানুহজন কিছু আচৰিত হ'ল। তাৰক্কালৈ মনযোগেৰে লক্ষ্য কৰি ক'বলৈ ধৰিলে—"আইদেউ নো আৰু কোন হব? অনন্তম্পাৰ ঘৈণীয়েক ইন্দিৰম্বা নহয়নে?

তেওঁৱেই মোক আহিবলৈ কৈছে আৰু ইয়াকো কৈছে যে যদি অনন্তপা সাজু হৈ আছে তেনেহলে মটৰ গাড়ীতকৈয়ে লৈ যাব লাগে?"

তাৰকাৰ এনে লাগিল যেন কোনোবাই চমতাৱে কোবাইছে। তাইৰ চকুদুটা চিকমিকাই উঠিল। "কোনে? অনন্তক? তেওঁ ইয়ালৈ কেতিয়া আহিল?"

তাইৰ কথাৰ সুৰত উদ্বিগ্নতাৰ সুৰ ধ্বনিত হ'ল। মনে মনে তাই ভাবিলে "তেওঁ যে আহি এইখিনি পাব এনে ভাগ্য মোৰ ক'ত?" এক দুই মিনিটৰ পিছত নাকত আঙুলি দি তাই সুধিলে—"তেওঁ ইয়ালৈ অহা বুলি কোনে কৈছে?"

মানুহজন অলপ সময় হতবাকৰ দৰে বহি ৰ'ল। তাৰ মুখত আচৰিত হোৱাৰ ভাব ফুটি উঠিল। তাৰ মুখেৰে উচ্চাৰিত হ'ল—"ইয়ালৈ অহা নাই?"

"নাই অহা" তাৰকাই ক'লে।

"তেনেহলে তেওঁ ক'লৈ গৈছে?" এই বুলি কৈ মানুহজন য'ত থিয় হৈ আছিল তাতে বহি পৰিল। এফালে গালত হাত দি সি কিবা ভাবিবলৈ ধৰিলে। কিছু সময় পিছত কিবা এটা ভাবি এটা খুটাত ধৰি মানুহজন বহাৰ পৰা উঠিল। তাৰ গ'লটো শুকাই গৈছিল। চকুত পানী নাছিল যদিও তাৰ চকুদুটাই যেন কৈছিল—"অনন্তপা গুচি গৈছে, মোৰ ইন্দিৰাৰ ঐশ্বৰ্য্য গুচি গৈছে। কেনি কোনফালে গৈছে? ইন্দিৰম্বাক মই নিজহাতে খুৱাইছিলোঁ। মই সিহঁতৰ চাকৰ আছিলোঁ। বুঢ়া আছিলোঁ। কিন্তু ইন্দিৰম্বা যেতিয়া সৰু আছিল তেতিয়া মোক তাই ককা বুলি মাতিছিল। মোৰ নাতিনীৰ দৰে তাই ওচৰলৈ আহিছিল। মোৰ চকুৰ আগতে কিয় এনেখন হ'ল?" অলপ পিছত গল খেকাৰি মাৰি সি আকৌ ক'লে মোৰ ডিঙি শুকাই গৈছে অলপ পানী দিবানে আইটি।

তাৰকাই উঠিবলৈ টান পাইছিল। কিন্তু তথাপিও কোনোমতে উঠি ভিতৰলৈ গ'ল আৰু অকমান গুৰেৰে সৈতে পানী আনি খাবলৈ দিলে। মানুহজনে গুৰ-খিনি নাখালে—মাত্ৰ পানীহে খালে। তাৰ পিছত সি এটা দীঘলকৈ উশাহ এৰিলে। তাৰ তপ্তুতা সম্ভৱ তাৰকাইও অনুভৱ কৰিলে। গতিকে তাই সুধিলে—"অনন্ত ক'লৈ গ'ল? তেৰদালত নাই নেকি?"

"নাই আইটি, যোৱা সোমবাৰৰ আগৰ সোমবাৰেই তেৰদালৰপৰা আহিছে।"

"লগত কোন আছিল?"

"কোনো নাছিল। অকলে আহিছে। অলপ খং খাই আহিছে। কাৰো কথা নুশুনিলে। ক'লৈ গৈছে কব নোৱাৰোঁ।"

"এনাপুৰত নাই নে? আপুনি তালৈ গৈছিল?"

"তাত ক'ত থাকিব! আজি পুৱাই ভায়েক নাভিৰাজে তেওঁক বিচাৰি তেৰ-দাললৈ আহিছে। তেতিয়াৰে পৰা আমি উধাতু খাই ফুৰিছোঁ। এতিয়ালৈকে ভাবি আছিলোঁ যে ইয়ালৈ আহিছে।"

"এনাপুৰলৈ যোৱা নাই? তেনেহলে যোৱাৰ সময়ত কলৈ যাম বুলি কৈ গৈছে?"

দুদিনমানৰ পৰা ঘৰত কাজিয়া লাগিছিল। ৰুকেশ্বৰ বুঢ়ী পুৰণিকলীয়া মানুহ, তেওঁ কথাৰ মাজতে কিবা কৈ দিলে। তেওঁ তাকেই সহিব নোৱাৰিলে। আঠদিনমান মাত বোল কৰা নাছিল। যোৱাৰ আগতে ইন্দিৰম্বাৰ আগত এবাৰ কৈছিল যে তাৰকাৰ তালৈ যাম। সেই কাৰণে মোক ইয়ালৈ পঠিয়াই দিছে। ইন্দিৰা পুৰাৱে পৰা মুৰে কপালে হাত দি বহি আছে।

কথা শেষ হওঁতে—নৌহওতেই তাৰকা বহি থকাৰ পৰা মাটিত এচাৰ খাই বাগৰি পৰিল। তাইৰ মুখেৰে—"হায় মোৰ ইয়ালৈ আহিম বুলি কৈছিল নেকি? সঁচানে? ইয়ালৈ আহিম বুলি কৈছিল......" বুলি অস্পষ্টভাৱে কোৱা কথা উচ্চাৰিত হবলৈ ধৰিলে।

মানুহজনে উঠি থিয় হৈ তাইৰ ওচৰলৈ আগুৱাই গ'ল মানে, বাগৰি পৰাৰ শব্দ শুনি ওচৰ চুবুৰীয়া তিৰোতা কেইজনীমান লৰ-মাৰি আহিল। সিহঁতে সুধিলে—"কি হ'ল? কি হ'ল তাৰা?" লগে লগে সিহঁতে তাৰকাক তুলি ধৰিলে। কিবা কামত পানৰ বাৰীলৈ যোৱা অম্বম্বা বুঢ়ী দুৰৰ পৰা ঘটনাটো দেখি লৰি আহিল আৰু বিব্ৰতভাৱে কলে—"চাওঁচোন, চাওঁ। পেটটোততো দুখ পোৱা নাই?"

# 23

দুদিন পিছত তাৰকাৰ গৰ্ভপাত হ'ল। ঘৰৰ আটাইয়ে সেইবাবে দুখ পালে। অম্বম্বা বুঢ়ীয়ে খঙেৰে ক'লে—"এইজনীৰ জীয়াই থকাৰ ইচ্ছা নাই। নহলেনো নিজৰ অৱস্থাটো এনে কৰে নে? কোন ক'ৰ মোমায়েকৰ ল'ৰা আৰু ক'ৰ তাৰ কি খবৰ! কালি সেই বুঢ়াটোৱে আহি জনালে আৰু লগে লগে তাই উঠিল জপিয়ায়। এনে কথা মই আৰু সংসাৰত শুনা নাই কেতিয়াও। তাই আছে ক'ত, সি আছে ক'ত? বিয়াৰ কথা আলোচনা কৰিবলৈ অহাৰ পিছত আৰু এই মুৱা হোৱাই দেখা নাই—অথচ তাইহে সদায় তাৰ কথা ভাবি মৰে।"

ইয়াৰ পিছত তাৰকাই মনে মনে কি ভাবি ৰ'ল সেই কথা ইয়াত লিখাটো অনাৱশ্যক হলেও এই কথা কব পাৰি যে অনন্তক বিচাৰি উলিওৱাৰ কাৰণে তাইৰ মনত এটি প্ৰবল আকাংখ্যাৰ সৃষ্টি হৈছিল। ফলত মনে মনে তাই অতি দুখ

অনুভৱ কৰিছিল। তাইৰ হিয়াৰ পটত অনন্তৰ প্ৰতিমূৰ্ত্তি অম্লানৰূপে অংকিত হৈ আছিল। তাৰ ওচৰা-ওচৰিকৈ অপন্নাৰ মুখখনো তাইৰ মনত জিলিকি উঠিছিল। জাগতিক দৃষ্টিত অপন্না তাইৰ স্বামী। তাৰ প্ৰেমপূৰ্ণ বাক্যৰাশি তাই শুনিবলৈ বাধ্য। তাক সুখৰ পৰিতৃপ্তি দান কৰিবলৈ সাজু থকাটোও তাইৰ কৰ্ত্তব্য। তথাপি অনন্তৰ কথা তাই পাহৰিব পৰা নাছিল। মাজে মাজে তাই ভাবে—"এতিয়ানো সি মোৰ কোন? সকলোৰে কাৰণে মোমায়েকৰ পুতেক ভায়েক যেনে, মোৰ কাৰণেও মোমাইদেউৰ পুতেক ভাই, তেনে নহয়নে? তেনে-হলে বিশেষভাবে তাৰ স্মৃতি মনলৈ আহে কিয়? ঘৰত মোৰ স্বামী আছে, মোক যেতিয়াই যি লাগে তেওঁ দিয়ে, মোক মৰম কৰে।" ইয়াকে ভাবি তাই নিজৰ মনটোক শাসন কৰিবলৈ যত্ন কৰে কিন্তু তথাপিও তাই অনন্তক পাহৰিব নোৱাৰে। সদায় এটি স্মৃতিৰ জোকাৰে তাইৰ প্ৰাণৰ তন্ত্ৰী কঁপাই থাকে।

দুদিনমানৰ ভিতৰতে জীয়েকৰ গৰ্ভ-পাতৰ বাতৰি মল্ল আৰু ৰত্নবাই শুনিলে আৰু লগে লগে লৰি আহিল। সকলো ঘটনা শুনি ৰত্নবা পোনতে তাৰক্কাৰ ওপৰত ঘৃতাহুতি হৈ উঠিল। পিছত কান্দি-কাটি বিবেকক শান্ত কৰিলে। চকু পানীৰে উপচি পৰিল। মাকৰ চকুত পানী দেখা পাই তাৰক্কাৰ চকুও চপচপিয়া হ'ল। তাকে দেখি ৰত্নবাই ক'লে—"নাকান্দিবি, বাচা। যি হ'ব লগা আছিল হৈ গ'ল। প্ৰথমবাৰৰ বাবে গা-বন্দী হবলৈ লৈছে যেতিয়া আজি নহলে কাইলৈ আকৌ "থিত" হব। সোনকালে নিৰাময় হ। কেনেবাকৈ ঠাণ্ডা লাগিব,— চাবি।"

তাৰক্কাই উদাস শূন্য দৃষ্টিৰে মাকৰ মুখৰ ফালে চাই চাই সকলো কথা শুনি গ'ল। তাইৰ মনৰ ভিতৰত এটি ভাবৰ প্ৰতিধ্বনি বাজি উঠিবলৈ ধৰিলে— "এতিয়া মই মৰাহে উচিত। এতিয়া মই জীয়াই থাকি কি কৰিম? পিছ মুহূৰ্ত্তত কিন্তু মনত খেলালে—"কিয়? মই অনন্তক এবাৰ নেদেখাকৈয়ে মৰিমনে?" লগে লগে পিতাকৰ ৰঙা চকুহাল তাইৰ মানস-পটত জিলিকি উঠিল। পিতাকে তাইক অনন্তৰ নাম নলবলৈ দঢ়াই দঢ়াই হাক দিছে। মাকেও কৈছে—যদি তই এবাৰো অনন্তৰ নাম লৱ তেনেহলে মই মুহূৰ্ত্ততে মোৰ জিভাখন কাটি পেলাই প্ৰাণ ত্যাগ কৰিম।" সকলো কথা তাইৰ মনত পৰি গ'ল। মাজে মাজে তাই ভাবে—"মোৰ এই জীৱনটোক সুখী কৰিবৰ কাৰণে মা আৰু পিতাইয়ে জানো একো কৰা নাই? তেওঁলোকৰ ঘৰবাৰী, সা-সম্পত্তি সকলো মোৰ স্বামীৰ নামত লিখি দিছে। মোৰ কাৰণেই তেওঁলোকে ইয়াকো চিন্তা কৰা নাই যে বুঢ়া কালটো তেওঁলোকে কেনেকৈ কটাব? তাৰ সলনি মই তেওঁ-লোকক কি সুখ শান্তি দিছোঁ? আজি যদি মই মৰি যাওঁ তেনেহলে তেওঁ-লোকৰ নিজৰ বুলিবলৈ কোন থাকিব? তেওঁলোকৰ কি হব? তেওঁলোকক সতেজ কৰি ৰাখিবৰ কাৰণে মই জানো জীয়াই থকাটো উচিত নহয়?"

এনে ধৰণৰ চিন্তাৰ মাজেৰে তাইৰ মনত জীয়াই থকাৰ বাসনাও তীব্র হৈ উঠে। নুমাবলৈ ওলোৱা চাকিৰ শলিতাৰ দৰেই তাইৰ আশাৰ শলিতাগছো দপ্‌দপাই জ্বলি উঠে।

এমাহৰ কাৰণে তাৰক্কাই এটি এন্ধাৰ কোঠাত কটালে। গাৱঁৰ বেজৰ চিকিৎসা আৰু মাকৰ শুশ্ৰূষাত তাইৰ স্বাস্থ্যৰ উন্নতি হবলৈ আৰম্ভ কৰিলে। এতিয়া তাই মাজে মাজে উঠি আহি বাহিৰত বহিব পৰা হ'ল। কিন্তু তথাপিও তাইৰ দুৰ্ব্বলতা আঁতৰা নাছিল। দিনে দিনে ৰক্তস্রাৱ হৈ থকাটো বন্ধ হোৱা নাছিল। গাৱঁৰ জনা-বুজা মানুহৰ দিহা-পৰামৰ্শ অনুসাৰে জবা ফুল আনি দৰৱ তৈয়াৰ কৰি তাইক খাবলৈ দিয়া হৈছিল। ৰত্নব্বাই ঘৰ-বাৰী এৰি অহাৰ এমাহ হৈ গৈছিল। গতিকে ঘৰৰ চিন্তাই তাইক অসুবিধা দিছিল। কিন্তু জীয়েকক এনে অৱস্থাত এইদৰে এৰি থৈ যোৱাটোও তাইৰ কাৰণে কষ্টকৰ হৈ পৰিছিল। এই অসুবিধাৰ কথা এদিন তাই জীয়েকৰ আগত মুকলিকৈ প্ৰকাশ কৰি ক'লে—"তাৰা, মই কেইদিনমানৰ কাৰণে ঘৰলৈ যাওঁ বুলি ভাবিছোঁ।"

"ময়ো কেইদিনমানৰ কাৰণে যাব খোজোঁ। মোক লগত লৈ ব'লা না?"

"চেঃ, তোৰ এই অৱস্থাত মই তোক লৈ যাব পাৰোঁনে? তই কিবা বলিয়া হ'লি নেকি? জিৰাই শতাই ইয়াতে নাথাক কিয়? নাড়ী কেচা হৈ আছে। কিবাকৈ বতাহ লাগি অসুখ হব!"

তাৰক্কা মনে মনে ৰ'ল। মাকে তাইক কিয় লৈ যাব খোজা নাই তাই জানিছিল। "মোৰ স্বামীয়ে ইফালে আৰু এজনীক বিয়া কৰাই আনিবলৈ যত্ন কৰিব পাৰে। মই ঘৰত থাকিলে সেইটোত এটা বাধা পৰি থাকিব। সেইটো সঁচা। কিন্তু তাতো কোনো সুখ নাই। মোৰ সুখেতো কোন কাহানিতে বিদায় লৈছে" এই আটাইবোৰ কথা তাই জানিছিল আৰু বুজিছিল। সেইকাৰণে চকুপানী মচি তাই মাকক সুধিলে—"আকৌ কেতিয়া উভতি আহিবা?" ৰত্নব্বাই ক'লে—তালৈ গৈও মোৰ মনটো ইয়াতে পৰি ৰ'ব। মাজতে পিতাৰাক এবাৰ পঠিয়াই দিম। পিছত মই আকৌ এবাৰ আহিম।"

তাৰক্কাই নামাতিলে। মনে মনে তাই ভাবিলে—"মা, পিতাইনো কেতিয়ালৈকে মোক লালন-পোষণ কৰিব? মই মোৰ জীৱনৰ ভেটিটো মই নিজেই সাজি লোৱা উচিত।" মাক যোৱাৰ সময়ত তাই মাত দি মাকক ক'লে—"পিতাই আহোঁতে অনন্তৰ খবৰ কিবা পাইছেনে নাই খা-খবৰ দি পঠিয়াবা।

তাইৰ কথা শুনি ৰত্নব্বাৰ মনত তাৰক্কাৰ শৈশৱ কালৰ সকলো কথা মনত পৰি গ'ল। সৰুৰে পৰা একেলগে থাকি একেলগে খেলি বাঢ়ি উঠা তাৰক্কাই অনন্তক কেনেকৈ পাহৰি যাব?—ইয়াকে ভাবি তাই "বাৰু হ'ব" বুলি তাৰক্কাক সমিধান দিলে। সম্ভৱ ৰত্নব্বাৰ মনত এই ভাবেও খেলাইছিল যে তাৰক্কা এতিয়া বেমাৰী হৈ আছে গতিকে যি কোনো কথা কৈ তাৰক্কাৰ মনত দুখ দিয়া উচিত নহয়। তাই অলপ পৰ ৰৈ কলে—"তোক আৰু এটি কথা কৈ যাওঁ।"

তাৰক্কাই মাকৰ মুখলৈ চাই সুধিলে "কি"? "তই বোপাৰ আগত এই বিষয়ে একো নক'বি। নহলে সকলো......" এই কথা শুনি তাৰক্কাৰ বৰ দুখ লাগিল আৰু ক'লে "কেলেই যি কোনো মানুহে জানো পিন্ধিবলৈ ধাৰে দিয়া গহনা ওভটাই লৈ নাযায়? তেওঁ জানো সেইডাল চিৰদিনৰ কাৰণে দিছিল? কেইদিন-মানৰ কাৰণে পিন্ধিবলৈ দিছিল, পিছত লৈ গৈছে। আগতে এওঁলোকৰ অসন্তুষ্টিৰ কাৰণ আছিল। হয়তো তোমালোকে তোমালোকৰ মাটিবাৰীবোৰ মোমাইদেউৰ ল'ৰাৰ নামতে কিজানি লিখি দি দিয়া—এনে ভাবৰ পৰা। এতিয়া কিন্তু সেইটো আশঙ্কা— নাই,—সকলোবোৰ এওঁলোকৰ নামতে লিখাই লৈছে। আজিলৈকে এওঁ-লোকে মোক মোমাইদেউহঁতৰ তালৈ যাবই দিয়া নাই। মই মনে মনে আছোঁ। কিন্তু সেই বুলি আমাৰ আৰু নিজা মানুহৰ লগত সম্পৰ্ক থাকিব নালাগেনে? অকল এওঁলোকেইহে আমাৰ সম্পৰ্কীয় মানুহ নে?"

তাৰক্কাৰ সেই কথাক সিমানতে বাধা দি—"ঠিকেই, কিন্তু সকলোৰে লগত সমিল মিলেৰে থাকিব লাগিব নহয়? যদি ভাগ্যক্ৰমে স্বামীজন বেয়াও হয়, তথাপি জানো মুখফুটাই সেইটো কব লাগে? পাছ-বিয়াৰ সময়ত তই গৈছিলি। সেই কথাততো এওঁলোকে বেয়া পোৱা নাই। তদুপৰি এওঁলোকে বুজিছিল যে এতিয়া তই এইখন ঘৰৰ বোৱাৰী।"

"খং উঠিবলগীয়া কথা নহয় নেকি, মা? তুমি জানানে?" মাকৰ হাতত খামুচি ধৰি তাৰাই সুধিলে। সেই সময়ত তাইৰ মাতটো শুনি আৰু মুখৰ চেহেৰা দেখি ৰত্নপ্ৰভা বিবুধি হ'ল। জীয়েকৰ মনৰ গাঠনি কেনে তাই জানে। তায়ে জানো তাৰাক জন্ম দিয়া নাই? জীয়েকৰ গাটো চুই চাই ৰত্নপ্ৰভাই ক'লে— "জ্বৰ আছে। শুই থাক বাচা! তই এনেখন কিয় কৰিছ? ভূতে পাইছে নেকি তোক?"

"তুমি ভাবিছা, মোক ভূতে পাইছে নহয় নে? নাই মোৰ একো হোৱা নাই। মই বলিয়ালিও কৰা নাই, মোক ভূতেও পোৱা নাই। শিলৰ নিচিনা বাস্তৱ-ৰূপেই মই সম্পূৰ্ণ সুস্থ হৈ আছোঁ।" এই বুলি তাৰাই বুকু ভুকুৱাই দেখুৱাবলৈ ধৰিলে।

তাৰক্কাৰ এনে আচৰণ দেখি ৰত্নপ্ৰভাৰ ঘৰলৈ যোৱাৰ আচঁনি স্থগিত ৰাখিবলগীয়া হ'ল। পিছদিনাহে জীয়েকৰ অৱস্থাৰ কিছু উন্নতি দেখা পাই তাই চন্দ্ৰুৰলৈ গ'ল।

আৰু এমাহ পাৰ হ'ল। তাৰক্কা যথেষ্ট ভাল হৈ উঠিল। তথাপি তাইৰ মুখৰ-পৰা মোলান ভাবটি নাতঁৰিল। এবাৰ মল্ল তাইক চাবলৈ আহিল আৰু সি জোঁৱায়েকক ক'লে—"কেইদিনমান এই আমাৰ তাতে থাককগৈ। অলপ বা-বতাহো সলনি হব।" সেই কথামতে পিছ দিনাই অম্পন্নাই তাৰ গাড়ীৰে বাপেক-জীয়েক দুয়োকে পঠিয়াই দিলে চন্দ্ৰুৰলৈ। মল্লই তাৰক্কাক মাকৰ ঘৰলৈ লৈ আহিল সঁচা,

কিন্তু তাইৰ সকলো চিন্তা ভাৱনা শহুৰেকৰ ঘৰখনৰ প্ৰতিয়েই আবদ্ধ থাকিল। মন্নই বাটতে জীয়েকক ক'লে—"কেইদিনমান জিৰাই শ'তাই গুচি যাবি। কাৰণ তিৰোতাৰ কাৰণে তাতে থকাই ভাল, য'ত সিহঁত থকা উচিত।" ইফালে সিহঁত আহি ঘৰ পোৱাৰ লগে লগে ৰত্নম্বাই ক'লে—"এই সময়ত তাতে থকাই ভাল আছিল। কিন্তু আহিছ যেতিয়া চাৰিদিনমান থাকি যা, কিয়নো সি বেচেৰাই গাড়ীৰে পঠিয়াই দিছে।"

মাকৰ ঘৰত থকা অৱস্থাতে এবাৰ অনন্তক মাতি আনি সাক্ষাত কৰাৰ এটি ইচ্ছা তাৰক্কাৰ মনত তীব্ৰ হৈ উঠিছিল। কিন্তু মনৰ ভাবটো মাক-বাপেকৰ আগত খুলি ক'ব পৰা নাছিল। তাই মাত্ৰ ভাবিছিল সিনো কিয় ইয়ালৈ আহিব নোৱাৰে? যদি সি আহি পায়—তেনেহলে মাক-বাপেকে জানো ইয়ালৈ নাহিবি বাহিৰ হৈ যা বুলি কব? এইদৰে ভাবি তাই এদিন ঘৰত কোনো নাথাকোতে এটি চাকৰৰ ল'ৰাক মাতি আনি তাক টকা এটা দি এনাপুৰলৈ পঠিয়াই দিলে আৰু ল'ৰাটোক কলে—"চাই আহিবি যে অনন্ত ক'ত আছে। সি ঘৰলৈ আহিছে নে? যদি আহিছে তেনেহলে এবাৰ তাক দুই-তিনিদিনৰ ভিতৰতে ইয়ালৈ আহিবলৈ কবি।"

চাকৰ ল'ৰাটো পিছদিনাই এনাপুৰলৈ গ'ল আৰু উভতি আহি ক'লে—"তেওঁ গাৱঁত নাই।"

"কোন?" ৰত্নম্বাই সুধিলে।

মাত শুনিয়ে তাৰক্কা লৰ মাৰি ওলাই আহিল আৰু ক'লে—"কোন? শিৱপ্পাৰ কথা কৈছ? বাৰু হৈছে, তই যা।" এই বুলি তাই চাকৰ ল'ৰাটোক যাবলৈ ইংগিত দিলে। ল'ৰাটোৱে একো বুজিব নোৱাৰিলে কিন্তু গুচি গ'ল।

ৰত্নম্বাই জীয়েকক সুধিলে—"কাৰ কথা কৈছিল?"

"শিবই কালি এডুৰালৈ যাম বুলি কৈছিল। মই কৈ পঠিয়াইছিলোঁ যে যদি বৈদ্য বাপুক পায় তেনেহ'লে দুই এদিনৰ ভিতৰতে পঠিয়াই দিয়ে যেন"

"আৰম্ভনিৰ পৰা দৰৱ খাই কিটোনো লাভ হৈছে? এতিয়া আকৌ সি অহাৰ পৰা কি ফল হব? সকলোকে দেখুৱালোঁ। এতিয়ানো সেই বৈদ্য বাপুই আহিছে ভাল কৰি দিবনে?"

তাৰক্কাই একো নক'লে। তাইৰ মনেহে ক'লে—"মোৰ বৈদ্য বাপু আহিলেই হব। এতিয়া আৰু ভাল হবলৈ অকনো ইচ্ছা মোৰ নাই।"

কিছুবেলিৰ মূৰত তাৰক্কা মন্দিৰলৈ যাওঁতে বাটত শিৱপ্পাৰ লগত দেখা হ'ল। তাই তাক সকলো বা-বাতৰি সোধাত সি জনালে—"সি (অনন্ত) গাৱত নাই। মিৰজীৰ হাস্পাতালত আছে।" তাৰক্কাই আচৰিত হৈ সুধিলে—"মিৰজীৰ হাস্পাতালত? তোমাক কোনে ক'লে?"

"তাৰ ঘৰত এজনী তকলা মাইকী মানুহ আছে। তায়েই কৈছে।"

তাৰক্কাই মাজতে "এৰা সেই গৰাকী তাৰ মাক" বুলি কৈ অলপ বৈ আকৌ সুধিলে—"মানুহজনী বগী আৰু ওখ, নহয়নে?"

"বহি আছিল। গাৰ ৰং বগা আৰু কপালত এটা চিন আছে।"

"এৰা, তেওঁৱেই।"

"তেওঁৱেই জনালে।"

"কি?"

"তেৰদালৰ পৰা যোৱাৰ পিচত পোন্ধৰ দিনমানলৈ কোনোৱেই একো খা-খবৰ পোৱা নাছিল। পিছতহে মানুহৰ মুখে বাতৰি পালে।"

"বাৰু চোৱা-চিতা কৰিবলৈ লগত কোন গৈছে।"

"কোনো নাই।"

"অকলে কেনেকৈ থাকিব? উঠি লৰি ফুৰিব পাৰে নে?"

তেওঁ উঠি লৰি ফুৰিব পাৰে। কিন্তু ডাক্তৰে হাক দিছে।

"কেলেই?"

"কোনে জানে বাইদেউ হাস্পাতাল এৰি বাহিৰলৈ যোৱাটো নিষেধ। বাহিৰলৈ যাব নোৱাৰে।" শূন্য দৃষ্টিৰে চাই থাকি তাৰাই ক'লে "সেয়ে কথা নেকি?"

এইবাৰো অনন্তৰ সৈতে তাৰক্কাৰ দেখা-দেখি নহল। তিনি-চাৰি দিনৰ পিছত পিতাকে তাইক ক'লে—"কাইলৈ সোমবাৰ, বলধ দুটাৰ আজৰি আছে, তোক তোৰ ঘৰত থৈ আহোঁগৈ, ব'ল!'

"ব'লা। ক'ৰবাত নহলে ক'ৰবাত তো দিন কেইটা কটাবই লাগিব।" মাজতে এই কথা কেইশাৰী কৈ তাৰা ঘৰলৈ যোৱাৰ বাবে সাজু হোৱাত লাগিল।

তাৰক্কাই আজিকালি আকৌ সেই আগৰ দৰেই কাম-কাজ কৰিবলৈ ধৰিলে। এদিন অম্পন্নাই গাৱঁলৈ গৈ এটি আমৰ টুকুৰী লৈ আহিল। তাৰক্কাই মাজে মাজে গিৰিয়েকক কৈ আছিল যে তাইৰ পেটটো গৰম গৰম লাগে আৰু পেচাবত—জ্বলা পোৱা কৰে। অম্পন্নাই ভাবিছিল যে গৰমৰ দিন কাৰণেই তেনে হৈছে। গাতকে যিমান পাৰে আমকে খাব দিয়া হওক। ঘৰৰ আন মানুহতকৈ তাৰক্কাই অলপ বেছিকৈয়ে আম খালে। কিন্তু সেইবোৰ আম ভাল নাছিল। সেইবোৰ বতাহত সৰি পৰা আম আছিল। এতেকে সস্তা আছিল। ঘৰৰ আন মানুহেও তাৰপৰা আম খাইছিল কিন্তু তেওঁলোকৰ কাৰো একো [illegible] নাছিল! তাৰক্কাৰ স্বাস্থ্য সম্পূৰ্ণৰূপে ভাল হৈ নুঠা কাৰণেই আম খোৱাৰ ফলত তাইৰ আকৌ জ্বৰ উঠিবলৈ আৰম্ভ কৰিলে। দুই-চাৰিদিনৰ ভিতৰতে হাত, ভৰি আৰু মুখৰ বিষ আৰম্ভ হ'ল।

এদিন নিশা তাৰা শুই থাকোঁতে—অম্পন্নাই তাৰ গাত হাত দি চালে।

তাৰাই ক'লে—"নাজানো, কি কাৰণে আজিও গাটো ভাল লগা নাই।"

"তোমাৰ এনে হৈছে? দুই তিনিমাহ হোৱাৰ পিছতো......" বুলি কৈ অম্পন্না তাইৰ কাষলৈ আৰু ওচৰ চাপি গ'ল।

তাৰক্কাই বিব্ৰত হোৱাৰ দৰে ক'লে—"নহয় মাজতে চাৰিদিনমান ভালে আছিলোঁ। সিদিনা আম খোৱাৰ পিছৰ পৰা এনে হৈছে বোধকৰোঁ"।

"হুঁ? আম খালেনো কি হয়? আন তিৰোতাবোৰে খাবলৈ বিচাৰিকে নাপায় আৰু তোমাৰ আম খালে অসুখ হয়, নহয় নে? অবান্তৰ কথা।" সি অলপ খঙৰ সুৰত ক'লে।

তাৰক্কাই নামাতিলে। ইতিমধ্যে তাইৰ শৰীৰটো গিৰিয়েকৰ সম্ভোগ সামগ্ৰীত পৰিণত হৈ পৰিছিল।

নিশা শেষ হ'ল। কিন্তু তাৰক্কা বিচনাৰপৰা নুঠিল। অম্পন্না ৰাতি পুৱাবলৈ কিছুসময় থাকোঁতেই কামলৈ গুচি গ'ল। অম্মব্বাই তাৰক্কাক শোৱাৰ পৰা উঠাব আহিল। দেখিলে তাইৰ দেহাটো জ্বৰৰ নিচিনা তপত। লগে লগে তাই চিঞৰ মাৰি উঠিল—"আই, ঔ, জ্বৰৰ নিচিনা ভো-ভোৱাই আছে! কি—অ তাৰা, তোৰ ইমানটো জ্বৰ ক'ৰ পৰা উঠিল? হায়, ভগবান এই ছোৱালীজনীৰ জ্বৰটো মোক নিদিলা কিয়? ঈশ্বৰে মোৰ চকু দুটা কণা কৰি নেপেলায় কিয়?"

তাৰক্কাই একো নক'লে। জ্বৰতে তাইৰ তৎ নাছিল। কিছুবেলিৰ মূৰত গিৰিয়েক আহি তাইক তেনে অৱস্থাত দেখি অলপ বিব্ৰত হ'ল। কিন্তু মনৰ ভাব লুকাই ৰাখি ক'লে—"কিনো হৈছে? দুদিনতে সকলো ঠিক হৈ যাব। আম বহুতো খাইছে নহয়!"

"নিপাতে যক সেই আমবোৰ। তইনো সেইবোৰ আনিছিলি কিয়?"

"আমবোৰৰ দোষ কি? বেচেৰী এনেয়ে বেমাৰী নহয়?" পুতেকে মাকক ক'লে।

দুই-তিনিদিন পাৰ হ'ল। অম্পন্নাই বাট চাই থাকিল। জ্বৰ আজি এৰিব, কালি এৰিব কিন্তু জ্বৰ বাঢ়িবলৈহে ধৰিলে। যন্ত্ৰণাও বৃদ্ধি পালে। মাজে মাজে তাই অচেতন হৈ পৰিবলৈ ধৰিলে। এইবাৰ তাৰক্কাৰ গিৰিয়েক সচাকৈয়ে বৰ দুঃখিত হ'ল। সদায় ঘৈণীয়েকৰ ওচৰত বহি তাইক শুশ্ৰূষা কৰিবলৈ ধৰিলে। এদিন সি তাইৰ মূৰটো কোলাত তুলি লৈ মূৰটো পিহি দি থাকোতে হঠাৎ তাই চকু মেলি চালে আৰু অম্পন্নাৰ মুখৰ ফালে ৰ লাগি চাই ৰ'ল। অম্পন্নাই সেই দৃষ্টি সহ্য কৰিব নোৱাৰিলে। তাৰ চকুৰপৰা আপোনা আপুনি দুটোপাল চকুপানী বাগৰি পৰিল। সি চকুপানী মচি আনফালে চকু ঘূৰালে আৰু কোনো মতে তাইক সুধিলে "এতিয়া কেনে লাগিছে?" তাৰ কথাৰ সুৰ সংকোচপূৰ্ণৰূপে ধ্বনিত হ'ল।

তাৰক্কাই কিবা ক'বলৈ খুজিছিল। ওঠ দুটি তাইৰ কঁপি উঠিছিল। কিন্তু একো ক'ব পৰা নাছিল। অলপ সময় ৰৈ ওঁঠত কোনোমতে কথা ফুটাই তুলি

গল পৰিষ্কাৰ কৰি লৈ তাই ক'লে—"মুঠেই ভাল নহয়! পিতাই আৰু মাকক মাতি পঠাওক।" শব্দ কেইটা কোনোমতে বৈ বৈ মুখৰপৰা বাহিৰ হৈ আহিছিল। সেই কথা শুনি অপন্নাই তাক একে সময়তে হেজাৰটা বৃশ্চিকে দংশন কৰাৰ সমান যন্ত্রনা অনুভৱ কৰিলে। লাহেকৈ তাৰক্কাৰ মূৰটো কোলাৰপৰা নমাই থৈ সি বাহিৰলৈ ওলাই আহিল আৰু তেতিয়াই চন্দ্ৰুলৈ গৈ শাহুৰেক আৰু শহুৰেকক মাতি আনিবলৈ চাকৰক নিৰ্দেশ দিলে। তাৰ পাছতে সি আকৌ ভিতৰলৈ গ'ল। মনত তাৰ শান্তি নাছিল। মনে মনে সি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে—"হে ভগবান, তাইক এইবাৰলৈ নিৰাময় কৰি তোলা।" তাৰ পাছতে ভগবানৰ বিভূতি নি সি ঘৈণীয়েকৰ শৰীৰত সানি দিবলৈ আৰম্ভ কৰিলে। সেই মুহূৰ্ততে যেন তাৰক্কাৰ মুখ-মণ্ডলত এটি বিকট হাঁহি ফুটি উঠিছিল যাৰদ্বাৰা তাই যেন কব খুজিছিল—"হেৰ মূৰ্খ! এইবোৰদ্বাৰা কি লাভ?" অপন্নাইও যেন সেই কথা বুজি পাইছিল। সি তাইৰ ওচৰত যেন বহি থাকিব নোৱাৰাত পৰিল আৰু অলপ হুহকি আহি বহিল। জ্বৰতে তাৰক্কাৰ কোনো চেতনা নোহোৱা হৈছিল। তাই ভোৰ ভোৰাই প্ৰলাপ বকি আছিল—"মই ভাল নহওঁ বেছি দূৰলৈ আঁতৰি নাযাবা। মোক নুচুবা।"

এই প্ৰলাপ বাক্যবোৰ অপন্নাৰ কটাঘাত চেঙা তেল দিয়া যেন লাগিল। সি উঠি বাহিৰলৈ আহিল। কিছুপৰ মাকৰ লগত আলোচনা কৰিলে। আনটো ঘৰৰপৰা ভায়েক আৰু খুৰীয়েকক মাতি পঠিয়ালে আৰু এটা চাকৰক মাতি গাড়ী তৈয়াৰ কৰিবলৈ কলে। তাৰ পাছত সন্ধিয়া তেৰদালৰ চৰকাৰী ডাক্তাৰক দেখুৱাৰ কাৰণে তাৰক্কাক লৈ গ'ল। ডাক্তৰে তাৰক্কাক সম্পূৰ্ণৰূপে পৰীক্ষা কৰিলে। লগত যোৱা মানুহক সুধি সকলো বৃত্তান্ত জানি গৰ্ভপাতৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈ সকলো কথা জনালে। তাৰক্কাই এবাৰ চকু মুদি দিলে। ডাক্তৰে এজনী নাৰ্চক মাতি আনি তাইক কিবা ক'লে। তাই তাৰক্কাক ভিতৰলৈ লৈ গ'ল। ভিতৰত যেতিয়া নাৰ্চে তাইক পৰীক্ষা কৰি আছিল তেতিয়া এবাৰ হঠাতে তাই আচৰিত ধৰণে এটি চিঞৰ মাৰি দিলে। লগে লগে তাইৰ চকুৰ পৰা ধাৰাসাৰে চকুলো বৰলৈ আৰম্ভ কৰিলে। নাৰ্চ গৰাকী বাহিৰলৈ গ'ল আৰু ডাক্তৰক ক'লে "গৰ্ভপাতৰ কাৰণে নহয়। প্ৰমেহৰ দোষ হ'ব পাৰে। কেচটোৰ তলা,-নলা পোৱা টান।"

ডাক্তৰে ৰাতিপুৱা অপন্নাক মাতি আনি চাৰিদিনৰ দৰৱ দি ক'লে—"ইয়াত থকাৰ প্ৰয়োজন নাই, ঘৰলৈ লৈ যাওক।"

অপন্না বাহিৰলৈ ওলাই আহিল। তাৰক্কাৰ লগত অহা আৰু এজন মানুহক মাতি ক'লে "মানুহজনী এতিয়া আৰু বেছি দিন জীয়াই থকাৰ কোনো লক্ষণ দেখা নাযায়। যদি তাইৰ মাক-বাপেক আছে তেনেহলে মাতি আনিব।"

তাৰক্কাক আকৌ গাড়ীত তোলা হ'ল। তাইৰ জ্ঞান আছিল। তাই "মা বৰ

কষ্ট পাইছোঁ" বুলি কৈ চাৰিওফালে চকু ফুৰাই চালে। তাৰ পাছত গিৰিয়েকক কাষলৈ মাতি আনি সুধিলে "আকৌ কিয় গাড়ীত তুলিছে ?"

"ঘৰলৈ নোযোৱা ?"

দীঘলকৈ উশাহ লৈ তাই ক'লে—"ঘৰ ?"

আৰু আকৌ এটি উশাহ লৈ ক'লে "আকৌ ঘৰ ?" এইবুলি অলপ পৰৰ পিচত কাকুতি ভৰা মাতেৰে তাৰাই ক'লে "মাৰ ঘৰলৈ লৈ যাওক মোক।"

"তেখেত সকলক মাতি পঠাইছোঁ। আহি আছে বোধহয়।"

"আহি আছে" বুলি কৈ তাই চকু মুদিলে। কিছু সময় মনে মনে থাকিল। পিছত আকৌ গিৰিয়েকৰ ফালে কৰুণভাবে চাই চকু দুটি পানীৰে ওপচাই ক'লে—"মোক তালৈ লৈ ব'লক, বাগিচালৈ নহয়। মই আপোনাক হাতযোৰ কৰিছোঁ মোৰ এই এটা কথা মানক।"

অম্পন্নাৰ চকুতো চকুলো ওলাল। সি নিৰ্দ্দেশ দিলে "তেওঁৰ ইচ্ছা অনুসাৰেই "লৈন"ৰ ফালেৰে চন্দ্ৰলৈ গাড়ী লৈ ব'ল।" সি তাৰ বাগিছাৰ ঘৰত খবৰ দিবলৈ এজন মানুহক পঠিয়াই দিলে। গাড়ী চন্দ্ৰৰ অভিমুখে যাবলৈ ধৰিলে। ক্ৰমে ৰ'দ প্ৰখৰ হৈ আহিল। ধূলি উৰুৱাই যোৱা গাড়ীখন আঁতৰৰ পৰা অস্পষ্ট নক্ষত্ৰ যেন লাগিবলৈ ধৰিলে। তাৰকাৰ তেতিয়া চেতনা নাছিল।

নিশা দুই বজাত গাড়ী আহি "মগদুম" পৰিয়ালৰ চোতালত ৰলহি। তেতিয়া ঘৰত মল্লম্পা বা ৰত্নৱা কোনোৱেই নাছিল। সিদিনাই পুৱা সিহঁত দুয়োজনে "হাৰোগেৰীলৈ" যাত্ৰা কৰিছিল। গতিকে তলা ভাঙি দুৱাৰ খুলি তাৰকাক ভিতৰলৈ নিয়া হ'ল। সেই সময়ত তাৰকাৰ অলপ অলপ তৎ আছিল। নিজৰ গাওঁ আহি পোৱা কাৰণে মনে মনে তাইৰ ৰং লাগিছিল। মুখতো এটি প্ৰশান্তিৰ ভাব ফুটি ওলাইছিল। মনতে তাই ভাবিবলৈ আৰম্ভ কৰিছিল "মোৰ সকলো আপোন মানুহ আছে,—মা, শাহুআই, পিতাই, গিৰিহঁত আদি। কিন্তু, তাৰ ভিতৰত এজনো মোৰ নিজা নহয়—।" এই কথা চিন্তা কৰাৰ লগে লগে তাইৰ অন্তৰ পটত অনন্তৰ প্ৰতিমূৰ্তিটো জিলিকি উঠিল। লগতে সেই মূৰ্তিটো তাইৰ মানসৰপৰা উৎপাটন কৰিবলৈ বিচৰা ভৰমা, আৰু অম্পন্নাৰ প্ৰতিকৃতিয়েও আহি ওচৰত থিয় হ'ল। অন্ততঃ এবাৰ অনন্তক দেখা পাই প্ৰাণ ত্যাগ কৰাৰ ইচ্ছা তাইৰ মনৰ মাজত উদয় হ'ল।

তাকে ভাবিয়েই তাই নিজৰ গাঁৱলৈ আহিছিল। বাগিছালৈ সি (অনন্ত) যাব নোৱাৰে। কিন্তু সিহঁতৰ গাঁৱলৈ আহিব পাৰিলেহেঁতেন। কিন্তু ইয়ালৈ আহি দেখিলে যে মাক-বাপেকো ঘৰত নাই। মল্ল আৰু ৰত্নৱাক খবৰ দিবলৈ আকৌ এজন মানুহক লৰাই পঠোৱা হ'ল। সিহঁত দুয়োজনেই হাৰোগেৰী বাগিছালৈ গৈছিল। তাৰপৰা তেৰদাললৈ গৈছিল। ভাগ্যৰ জুগাৰ পিছদিনাহে চন্দ্ৰলৈ উভতি আছিল। আহি পাই জীয়েকৰ অৱস্থা দেখি সিহঁতৰ বুকুৰ স্পন্দন মাৰ যাবৰ উপক্ৰম হ'ল।

তাৰক্কাৰ যন্ত্ৰণা বাঢ়িবলৈ ধৰিলে। দুদিনমানৰপৰা কাহো আৰম্ভ হ'ল। কাহৰ লগতে কফৰ লগত তেজো ওলাবলৈ ধৰিলে। তাইৰ কাষত তাইৰ বাপেক, তাইৰ গিৰিয়েক, মাক আদি আটাইয়েক আছিল। তাৰক্কাই সেহাই ক'লে—"মা, অনন্তক মাতি আনা। তাক মই এবাৰ চাব খোজোঁ।"

"বাৰু, বাচা" বুলি ৰত্নবাই জোৱাঁয়েকৰ ফালে চালে।

অম্পন্নাই ক'লে—"এনাপুৰলৈ যাওঁতা কোনোবা আছে যদি পঠিয়াওঁ।"

সিদিনাই এনাপুৰলৈ মানুহ এজন পঠিয়াই দিয়া হ'ল। তাৰ পাচত এদিন পাৰ হ'ল। তাৰক্কাৰ গাত এটা দুটাকৈ কিবা ফুটি ওলাবলৈ আৰম্ভ কৰিলে। আই ওলোৱা বুলি ভাবি ৰত্নবাই কোনো কোনো জনা-শুনা মানুহক দেখুৱালে। তেওঁলোকে ক'লে যে সেয়া আইৰ লক্ষণ নহয়। তাৰক্কা মাতবোল নোহোৱাকৈ বিচনাত পৰি থাকিল। অম্পন্নাই বাগিছা এৰি থৈ অহাৰ পাঁচ-ছয়দিন হৈ গৈছিল। সি অলপ তাৰপৰা আহোঁ বুলি কৈ গুচি গ'ল।

কোনোমতে আৰু দুদিন পাৰ হ'ল। অম্পন্না উভতি আহিল। এদিন ৰাতি তাৰক্কাই মাকক ওচৰলৈ মাতি আনি সুধিলে—"বুঢ়াকালত কোন তোমালোকৰ আশ্ৰয় হ'ব? মইতো মৰিমেই।"

চকুপানী মচি ৰত্নবাই ক'লে—"তেনেকৈ কিয় কৱ বাচা? তোৰ কি হৈছে?" কথা কওঁতে তাইৰ কণ্ঠস্বৰ ৰুদ্ধ হৈ আহিল।

"ওহোঁ, মোৰ ভাল লগা নাই। মনটো দমি গৈছে। পেটটো জ্বলা-পোৰা কৰিছে।"

"গৰম সোমাইছে নেকি বাচা—?"

"অলপ পানী দিবা, মা?" তাৰাই মাজতে সুধিলে—ৰত্নবাই পানী আনি খাবলৈ দি কলে "—বেচিকৈ নাখাবি দেই!"

"খালেনো কি হব? আনা, দিয়া।" বুলি কৈ তাৰক্কাই অলপ বেছিকৈয়ে পানী খালে। পানী খাই উঠি সুধিলে—"তেখেত আহিল?" ৰত্নবা মনে মনে থকা দেখি আকৌ সুধিলে—"অনন্ত অহা নাই?"

"অহা নাই। মাতি পঠোৱা হৈছিল। নাজানো কিয় অহা নাই?"

"অহা নাই।" বুলি কৈ তাৰাই চকু মুদি দিলে। তাইৰ চকুৰ কোনেৰে চকুপানী বৈ পৰিল। নাকেৰে তপত বতাহো ওলাই আহিল। অম্পন্না শোৱাৰ পৰা উঠি তাইৰ বিচনাৰ ওচৰলৈ আহিল।

তাৰক্কাই শূন্য দৃষ্টিৰে চাৰিওফালে চালে। তাৰ পাছত লাহেকৈ "অনন্তক আনিবলৈ মানুহ পঠিয়াই দিবা নে?" বুলি ৰত্নবাক ক'লে।

"চাকৰে আহি জনাইছে, অনন্ত গাৱত নাই" বুলি কৈ অম্পন্না উঠি বাহিৰলৈ গুচি গল আৰু তাৰ চাকৰ সিদ্ধাক শোৱাৰ পৰা জগাই আনি "মিৰজীৰ" হাসপাতালত এনাপুৰৰ অনন্ত নামে এজন মানুহ আছে, তাক অতি সোনকালে মাতি আনগৈ, কবি

যে তাৰক্কাৰ অসুখ বেছি হৈছে। পুৱাৰ গাড়ীতেই যাতে আহে। যেনেকৈয়ে হওক বিচাৰি লৈ আহিব—"বুলি কৈ টকা পাঁচোটা দি পঠিয়াই দিলে। সিদ্ধাক পঠাই দি সি ভিতৰলৈ গ'ল আৰু ঘৈণীয়েকক ক'লে "অনন্তক আনিবলৈ সিদ্ধাক পঠিয়াই দিলোঁ।"

তাৰক্কাই একো নামাতিলে। মাথোন কৃতজ্ঞতাপূৰ্ণ চাৱনিৰে গিৰিয়েকৰ ফাললৈ চালে। তাৰ পাচত অলপ সময় বৈ ৰত্নাৰ ফালে চাই সুধিলে—"মা, তোমালোকৰ কি হ'ব? মাজনদীতে তোমালোকক এৰি থৈ মই যাবলৈ ওলাইছোঁ"। বুলি কৈ তাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে।

"তই যোৱাৰ পিছত, আমিনো থাকি কি কৰিম?" বুলি ৰত্নবাই জীয়েকৰ কান্দোন সামৰিবলৈ যত্ন কৰি নিজে কান্দিবলৈ ধৰিলে।

মাকৰ কথাৰ অৰ্থ বুজিব পৰা অৱস্থাত তাৰক্কা নাছিল। ৰাতি পুৱাল। ৰদ বাঢ়িবলৈ ধৰিলে। ৰীতি অনুসৰি প্ৰকৃতিৰ চক্ৰ আগুৱাই যাবলৈ ধৰিলে। তাৰক্কাৰ বিচনাখন তেজেৰে তিতি গৈছিল। ৰত্নবাৰ বৰ চিন্তা হ'ল। তাই ইয়াকে ভাবি দুখ অনুভৱ কৰিলে যে জীয়েকৰ মৃত্যু এনেদৰে সংঘটিত হবলৈ ওলাইছে! লগে লগে তাইৰ মনত এই ভাবেও খেলালে—"মৰিলেও তাই কিয় নিঃসন্তান ভাৱে মৰিবলগীয়া হ'ল?" ক্ৰমে সন্ধিয়া হৈ আহিল। ৰত্নবাই স্পষ্টৰূপে বুজিব পাৰিলে যে, জীয়েক আৰু জীয়াই নাথাকে। মল্লৰ তিনিদিন মানৰ পৰা টোপানি অহা নাছিল। সি চোতালত বহি আছিল। মানুহে আহি তাক সান্ত্বনা দিবলৈ যত্ন কৰিছিল। ৰত্নবা জীয়েকৰ বিচনা এৰি উঠাই নাছিল। চুকৰফালে চাকি এগছ জ্বলি আছিল। তাৰ শলিতাৰ পৰা জুই খহি পৰিছিল। নিশা গভীৰ হৈছিল। তাৰক্কাই ক্ষীণ মাতেৰে "মা" বুলি মাত দিলে।

"কি হ'ল বাচা?" ওচৰ চাপি গৈ ৰত্নবাই সুধিলে।

"মোক বাহিৰলৈ নি শুৱাই থবা?"

"কিয়?"

"বতাহ লাগিবলৈ দিয়া। ভিতৰত নাথাকোঁ।" জীয়েকৰ অন্তিমকাল উপস্থিত হৈছেহি বুলি বুজি পাই ৰত্নবাই তাইৰ সকলো ইচ্ছাকে পূৰণ কৰিবলৈ যত্ন কৰিলে। ততালিকে বাহিৰত বিচনা পাৰি দি মল্লক মাতি আনি তাৰক্কাক নি সেই বিচনাত শুৱাই দিলে। অলপ সময় পিছত ৰত্নবাই সুধিলে "চাহ খাবি নেকি বাচা? কৰি আনিম নে?"

তাৰক্কাই অলপ বৈ লাহেকৈ ক'লে—"কৰিবা নেকি? কৰা তেনেহলে।"

অলপ পিছতে ৰত্নবাই চাহ কৰি আনিলে। জীয়েকক খাবলৈ ক'লে। চামুচেৰে অলপ অলপকৈ তাইৰ মুখত ঢালি দিলে। তাৰক্কাই অতি শান্তিপূৰ্ণভাবে সম্পূৰ্ণ এপিয়লা চাহ খালে। ৰত্নবাৰ মনটো ভাল লাগিল। অলপ পিছত মাতটো ঠিক কৰি লৈ তাৰক্কাই সুধিলে "সিদ্ধপ্পা গাৱ"ৰ পৰা আহিল নে?

"নাই অহা। কেলেই নো?"

"এবাৰ লগ পাবলৈ মন গৈছে।" নিৰাশাৰে তাই ক'লে।

কিছু সময় উকলি গ'ল। তাৰক্কাৰ বিচনাৰ চাৰিওফালে সাত-আঠজনমান মানুহ বহি আছিল। চাকিগছ টিমিক-টামাককৈ জ্বলিছিল। কতো একো শব্দ নাছিল। চাৰিওফাল নিস্তব্ধ। মাত্ৰ তাৰক্কাই নাকেৰে উশাহ-নিশাহৰ শব্দ তুলি আছিল।

"এতিয়া ৰাতি কিমান হ'ল?" বিকৃত স্বৰেৰে তাই সুধিলে। মাতটোত অসহায়তাৰ ভাব ওলাই পৰিছিল।

"ৰাতি পুৱাবৰ হৈছে" মল্লই ক'লে। সূৰ্য্য উদয়ৰ আগে আগে তাৰক্কাই আকৌ এবাৰ সুধিলে—"অনন্ত···আ·· হি···ল?"

"নাই অহা।" ৰত্নাই ক'লে।

তাৰক্কাই অলপ বৈ ক'লে—"মা, ভৰি দুখন অৱশ লাগিছে। অলপ হাত ফুৰাই দিয়ানা।"

পিছ মুহূৰ্ত্তত তাৰক্কাৰ মাত-বোল নোহোৱা হ'ল। ৰত্নবাই জীয়েকৰ ওচৰ চাপি গৈ ভৰিত হাত দি চালে। চাৰিওফালৰ মানুহখিনিয়ে ক'লে—"ভৰিৰ নাড়ী থামি গৈছে বোধকৰোঁ।"

"আৰু একো নাই। সকলো শেষ হৈছে।" বুলি কৈ ৰত্নবাই কান্দিবলৈ ধৰিলে।

মানুহে তাইক বুজাই ক'লে "নাকান্দিবা। শান্তিৰে তাইৰ প্ৰাণবায়ু যাবলৈ দিয়া।"

ৰাতি পুৱাল। মানুহবোৰ বহি থাকিল। তাৰক্কাৰ মূৰটো কোলাত লৈ গিৰিয়েকো বহি আছিল। তাইৰ আকৌ উশাহ-নিশাহ ববলৈ আৰম্ভ কৰিলে। মুখখন মেল খালে। সকলোৱে চামুচেৰে তাইৰ মুখত পানী দিবলৈ ধৰিলে। কোনোবাই কাণত তাইৰ বিদায়-মন্ত্ৰ ( নমোকাৰ মন্ত্ৰ ) উচ্চাৰণ কৰিলে। হৃদপিণ্ডটো বেগেৰে ধপধপাবলৈ ধৰিলে। তাৰক্কাই চকু মেলি চাই চাৰিওফালে দৃষ্টি বুলাবলৈ ধৰিলে। অৱশেষত নিৰাশাৰে তাই এটি দীঘল নিশাহ এৰিলে আৰু চকু জপাই দিলে। চকুৰ কোণেৰে দুটোপাল চকুপানী নিগৰি পৰিল। হৃদ-পিণ্ডৰ স্পন্দন স্তব্ধ হৈ গ'ল। অন্তিম নিঃশ্বাস নাকেৰে ওলাই আহিল। তাৰ লগতে তাৰাৰ আত্মাৰ বিহংগই অনন্ত আকাশৰ বুকুলৈ উৰা মাৰিলে।

এই বাতৰি শুনি চন্দ্ৰুৰৰ সকলো মানুহ দুখী হ'ল। চাওঁতে চাওঁতে মানুহ গোট খালেহি আৰু তাৰক্কাৰ দৈহিক অন্তিম ক্ৰিয়াৰ কাৰণে মৃতদেহটো নদীৰ পাৰলৈ লৈ গ'ল।

অনন্তক সৰু মটৰ গাড়ীখনত তুলি দি ভংগাৰীয়ে কলে—"আপোনাৰ গাটো বৰ দুৰ্ব্বল হৈ আছে। ময়ো লগতে যামনে।"

"ধেৎ, তোক লৈ যাওঁ কেনেকৈ ? তাৰাৰ আগলৈ?" অনন্তই তুচ্ছাৰ্থ-জ্ঞাপক-ভাৱে ক'লে।

ভংগাৰীয়ে একো নক'লে। অনন্তৰপৰা লুকুৱাই চকুপানী মুচি মুচি তাই দূৰলৈ আঁতৰি গ'ল। মটৰ গাড়ীখন যাবলৈ ধৰিলে।

অনন্তৰ ফালে ঘূৰি চাই সিদ্ধাই ক'লে "তিনি দিনৰপৰা একেৰাহে আপোনাৰ নামকে লৈ আছে।"

"তুমি যেতিয়া আহিছিলা তেতিয়া তেওঁ কেনে আছিল ?"

"ভালেই আছিল।" অলপ ৰৈ সিদ্ধাই আকৌ ক'লে—"অৱস্থা বৰ ভাল নহয় যেন লাগিছিল।"

"তাইক চন্দ্ৰুৰলৈ কেতিয়া আনিলে?"

"পাচ-ছয়দিন হৈ গ'ল।"

"মোক ইয়াৰ আগতে খবৰ দিয়া নাই কিয়?" অনন্তই দুখেৰে ক'লে।

"তিনিদিন আগতে আপোনাক বিচাৰি আহিছোঁ। আপোনাৰ ঠিকনা পোৱা নাছিলোঁ। সেই কাৰণে কালি মোক ইয়ালৈ পঠিয়াইছে। কিন্তু আবেলিলৈ বিচাৰিয়ে পোৱা নাছিলোঁ।"

"তুমি অহাৰ পিছতো এটা ৰাতি অথলে গ'ল।" অনন্তই তাক ক'লে!

"কি কৰিম? ডাক্তৰৰ অনুমতি ল'ব লগা হৈছিল।"

মটৰখন বেগেৰে গৈ আছিল। কিন্তু অনন্তৰ এনে লাগিছিল যে যেন সেইখন বৰ লাহে লাহে গৈছে। চন্দ্ৰুৰলৈ মাত্ৰ দুঘণ্টাৰ বাট, কিন্তু তাৰ ভাব হৈছিল যেন দুদিন লাগিছে। অনন্তই ড্ৰাইভাৰক তিনি চাবিবাৰ আৰু বেগাই যাবলৈ সকিয়াই দিলে। কোন কোন গাৱঁৰ মাজেৰে সিহঁত পাৰ হৈ আহিছে তালৈ তাৰ কানসাৰেই নাছিল। চন্দ্ৰুৰৰ ওচৰ আহি পোৱাৰ আগতেই সি দুই তিনিবাৰ "ইফালে ঘূৰা, সিফালে ঘূৰা" বুলি ড্ৰাইভাৰক বাটৰ নিৰ্দ্দেশ দিলে। সি বলিয়াৰ দৰে ইফালে, সিফালে চাবলৈ ধৰিলে। একো একোবাৰ উঠি থিয় হৈ শাৰীৰিক দুৰ্ব্বলতাৰ কাৰণে গাড়ীৰ ভিতৰতে বাগৰি বাগৰি পৰিবলৈ আৰম্ভ কৰিলে। মাজে মাজে দীঘলকৈ উশাহ একোটা লৈ সি সুধি যাবলৈ ধৰিলে—"সিদ্ধা আৰু কিমান দূৰ আছে?"

"আৰু কিমান? গাওঁ আহি পালোঁৱেই," বুলি সিদ্ধাই তাক সান্ত্বনা দি থাকিল। বাষ্পৰুদ্ধ কণ্ঠেৰে সৰু ল'ৰাৰ নিচিনাকৈ অনন্তই সুধিলে—"মই গৈ পাওঁমানে থাকিবনে ?"

তাৰ অৱস্থা দেখি ধৈৰ্য্য ধাৰণৰ কাৰণে সিদ্ধাই ক'লে—"তেওঁৰনো কি হোৱা বুলি ভাবিছেহে ?"

অনন্তই আকাশৰ ফালে মুখ তুলি চাই হাতযোৰ কৰি অসহায়ভাবে কলে "তেন্তে সেয়ে হওক ভাই, ভগৱানে তেওঁক জীয়াই ৰাখক।"

সিহঁতৰ মটৰখন চন্দ্ৰপুৰৰ ওচৰ পালেহি মানে ৰাতিপুৱা ন-বজাৰ ওচৰা-ওচৰি সময় হ'ল। গাৱঁলৈ আৰু দুই ফাৰ্লং মান বাট আছে। সন্মুখৰপৰা এজন মানুহ আগুৱাই অহা দেখা গ'ল। গাড়ীৰ হৰ্ণ বজোৱাৰ পিছতে মানুহজনক দেখা পাই অনন্তই ততালিকে গাড়ীখন ৰখাবলৈ ক'লে। গাড়ী ৰোৱাৰ লগে লগে বাহিৰলৈ মুখ উলিয়াই সেই বাটৰুৱাজনক সুধিলে—"তাৰা কেনে আছে?"

"কোন তাৰা?" আচৰিত হৈ মানুহজনে ক'লে।

"মগদুম পৰিয়ালৰ ৰত্নাৰ জীয়েক তাৰা!"

অনন্তৰ অৱস্থালৈ চাই মানুহজন এক মুহূৰ্ত্তৰ কাৰণে মনে মনে থাকিল। তাৰ পিছত দুখেৰে ক'লে—"তাই আজি পুৱা ঢুকাল। সোণৰ দৰে ছোৱালী আছিল বেচেৰী।"

অনন্ত পিচ হুহুঁকি গ'ল। তাৰ মুখেৰে এটি দীঘল হুমুনিয়াহ ওলাই আহিল। তাৰ এনে লাগিল যেন তাৰ অন্তৰ আত্মাটি কোনোবাই তাৰ দেহৰপৰা উলিয়াই লৈ গ'ল। সি নিশ্চল হৈ বৈ গ'ল। চকু দুটি ঢুল-ঢুলিয়া পৰিল। সিদ্ধা বিব্ৰত হৈ অনন্তক আকোৱালি ধৰি চকুপানী বোৱাই মানুহজনক সুধিলে, "কিমান পৰ হ'ল?"

"বৰ বেছি পলম হোৱা নাই। আধাঘন্টামান হব নদীপাৰলৈ গৈছে।" সিদ্ধাক একাষে ঠেলি থৈ অনন্ত গাড়ীৰ বাহিৰলৈ ওলাই আহিল আৰু পথাৰৰ মাজে মাজে নদীৰ পাৰলৈ লৰিবলৈ আৰম্ভ কৰিলে। তাৰ পিছে পিছে লৰি গৈ সিদ্ধাই কবলৈ ধৰিলে—"ককাইদেউ আপোনাৰ গা ভাল নহয়। গাড়ীত উঠি যাওক। তালৈকেই লৈ যাম।"

অনন্তই পিছলৈ উভতি নোচোৱাকৈ উধাতু খাই ফোপাই জোপাই লৰি গৈ থাকিল। সিদ্ধাইও তাৰ পিচে পিচে লৰিবলৈ ধৰিলে। সি গৈ অনন্তৰ হাতত ধৰিলে। অনন্তৰ নাকেৰে তেজ ওলাই টোপা টোপে পৰিবলৈ ধৰিলে। কিন্তু সেইফালে তাৰ মনোযোগ নাছিল। যেনেকৈ লৰিছিল তেনেকৈয়ে সি লৰি গৈ থাকিল। অলপ পৰৰ পিছতে সি গৈ শ্মশানত উপস্থিত হ'ল।

সিমান পৰে তাৰাৰ শৰীৰটো বহ্নিশিখাৰ মাজত পুৰি ছাই হ'বলৈ আৰম্ভ কৰিছিল। অনন্তই সেইটো দূৰৰ পৰা দেখা পালে। সকলো অতীত স্মৃতি তাৰ মনত জিলিকি উঠিল। সেয়া চিতাত যেন তাৰাৰ শৰীৰটো পোৰা নাই, তাৰ নিজৰ অখণ্ড জীৱনটোৱেই যেন ছাই হৈ যাবলৈ ধৰিছে এনে দৃশ্য তাৰ চকুৰ আগত ভাঁহি উঠিল আৰু লগে লগে তাৰ চকুৰ আগলৈ যেন এন্ধাৰ নামি আহিল সি মাটিত বাগৰি পৰিল।

সিদ্ধাই তাক বাহুত ধৰি তুলি ধৰিলে আৰু বহুৱাই দিলে। অনন্ত কিছু সময় নীৰবে বহি থাকিল। এনে লাগিল যেন সি কিবা ভাবি আছে। তাৰ চকুৰ আগেৰে তাৰ আৰু তাৰাৰ ল'ৰালি কালৰ সুখবহ ঘটনাৱলী এটি এটিকৈ বাগৰি গ'ল। সিদিনাৰ সেই মেলা, সেই পুৰ্বৰ্তি নিশাৰ বিষময় জোনাক, যাবলৈ ওলাই

থিয় হৈ থকা তাৰা—আটাইবোৰকে এখন বোলছবিৰ দৃশ্যমালা যেন লাগিল। তাৰ মুখমণ্ডলত যেন এটি আবেশৰ চিন ফুটি ওলাল। অনন্ত হঠাতে উঠি থিয় হ'ল। সিদ্ধাৰ হাতখন হাতৰপৰা এৰুৱাই সি লৰ ধৰিলে পোনে পোনে তাৰাৰ চিতাৰ অভিমুখে।

"ধৰা, ধৰা" বুলি চিঞৰ-বাখৰ কৰি সিদ্ধা তাৰ পিছে পিছে লৰি গ'ল।

সমবেত জনতাই মুখ ঘূৰাই চালে। কি হ'ল! কি হ'ল!! বুলি কৈ কান্দি থকা মল্ল উঠি থিয় হ'ল। এনেতে সেই কথালৈ কানসাৰ নিদি অনন্ত গৈ চিতাৰ ওপৰতে জাপিয়াই পৰিল। কি কৰিছা, কি কৰিছা বুলি পাঁচ-ছয়জন মানুহে তাক পিছলৈ টানি ধৰিলে।

অনন্ত অচেতন হৈ মাটিৰ ওপৰত বাগৰি পৰিল। সি আৰু কোনোদিনেই থিয় ন'হল।

---

প্ৰবৰ্ত্তক প্ৰিণ্টিং এণ্ড হাফটোন লিঃ, 52/3 বিপিন বিহাৰী গাঙ্গুলী স্ট্ৰীট, কলিকতা—700012-ৰ পৰা মুদ্ৰিত।